**DESHI-BIDESHI GALPA SAMBHAR** ঃ A collection of World's selected short stories in Assamese translation, edited by Apurba Kumar Saikia and published by Assam Institute of Translation, Asam Sahitya Sabha, Bhagawati Prasad Barua Bhawan, Guwahati-781001 Price :250/-

**দেশী-বিদেশী গল্প সম্ভাৰ**

**গ্ৰন্থস্বত্ব**
অসম সাহিত্য সভা

**প্ৰথম প্ৰকাশ**
২০২১ খ্ৰীষ্টাব্দ

**প্ৰকাশক**
অনুবাদ প্ৰকল্প
অসম সাহিত্য সভা

**বেটুপাত**
মনোজ চক্ৰৱৰ্তীৰ পানীৰ ৰঙৰ চিত্ৰ

**অক্ষৰবিন্যাস**
কবিতা বৰা, ৰীমা কলিতা, কনক ডেকা, অভিজিৎ কলিতা

**আৰ্হি অপণয়ন**
ৰীমা কলিতা

মূল্য ঃ ২৫০.০০ টকা মাত্ৰ

**মুদ্ৰণ ঃ শৰাইঘাট অফছেট প্ৰেছ, গুৱাহাটী-২১**

# সভাপতিৰ একলম

ভিন্ন ভাষাৰ সাহিত্য কৃতিসমূহৰ আদান-প্ৰদানৰ বাবে অনুবাদে সৃষ্টি কৰে এক শক্তিশালী সাকোঁ অনুবাদৰ দ্বাৰা আমি জুতি ল'ব পাৰোঁ আন ভাষাৰ সাহিত্য-সম্ভাৰৰ আৰু আমিও আমাৰ ভাষাৰ সম্পদসমূহ আনলৈ আগবঢ়াই দিব পাৰোঁ। অনুবাদে আমাক দিয়া এই ধৰণৰ সুবিধাৰ বাবেই ১০৩ বছৰীয়া অসম সাহিত্য সভাই অনুবাদ সাহিত্যৰ ওপৰত গুৰুত্ব আৰোপ কৰি আহিছে। অনুবাদ প্ৰকল্পৰ জৰিয়তে অনূদিত গল্পসমূহ পঢ়ুৱৈলৈ আগবঢ়াই দিয়াৰ প্ৰয়াস নিৰৱচ্ছিন্নভাৱে চলি আহিছে। অকল বিদেশী গ্ৰন্থই নহয়, অন্যান্য ভাৰতীয় ভাষাৰ উৎকৃষ্ট গ্ৰন্থসমূহো আমাৰ ভাষালৈ অনা আৰু তেনেদৰে আমাৰ ভাষাৰ পৰা গ্ৰন্থৰ সুবাসো তেওঁলোকৰ সাহিত্য কাননলৈ যোৱাৰ পথ ৰচনা কৰাৰ দ্বাৰা এক বৌদ্ধিক যোগসূত্ৰ স্থাপন হ'ব পাৰে আৰু এই কামত অনুবাদকৰ সহযোগিতা সাহিত্য সভাৰ কাম্য।

'দেশী-বিদেশী গল্প সম্ভাৰ' কিতাপখনত সম্পাদক অপূৰ্ব কুমাৰ শইকীয়াই নতুন প্ৰজন্মৰ ভালেকেইজন অনুবাদকক স্থান দিয়াতো অতি সময়োপযোগী হৈছে। গ্ৰন্থখনৰ বাবে আলোচনী বা সামাজিক মাধ্যমৰ পৃষ্ঠাৰ পৰা বুটলি লোৱা যথেষ্ট সংখ্যক অনূদিত গল্পৰ স্ৰষ্টা পৃথিৱীখ্যাত গল্পকাৰ। বিশ্বৰ গল্প সাম্ৰাজ্যত তেওঁলোক হৈ আহিছে অদ্বিতীয়। বহু ভাল অনুবাদকে লোকচক্ষুৰ পৰা আঁতৰত থাকি অনুবাদ কাৰ্য কৰি গৈছে, যিবোৰ বিভিন্ন ৱেব পেইজ, সামাজিক মাধ্যম আৰু পুৰণি আলোচনী, খবৰ কাগজৰ বিশেষ সংখ্যাসমূহত সিঁচৰতি হৈ আছে। এইসকল প্ৰচাৰ বিমুখ অনুবাদকৰো কিছু সৃষ্টি এই সংকলনখনত সন্নিবিষ্ট কৰা হৈছে। পৃথিৱীৰ প্ৰেক্ষাপটত ভাল গল্প বুলি পৰিগণিত হোৱা পঁচিশটা গল্পৰ এই সংকলনে গল্পৰসিক পাঠকক নতুন সোৱাদ দিব বুলি আমাৰ আশা।

গ্ৰন্থখনত সন্নিৱিষ্ট এক বিখ্যাত গল্প হ'ল 'ফাউষ্ট'। গ্যেথেৰ ফাউষ্ট গল্পৰ নেৰেটিভ আৰম্ভ হয় স্বৰ্গত। যেতিয়া দেৱদূতসকলে ভগৱানৰ বিনন্দীয়া সৃষ্টিৰ বাবে তেওঁক পূজা অৰ্চনা কৰে চয়তান মেফিষ্টফিলে পৃথিৱীত সংঘটিত হৈ থকা কৰ্মকাণ্ডৰ বাবে অভিযোগ কৰে। চয়তানৰ মতে মানৱ প্ৰজাতিটোৱেই দুৰ্নীতিগ্ৰস্ত আৰু ই অপকৰ্ম বা ধ্বংসৰ মাজত আনন্দৰ সন্ধান কৰে। বিদ্বান ফাউষ্ট সম্পূৰ্ণ সফল, কিন্তু জীৱনৰ প্ৰতি বিতুষ্ট যাৰ বাবে তেওঁ চয়তানৰ লগত এক চুক্তি কৰে আৰু তেওঁ চয়তানৰ লগত প্ৰজ্ঞা আৰু জাগতিক সুখৰ বিনিময় কৰে। এয়া এক সাৰ্থক ৰচনা।

আন এটা গল্প 'বাজী' এণ্টন চেখভৰ ১৮৮৯ চনৰ চুটিগল্প য'ত এজন বেংক অংশীদাৰ আৰু ডেকা উকীলৰ মাজত যাৱজ্জীৱন কাৰাদণ্ড আৰু মৃত্যুদণ্ডৰ তুলনামূলক

বিচাৰৰ বাবে এক বাজীৰ সূত্ৰপাত হয়। বেংক বিষয়াই নদি কেয় যে যিমানেই টকাৰ প্ৰলোভন নহওক কিয় উকীলজন পোন্ধৰ বছৰৰ বাবে এটা কোঠাত আৱদ্ধ হৈ থকাটো সম্ভৱ নহয়। আচলতে এয়া প্ৰকৃতি আৰু জীৱনৰ প্ৰমূল্যৰ বাজী। চেখভৰ অন্য এক সুন্দৰ গল্প।

'আগ্নিক' জেক লণ্ডনৰ এটি ধ্ৰুৱক শৈলীৰ উত্তেজনাপূৰ্ণ আৰু পাহৰিব নোৱাৰাকৈ বিয়োগাত্মক কাহিনী যি প্ৰকৃততে এক আধুনিক দাৰ্শনিক কাহিনী। গল্পটোৰ ভাষ্য হ'ল ঃ এখন আক্ৰমণাত্মক আৰু উদাসীন পৃথিৱীত একককভাৱে জীয়াই থাকিবলৈ যাওঁতে জীৱনৰ অৰ্থৰ সন্ধান কৰি যোৱাটোৱে আগলৈ গৈ থকাৰ ইন্ধন।

'গুপুত কথা' এগৰাকী মাতৃৰ শান্তিপূৰ্ণ মৃত্যুৰ পাছত পুত্ৰ-কন্যাৰ ওচৰত তেওঁৰ জীৱনৰ এটি গোপন অধ্যায় উন্মুক্ত হোৱাৰ কাহিনী। মঁপাছাৰ এই গল্পৰ মূল কাহিনী মানুহৰ জটিল মানস আৰু ব্যক্তিগত জীৱনাকাংক্ষাৰ ওপৰত আধাৰিত। মাৰ্ক টোৱেনৰ 'এটা কুকুৰৰ কাহিনী' মানুহৰ স্বাৰ্থপৰতা আৱেগৰ উদ্বায়ীধৰ্মিতা আৰু কুকুৰৰ প্ৰভুভক্তিৰ ওপৰত আধাৰিত।

সংকলনটিৰ প্ৰতিটো গল্পই লেখকসকলৰ একোটা ভাল প্ৰতিনিধিত্বমূলক গল্প। শতিকা পূৰ্বে পৃথিৱীৰ চুটিগল্প কেনে এক পৰ্যায়ত আছিল আৰু সেই সময়ত আমি কি স্থানত অৱস্থান কৰিছিলোঁ তাৰেই এক তুলনামূলক আভাস এই সংগ্ৰহে নিশ্চয়কৈ দিব পাৰিব।

এই অনুবাদ কাৰ্য ৰূপায়ণত বিভিন্ন পৰ্যায়ত সহায়ৰ হাত আগবঢ়োৱা অসম সাহিত্য সভাৰ সহকৰ্মীসকলক, বিশেষকৈ কবি মনজিৎ সিং আৰু বিশিষ্ট লেখক, অনুবাদক বিপুল দেউৰীক ধন্যবাদ জ্ঞাপন কৰাৰ লগতে বেটুপাতৰ শিল্পী মনোজ চক্ৰৱৰ্তীৰো শলাগ ল'লোঁ।

ড° কুলধৰ শইকীয়া
সভাপতি
অসম সাহিত্য সভা

২৮-১২-২০ খ্ৰীষ্টাব্দ

# সম্পাদকৰ দুআষাৰ

জেফ্ৰী আৰ্চাৰে কৈছিল ঃ আমাৰ প্ৰত্যেকৰে মাজত একোখনকৈ কিতাপ নাথাকিব পাৰে, কিন্তু নিশ্চিতভাৱে একোটা সুন্দৰ গল্প বিৰাজমান। যুগ যুগ ধৰি বিশ্বব্যাপী অজস্ৰ গল্পৰ সৃষ্টি হৈছে, তাৰ ভিতৰত কালজয়ী হৈ ৰৈ গৈছে মাত্ৰ এমুঠিমান গল্প। এতিয়াৰ চুটিগল্পৰ অৱস্থাটো অৱশ্যে অত্যন্ত আশাপ্ৰদ। এতিয়া এনেকৈও কোৱা হৈছে যে বৰ্তমান ইমান বেছি পৰিমাণৰ লেখকে উৎকৃষ্ট গল্প লিখিবলৈ লৈছে যে চুটিগল্প এই অত্যধিক সামৰ্থৰ বাবেই মৃত্যুৰ গৰাহত পৰাটোও অসম্ভৱ নহয়হু

অনুবাদ কেৱল শব্দসমূহৰ ভাষিক ৰূপান্তৰ নহয়, এয়া এক সম্পূৰ্ণ সংস্কৃতিক অপৰিচিতজনৰ বাবে বোধগম্য কৰাৰ প্ৰয়াস। এলবাৰ্ট মেংগুৱেলৰ মতে এজন আদৰ্শ পাঠক প্ৰকৃততে এজন অনুবাদকো। তেওঁ ‘পাঠ’ক খণ্ডিত কৰিব পাৰে, তাৰ ছাল ছেলাব পাৰে, তাৰ হাড় পৰ্যন্ত কাটি ল’ব পাৰে, আনকি প্ৰতিডাল শিৰা, উপশিৰাক অনুসৰণ কৰি তেওঁ সৃষ্টি কৰি ল’ব পাৰে এটি নতুন জীৱনৰ শৰীৰহু

বৰ্তমান মুহূৰ্তত পৃথিৱীত সাত হাজাৰ এশ সোতৰটা কথিত ভাষা আছে। পৃথিৱীৰ আধাতকৈও বেছি মানুহে তেইশটা ভাষা ব্যৱহাৰ কৰে। এই প্ৰতিটো ভাষাতে হাজাৰ বিজাৰ ভাল গল্পৰ সৃষ্টি হৈ আহিছে। ভাষাৰ ব্যৱধানৰ বাবে এক ভাষিক পাঠকৰ বাবে দ্বিতীয় এটি ভাষাৰ গল্পৰ সোৱাদ লোৱাটো সম্ভৱপৰ হৈ নুঠে। কেৱল অনুবাদেহে এই কামটো সম্ভৱপৰ কৰি তুলিব পাৰে। অনুবাদ কৰ্মৰো নিজা কিছুমান সমস্যা আছে। ভাষিক গঠনৰ অনুবাদ, জতুৱা ঠাঁচ আৰু আপ্তবাক্যৰ অনুবাদ, যৌগিক শব্দৰ অনুবাদ, বহুমাত্ৰিক অৰ্থবিশিষ্ট শব্দৰ অনুবাদ আৰু শ্লেষ-কৌতুকৰ অনুবাদ অতি জটিল কৰ্ম। সেয়েহে হয়তো অনূদিত গল্পত মূল গল্পৰ নিৰ্যাস আৰু শাৰীৰ মাজৰ অৰ্থ কেতিয়াবা হেৰাই যায়। এনেয়ো অনুবাদকক বিশ্বাসঘাতক বুলি কোৱা হয়েইহু

অসম সাহিত্য সভাৰ সভাপতি ড° কুলধৰ শইকীয়া মহোদয়ৰ উৎসাহ আৰু দিহা পৰামৰ্শমতে এই অনুবাদ গল্পৰ সংকলনটিৰ কাম হাতত লোৱা হৈছে। অসংকলিত পৰ্যায়ত আমাৰ বহু উচ্চস্তৰৰ অনূদিত গল্প ৱেব পেইজ, আলোচনী আৰু খবৰ কাগজৰ বিশেষ সংখ্যাসমূহত সিঁচৰতি হৈ আছে। এনেধৰণৰ

দ্বিশতাধিক গল্পৰ মাজৰ পৰা সংকলনৰ বাবে কেৱল পঁচিশটা গল্প নির্বাচন কৰাটো সহজ কথা নহয়। এইসকল প্রচাৰবিমুখ অনুবাদকৰ বহু সুন্দৰ আৰু সার্থক অনুবাদক স্বীকৃতি দিবলৈয়ে অসম সাহিত্য সভাৰ এই প্রয়াস। অনুবাদৰ ক্ষেত্রত চেখভ, অ' হেনৰী আদি লেখক বেছি সৌভাগ্যৱান বাবে তেওঁলোকৰ গল্প প্রচুৰ পৰিমাণে উপলব্ধ। আমাৰ উদ্দেশ্য আছিল কম প্রখ্যাত লেখকৰ ভাল গল্পৰ অনুবাদৰ ৰসাস্বাদন কৰাৰ সুবিধা পাঠকক দিয়াটো। সেয়ে আমি এজন লেখকৰ কেৱল একোটিকৈ গল্পহে সংকলনটিৰ বাবে লৈছোঁ। কপী ৰাইট সম্পর্কীয় অসুবিধাৰ বাবে ভালেমান ভাল গল্প ল'ব পৰা নগ'ল। বহু প্রচেষ্টাৰ পাছতো যোগাযোগৰ অন্তৰায়ৰ বাবে বহুকেইজন বিশিষ্ট অনুবাদকৰ লগত ব্যক্তিগতভাৱে যোগাযোগ কৰিব পৰা নহ'ল। আশা কৰোঁ বৃহত্তৰ স্বার্থৰ খাতিৰত তেওঁলোকে এই কথাটো সহমর্মিতাৰে বিচাৰ কৰিব। যথাসময়ত আমি তেওঁলোকৰ লগত নিশ্চয় যোগাযোগ কৰিবলৈ চেষ্টা কৰিম। তেওঁলোকৰ অনুবাদ কর্মৰ অবিহনে এই মহৎ প্রকল্পটি কাহানিও সম্ভৱ নহ'লহেঁতেন। তেওঁলোকক মই আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

এই সংকলনত অন্তর্ভুক্ত সকলো গল্পৰে আলোচনা এই পৰিসৰত সম্ভৱ নহয় বাবে মই অপেক্ষাকৃতভাৱে কম দৃষ্টিগোচৰ হোৱা কেইজনমান লেখকৰ কেইটামান অনন্যসুন্দৰ গল্পৰ কথা ক'ম। নাট হামচনৰ 'জীৱনৰ আহ্বান' তেনে এক জীৱন এষণাৰ গল্প। কাযৰ কোঠাটোত এটা কফিনত মৃত স্বামীৰ উপস্থিতিত তেওঁৰ গাভৰু পত্নীৰ শৰীৰ উদযাপন চলিছে এজন পৰপুৰুষৰ লগত। মৃত্যুৰ পূর্বে এক দীঘলীয়া সময়ৰ বাবে কম বয়সীয়া নাৰীগৰাকীৰ বয়সস্থ স্বামী দুৰাৰোগ্য ৰোগত আক্রান্ত হৈ আছিল। এয়া যেন এক অৱজীৱনৰ পৰা তাৎক্ষণিকভাৱে জীৱনলৈ উত্তৰণৰ গল্প। মৃত্যু আৰু জীৱনৰ লেজু টনা খেলত এক ক্রীড়নকৰ মানসিক বিদ্রোহ। তথাকথিত নৈতিকতা আৰু সমাজ ব্যৱস্থাৰ ঊর্ধত জীৱনৰ এক নিজা গতি আছে আৰু জীৱনৰ এই গতিক ৰুদ্ধ কৰিব পৰা নাযায়।

আন এটা সুন্দৰ প্রেমৰ গল্প চাদাত হাচান মাণ্টোৰ 'লাইচেঞ্চ'। প্রেমৰ লাইচেঞ্চ, বিবাহৰ লাইচেঞ্চ, জীৱনৰ লাইচেঞ্চ আৰু জীৱিকাৰ লাইচেঞ্চ। যৌনতাৰো লাইচেঞ্চ থাকে। ইয়াত এগৰাকী বিধৱা নাৰীৰ প্রেম আৰু দৈহিক শুচিতা ৰক্ষাৰ বাবে এক নিৰৱধি সংগ্রামৰ বর্ণনা আছে। বিপদৰ দিনত সহায়ৰ হাত আগবঢ়াবলৈ অহা প্রতিজন পুৰুষেই এটা সময়ত নিজৰ প্রকৃত ৰূপ

দেখুৱাই আঁতৰি গৈছে। কেৱল প্ৰেমৰ স্মৃতিকে সাৱতি আগবাঢ়িব খোজা মহিলাগৰাকীক এটা সময়ত নগৰ প্ৰশাসনৰ ফালৰ পৰা কোৱা হৈছে ঃ তুমি মহিলা বাবে আমি টাংগা চলোৱাৰ লাইচেঞ্চ দিব নোৱাৰোঁ। অৱশ্যে জীৱিকাৰ বাবে দেহ ব্যৱসায়ৰ লাইচেঞ্চ তুমি পাব পাৰা। এনে এক শ্লেষ আৰু সমাজৰ প্ৰতি চৰম ভ্ৰূকুটিৰে গল্পটোৰ অন্ত পৰিছে।

গল্পকাৰ আলেকজেণ্ডাৰ কুপ্ৰিনৰ 'এযাৰ নিৰ্দোষ মিছা কথা' আন এটি সুন্দৰ গল্প। মানৱীয় ভুল আৰু সততাৰ ভুল মূল্যায়নৰ পৰিপ্ৰেক্ষিতত ধূসৰ হৈ পৰা এটি জীৱনৰ ছবি। মাতৃৰ সমুখত এটি নিৰ্দোষ মিছা কথাৰে জীৱনৰ কাৰুণ্য লুকুওৱাৰ অসফল প্ৰচেষ্টাৰে এটি সম্ভাব্য মিৰাকলৰ প্ৰতীক্ষাত জীৱন পাত কৰা এজন সৎ পুৰুষৰ কাহিনী বৰ্ণোৱা হৈছে এক অসাধাৰণ কাৰিকৰী কুশলতাৰে।

মুঠতে সংকলনটিৰ প্ৰতিটো গল্পই ভিন্ন মাত্ৰা আৰু ভিন্ন সোৱাদৰ। গল্পৰসিকসকলে প্ৰতিটো গল্প পাঠতে পাব এক অন্তৰ্মুখী যাত্ৰাৰ ৰহস্যঘন আনন্দ। এচকল জীৱনৰ প্ৰস্থচ্ছেদেৰে জীৱনৰ সাৰ্বিকতা উন্মোচন কৰিবলৈ লেখকসকল সফল হৈছে।

এইখিনিতে আন এটি কথাৰ স্পষ্টীকৰণ দিব খুজিছোঁ। এই সংকলনটিত পৃথিৱীৰ ভিন্ন ভাষাৰ বাচকবনীয়া গল্পসমূহক স্থান দিয়াৰ উপৰিও আমাৰ নিজৰো চুবুৰীয়া ভাষা বড়ো আৰু মণিপুৰী ভাষাৰ দুটি ভাল গল্প ইয়াত সন্নিৱিষ্ট কৰা হৈছে। বিশ্বসাহিত্যত আমাৰ ভাষাসমূহৰ সাহিত্যৰ তুলনামূলক স্থান নিৰূপণ কৰিবলৈ এয়া প্ৰয়োজনীয়। অৱশ্যে তুলনামূলক মানৰ ধাৰণাৰ বাবে প্ৰতিটো ভাষাৰ শ্ৰেষ্ঠতম গল্পসমূহৰ নিৰ্বাচন হোৱা উচিত। এই কথাটো স্বীকাৰ কৰি লোৱা ভাল হ'ব যে এই কামটো এই সংকলনৰ উদ্দেশ্য আৰু পৰিসৰৰ বাহিৰত।

সৰ্বশেষত, বৃহত্তৰ অসমীয়া জাতিৰ আয়ুস-ৰেখাস্বৰূপ অসম সাহিত্য সভাৰ এই মহান উদ্যোগৰ মই নতশিৰে শলাগ লৈছোঁ আৰু শ্ৰদ্ধেয় ড° কুলধৰ শইকীয়া প্ৰমুখ্যে অসম সাহিত্য সভাৰ সমূহ বিষয়ববীয়াক ধন্যবাদ জ্ঞাপন কৰিলোঁ। সংকলনটিয়ে পাঠকৰ আদৰ পালে আমাৰ সামান্য শ্ৰম সাৰ্থক হ'ব।

**অপূৰ্ব কুমাৰ শইকীয়া**
খানাপাৰা, গুৱাহাটী-২২
১।১২।২০২০

# সূচীপত্ৰ

# বাজী

## মূল গল্প ঃ এণ্টন চেখভ
## অনুবাদ ঃ যতীন্দ্ৰ চৌধুৰী

শৰৎ কালৰ এক গোমা নিশা। পোন্ধৰ বছৰ আগতে তেওঁ দিয়া এটা পাৰ্টীৰ কথা সুঁৱৰি, বয়সস্থ বেংকাৰজনে নিজৰ পঢ়া কোঠালিৰ ইটো চুকৰ পৰা সিটো চুকলৈ পায়চাৰি কৰি আছিল। বহুতো চতুৰ মানুহ পাৰ্টীটোত গোট খাইছিল আৰু যথেষ্ট আকৰ্ষণীয় কথা বতৰাও চলিছিল। তেওঁলোকে আলোচনা কৰা বিষয়সমূহৰ এটা আছিল মৃত্যুদণ্ড। অভ্যাগতসকলৰ মাজত ভালেকেইজন পণ্ডিত আৰু সাংবাদিকো আছিল আৰু তেওঁলোকৰ সৰহ সংখ্যকেই মৃত্যুদণ্ডৰ সপক্ষে নাছিল। তেওঁলোকৰ মতে ই আছিল এক আওপুৰণি শাস্তি যি কোনোমতেই এখন খ্ৰীষ্টিয়ান দেশত খাপ নাখায় আৰু অনৈতিকো আছিল। তেওঁলোকৰ কেইজনমানে মত পোষণ কৰিছিল যে সৰ্বত্ৰ মৃত্যুদণ্ডৰ সলনি যাৱজ্জীৱন কাৰাদণ্ড দিব লাগে।

"মই আপোনালোকৰ লগত সহমত নহওঁ", গৃহস্থই মাত দিছিল, "মোৰ মৃত্যুদণ্ডৰো অভিজ্ঞতা নাই, যাৱজ্জীৱন কাৰাদণ্ডৰো অভিজ্ঞতা নাই, কিন্তু তাত্ত্বিকভাৱে ক'বলৈ হ'লে, মোৰ মতে, মৃত্যুদণ্ড, আজীৱন কাৰাদণ্ডতকৈ বহুত বেছি নৈতিক আৰু মানৱীয়। মৃত্যুদণ্ডই ক্ষন্তেকতে প্ৰাণ হৰি নিয়ে। কাৰাদণ্ডই তিল তিলকৈ মৃত্যুৰ মুখলৈ নিয়ে। কোন বেছি দয়ালু ঘাতক, যিজনে কেইছেকেণ্ডমানতে আপোনাৰ প্ৰাণ নাশ কৰে নে যিজনে বছৰৰ পিছত বছৰ ধৰি আপোনাৰ প্ৰাণবায়ু তিলতিলকৈ উলিয়াই নিয়ে?"

"দুইটাই সমানেই অনৈতিক", এজন অভ্যাগতই কৈছিল, "কাৰণ দুয়োটাৰ উদ্দেশ্য একেটাই, কোনো এজনৰ প্ৰাণ কাঢ়ি লোৱা। ৰাষ্ট্ৰতো ভগৱান নহয়। ইয়াৰ কোনো অধিকাৰ নাই যে ইচ্ছা কৰিলেও ঘূৰাই দিব নোৱাৰা বস্তু এটা ই এজনৰ পৰা আজুৰি আনিব।"

সমাগত সকলৰ মাজত আছিল এজন উকিল, পঁচিশ বছৰমান বয়সৰ এজন তৰুণ। তেওঁক যেতিয়া তেওঁৰ মতামতৰ বিষয়ে সোধা হৈছিল, তেওঁ

কৈছিল, "মৃত্যুদণ্ড আৰু যাৱজ্জীৱন কাৰাদণ্ড, দুয়োটা সমানেই অনৈতিক, কিন্তু মোক যদি দুইটাৰ মাজৰ পৰা বাচি ল'বলৈ কোৱা হয়, মই নিশ্চিতভাৱে দ্বিতীয়টোহে বাচি ল'ম। সমূলি জীয়াই নথকাতকৈ, কিবা কৰি জীয়াই থকাটো বহুত বেছি ভাল।"

তাৰ পৰাই এক সজীৱ আলোচনাৰ সূত্ৰপাত হৈছিল। বেংকাৰজন তেতিয়া তুলনামূলকভাৱে ডেকা আছিল আৰু অলপতে নাৰ্ভাচ হৈছিল। তেওঁ হঠাতে নিজৰ সুস্থিৰতা হেৰুৱাইছিল আৰু হাতৰ মুঠিটোৰে সজোৰে মেজত ঢকিয়াই, উকিলজনৰ ফালে ঘূৰি লৈ চিঞৰি উঠিছিল, "মিছা কথা। মই বিশ লাখৰ বাজী মাৰিব পাৰোঁ যে এটা নিঃসংগ কোঠাত তুমি পাঁচ বছৰো থাকিব নোৱাৰিবা।"

"আপুনি যদি ধেমালি কৰা নাই, ময়ো বাজী মাৰি ক'ব পাৰোঁ যে মই পাঁচ বছৰ নহয়, পোন্ধৰ বছৰ থাকিম।"

"পোন্ধৰ বছৰ! ঠিক আছে", বেংকাৰজনে চিৎকাৰ কৰি উঠিছিল, "ভদ্ৰমণ্ডলী, মই বিশ লাখৰ বাজী লগালোঁ।"

"সন্মত মই। আপুনি বিশ লাখৰ বাজী লগালে আৰু মই বাজী লগালোঁ মোৰ স্বাধীনতাৰ।"

এইদৰেই এক উন্মাদ, অসম্ভৱ বাজীটো হৈ গ'ল। বেংকাৰজনৰ হাতত তেতিয়া আছিল কেবা নিযুত। পইচাই তেওঁক নষ্ট কৰিছিল। তেওঁ আছিল ক্ষণে তুষ্ট, ক্ষণে ৰুষ্ট। তেওঁ আনন্দত আত্মহাৰা হৈছিল।

নিশাৰ আহাৰৰ সময়ত তেওঁ ধেমালি কৰি উকিলজনক কৈছিল, "অধিক বিলম্ব হোৱাৰ আগতেই, নিজৰ বিচাৰ বুদ্ধি লগাই চোৱা, গোমূৰ্খ। মোৰ বাবে বিশ লাখ একোৱে নহয়, কিন্তু তোমাৰ জীৱনৰ উত্তম সময়ছোৱাৰ তিনি, চাৰি বছৰ তুমি হেৰুৱাবলৈ ওলাইছা। মই তিনি বা চাৰি বুলি কৈছোঁ, কাৰণ তাতকৈ বেছিদিন তুমি কোনোমতেই নোৱাৰিবা। হেৰা, অসুখী ডেকা, পাহৰি নাযাবা, স্বেচ্ছাই লোৱা কাৰাবাস, দণ্ডিত হৈ লোৱা কাৰাবাসতকৈ বহুত বেছি গধুৰ। তোমাৰ মনত ভাব এটাই খেলা কৰি থাকিব যে মন গ'লেই তুমি মুক্ত হৈ ওলাই আহিব পাৰিবা আৰু এই ভাবটোৱেই তোমাৰ সমগ্ৰ জীৱন বিষাক্ত কৰি তুলিব। তোমালৈ মোৰ পুতৌ ওপজে।"

এতিয়া বেংকাৰজনে ইফালৰ পৰা সিফাললৈ পায়চাৰি কৰি, সেই কথাবোৰ মনত পেলাইছিল আৰু নিজকে সুধিছিল, "কিয়, সেই বাজীটো মই মাৰিছিলোঁ। কি ভাল হ'ল তাৰ পৰা? উকিলজনে তেওঁৰ জীৱনৰ পোন্ধৰটা বছৰ হেৰুৱাব আৰু মই দলিয়াই পেলাম বিশ লাখ। ইয়াৰ পৰা মানুহবোৰ জানো পতিয়ন যাব যে মৃত্যুদণ্ড, যাৱজ্জীৱন কাৰাদণ্ডতকৈ বেছি ভাল বা বেয়া? নাই, নাই, একদম বাজে কথা। মোৰ কথা ক'বলৈ হ'লে ঘটনাটো এজন সম্পদশালী মানুহৰ খেয়াল-খুচিৰ বাবে হ'ল, উকিলজনৰ কথা ক'বলৈ গ'লে, সোণৰ প্ৰতি তাৰ মৰ খঁকৰ বাবে হ'ল।"

সেই সন্ধিয়া পাৰ্টী শেষ হোৱাৰ পাছত কি ঘটিছিল, তেওঁ মনত পেলাইছিল। সিদ্ধান্ত লোৱা হৈছিল যে বেংকাৰজনৰ কঠোৰৰো কঠোৰ পৰ্যবেক্ষণত বেংকাৰজনৰ ঘৰৰ, বাগিচাৰ ফালে থকা এটা কোঠাত উকিলজনে বন্দীত্বৰ জীৱন কটাব। এইটো কথাতো সহমতত উপনীত হোৱা হৈছিল যে বন্দীত্বৰ কালছোৱাত তেওঁ দুৱাৰমুখ পাৰ হৈ আহি কোনো মানুহক দেখাৰ অধিকাৰ নাথাকিব, মানুহৰ মাত শুনাৰ বা চিঠি-পত্ৰ, বাতৰি কাগজ পোৱাৰো অধিকাৰ নাথাকিব। তেওঁক এটা বাদ্যযন্ত্ৰ ৰাখিবলৈ, কিতাপ পঢ়িবলৈ, পানী খাবলৈ আৰু ধঁপাত হুপিবলৈ অনুমতি দিয়া হৈছিল। চুক্তি অনুযায়ী তেওঁ বৰ্হিজগতৰ লগত যোগাযোগ ৰক্ষা কৰাৰ বাবে বিশেষভাৱে নিৰ্মাণ কৰা সৰু খিৰিকী এখনেৰেহে নীৰৱে যোগাযোগ ৰাখিব পাৰিব। তেওঁ বিচৰা সকলো প্ৰয়োজনীয় বস্তু--কিতাপ, সংগীত, সুৰা সেই খিৰিকীখনেৰে টোকা এটা পঠিয়াই দি, যিমান লাগে সিমান পাবলৈ সক্ষম হ'ব। চুক্তিখনত সকলো চৰ্ত পুংখানুপুংখৰূপে বৰ্ণনা কৰা হৈছিল। সেই অনুযায়ী বন্দীত্ব হ'ব কঠোৰভাৱে নিঃসংগ। তদুপৰি চুক্তি অনুযায়ী উকিলজনে ১৮৭০ খ্ৰীষ্টাব্দৰ ১৪ নবেম্বৰৰ বাৰ বজাৰ পৰা ১৮৮৫ খ্ৰীষ্টাব্দৰ ১৪ নবেম্বৰৰ বাৰ বজালৈ বন্দীত্বত থাকিবলৈ বাধ্য থাকিব। এই চৰ্তৰ যদি সামান্যতমো ভংগ হয়, নিৰ্ধাৰিত সময়ৰ দুই মিনিট আগতেও যদি উকিলজন পলায়, বেংকাৰজনে তেওঁক বিশ লাখ দিয়াৰ পৰা মুক্ত হৈ পৰিব।

প্ৰথম বছৰৰ বন্দীত্বৰ কালছোৱাত উকিলজনে পঠিওৱা টোকাসমূহৰ পৰা যিমান দূৰ বুজা গৈছিল, তেওঁ ভীষণ নিঃসংগতা আৰু আমনিদায়ক পৰিস্থিতিত ভুগিছিল। তেওঁৰ কোঠাৰ পৰা দিনে, নিশাই মাথোন পিয়ানোৰ শব্দ ভাঁহি

আহিছিল। তেওঁ ধঁপাত আৰু সুৰা গ্ৰহণ কৰা নাছিল। তেওঁ লিখিছিল, "সুৰাই বাসনাবোৰ জগাই তোলে আৰু বাসনাসমূহেই হ'ল এজন কাৰাবন্দীৰ সবাতোকৈ ডাঙৰ শত্ৰু, তদুপৰি ভাল সুৰা অকলে খাবলগীয়া হোৱাৰ দৰে বিৰক্তিকৰ আন একো হ'ব নোৱাৰে। ধঁপাতে কোঠাৰ বায়ু প্ৰদূষিত কৰে। প্ৰথম বছৰটোত উকিলজনলৈ অলপ পাতল ধৰণৰ কিতাপ পঠিওৱা হৈছিল— প্ৰেমৰ পাক লগা কাহিনী থকা উপন্যাস, অপৰাধ আৰু উদ্ভট কল্পনাৰ কাহিনী, ক'মেডী ইত্যাদি।

দ্বিতীয় বছৰটোত পিয়ানোৰ শব্দ শুনা যোৱা নাছিল। উকিলজনে মাথোন কালজয়ী, ধ্ৰুপদী গ্ৰন্থ বিচাৰিছিল। পঞ্চম বছৰত পুনৰ সংগীতৰ ধ্বনি ভাঁহি আহিছিল আৰু বন্দীজনে সুৰা বিচাৰিছিল। যিসকলে তেওঁক পৰ্যবেক্ষণ কৰিছিল, তেওঁলোকে কৈছিল যে সেই বছৰ তেওঁ মাথোন খোৱা-পিয়া কৰিছিল আৰু বিছনাত বাগৰিছিল। প্ৰায়ে হামিয়াইছিল আৰু নিজকে খঙেৰে কথা কৈছিল। সেই বছৰ কিতাপ পঢ়া নাছিল। মাজে সময়ে নিশাৰ ভাগত, তেওঁ লিখিবলৈ বহিছিল। বহুত সময় জুৰি তেওঁ লিখিব আৰু ৰাতিপুৱা সেইবোৰ ফালি পেলাব। একাধিকবাৰ তেওঁ উচুপি উঠা শুনা গৈছিল।

ষষ্ঠ বৰ্ষৰ পিছৰ ডোখৰত বন্দীয়ে প্ৰচণ্ড আগ্ৰহেৰে ভাষা, দৰ্শন আৰু ইতিহাস পঢ়িবলৈ লৈছিল। এই বিষয়সমূহৰ গ্ৰন্থ তেওঁ এনেধৰণে গো-গ্ৰাসে গিলিছিল যে তেওঁৰ প্ৰয়োজন পূৰাব পৰাকৈ বেংকাৰজনে কোনোমতেহে কিতাপ যোগাৰ কৰি দিব পাৰিছিল। তেওঁৰ অনুৰোধ মৰ্মে চাৰি বছৰত প্ৰায় ছশখন কিতাপ কিনা হৈছিল। গ্ৰন্থৰ প্ৰতি তেওঁৰ এই দুৰ্বাৰ আবেগ চলি থকাৰ সময়তে বেংকাৰজনে তলত দিয়া চিঠিখন বন্দীৰ পৰা পাইছিল।

"প্ৰিয় জেইলাৰ, মই এই শাৰীকেইটা ছয়টা ভাষাত লিখিছোঁ। কোনো বিশেষ দক্ষ ব্যক্তিক দেখুৱাওক। তেওঁলোকক শাৰীবোৰ পঢ়িবলৈ দিয়ক। তেওঁলোকে যদি এটাও ভুল বিচাৰি নাপায়, আপোনাক অনুৰোধ কৰিছোঁ, আপুনি যাতে বাগিচাত বন্দুকৰ গুলী ফুটাবলৈ আদেশ দিয়ে। গুলীৰ শব্দ শুনিলে মই বুজি পাম যে মোৰ শ্ৰম অথলে যোৱা নাই। সকলো যুগৰ, সকলো দেশৰ প্ৰতিভাৱান ব্যক্তিসকলে, বিভিন্ন ভাষাত কথা কয়, কিন্তু তেওঁলোক প্ৰতিগৰাকীৰ অন্তৰত একেটা শিখা জ্বলে। আঃ, আপুনি যদি জানিলেহেঁতেন তেওঁলোকৰ কথাবোৰ বুজি উঠি মই কি এক স্বৰ্গীয় সুখ লাভ কৰিছোঁহু"

বন্দীৰ ইচ্ছা পূৰণ হৈছিল। বেংকাৰজনৰ আদেশ অনুযায়ী বাগিচাত বন্দুকৰ পৰা দুটা গুলী ফটোৱা হৈছিল।

পিছত দহ বছৰ পাৰ হৈ যোৱাত, উকিলজনে নিজৰ মেজৰ সমুখত অলৰ-অচৰভাৱে বহি লৈ মাথোন বাইবেলৰ নতুন ভাগ পঢ়িলে। বেংকাৰজন আচৰিত হৈছিল যে যিজন মানুহে চাৰি বছৰত, ছশ পাণ্ডিত্যপূৰ্ণ কিতাপ অধ্যয়ন কৰিছিল, সেইজন মানুহেই সহজে বুজিব পৰা, সৰু গ্ৰন্থ এখনত এক বছৰ সময় খৰচ কৰিছে। বাইবেলৰ নতুন ভাগৰ পাছত, ধৰ্ম আৰু ধৰ্মতত্ত্বই স্থান পালে।

বন্দীত্বৰ শেষ দুই বছৰত বন্দীয়ে অসাধাৰণ সংখ্যক কিতাপ কোনো বাচ বিচাৰ নোহোৱাকৈ পঢ়িলে। এই মুহূৰ্তত যদি প্ৰাকৃতিক বিজ্ঞান পঢ়িছে, পিছ মুহূৰ্তত বায়ৰণ বা শ্বেইক্সপীয়েৰলৈ ঢাপলি মেলিছে। তেওঁৰ পৰা এনেকুৱা টোকা আহিছিল য'ত একেলগে ৰসায়ন বিজ্ঞান, চিকিৎসা-বিজ্ঞানৰ পাঠ্য পুথি, উপন্যাস, ধৰ্ম বা ধৰ্মতত্ত্বৰ গৱেষণা গ্ৰন্থ বিচাৰিছিল। তেওঁ এনেকৈ পঢ়িছিল যে সাগৰত ভগ্ন জাহাজৰ টুকুৰাবোৰৰ মাজত সাঁতুৰি আছিল আৰু নিজৰ জীৱন বচোৱাৰ হেঁপাহতে ইটোৰ পিছত সিটো টুকুৰাক থাপ মাৰি ধৰিছিল।

২

বেংকাৰজনে এই আটাইবোৰ মনত পেলাইছিল আৰু ভাবিছিল ঃ

"কাইলৈ বাৰ বজাত তেওঁ তেওঁৰ স্বাধীনতা ঘূৰাই পাব। চৰ্ত অনুযায়ী মই তেওঁক বিশ লাখ দিব লাগিব। যদি মই পইচাখিনি দিওঁ, মই শেষ। চিৰদিনলৈ মই সৰ্বস্বান্ত হ'ম।"

পোন্ধৰ বছৰ আগতে তেওঁ হিচাপৰ অতীতত নিযুত নিযুত আছিল, কিন্তু এতিয়া তেওঁ নিজকে সুধিবলৈ ভয় কৰে, কি তেওঁৰ বেছি, ধন নে ধাৰ? ষ্টক একচেঞ্জত জুৱা খেলা, বিপদ চপাই লৈ ধন বিনিয়োগ কৰা আৰু বৃদ্ধাৱস্থাতো এৰিব নোৱাৰা ধুৱাখুলীয়া স্বভাৱে তেওঁৰ ব্যৱসায় ধ্বংসৰ ফালে লৈ গৈছিল, আৰু সেই নিৰ্ভিক, আত্মবিশ্বাসী, অহংকাৰী ব্যৱসায়ীজন হৈ পৰিছিল এজন সাধাৰণ বেংকাৰ যি কঁপি উঠিছিল অৰ্থনৈতিক বজাৰখনৰ প্ৰতিটো উত্থান-পতনত।

হতাশগ্ৰস্ত হৈ, মূৰটো খামুচি ধৰি বৃদ্ধই ভোৰভোৰাইছিল, "আঃ অভিশপ্ত বাজীটো।" মানুহটো মৰি নগ'ল কিয়? তেওঁৰ বয়স এতিয়া মাথোন চল্লিছ।

তেওঁৰ মোৰ প্ৰতিটো পইচা লৈ যাব, বিয়া কৰাব, জীৱন উপভোগ কৰিব, ষ্টক একচেঞ্জত জুৱা খেলিব আৰু মই ঈৰ্ষাপৰায়ণ ভিখাৰী এটাৰ দৰে চাই থাকিম আৰু একেখিনি কথা প্ৰতিদিনে তেওঁৰ পৰা শুনিব লাগিব ঃ "মোৰ জীৱনৰ সকলো সুখৰ বাবে তোমাৰ ওচৰত ধৰুৱা। তোমাক সহায় কৰিবলৈ মোক সুযোগ দিয়া।" "নাই, নাই, সেইটো হ'ব নোৱাৰেহ্লে মই দেউলীয়া হোৱাৰ পৰা আৰু অপযশৰ পৰা হাত সৰাৰ এটাই উপায় আছে— সেই মানুহটো মৰিব লাগিব।"

ঘড়ীৰ পৰা তিনি বজাৰ সংকেত আহিছিল। বেংকাৰজনে কাণ পাতি শুনিছিল। ঘৰখনত প্ৰত্যেকেই শুই আছিল। খিৰিকীৰ বাহিৰত, বৰফত গোটমৰা গছবোৰৰ হোঁ-হোৱনি শুনা গৈছিল। কোনো শব্দ নকৰাৰ চেষ্টা কৰি তেওঁ চন্দুকৰ পৰা সেই দৰ্জাখনৰ চাবিপাত উলিয়াইছিল যিখন দৰ্জা যোৱা পোন্ধৰ বছৰ খোলা হোৱা নাছিল। তেওঁ অ'ভাৰকোটটো পিন্ধিছিল আৰু ঘৰৰ পৰা ওলাই গৈছিল। চেঁচা বাগিচাখন আন্ধাৰে আৱৰি আছিল। বৰষুণ দি আছিল। সেমেকা, হাড়লৈকে কঁপাই যোৱা বতাহ এজাকে বাগিচাত হোঁ-হোৱাই আছিল আৰু গছবোৰক অস্থিৰ কৰি তুলিছিল। চকুৰে পিতপাতকৈ চায়ো বেংকাৰজনে মাটি, শুকুলা বৰণৰ প্ৰতিমূৰ্তিবোৰ, বাগিচাৰ কোঠাটো বা গছবোৰো দেখা নাছিল। বাগিচাৰ কোঠাটোৰ ফালে আগবাঢ়ি গৈ তেওঁ পহৰাদাৰজনক দুবাৰ মাতিছিল। কোনো উত্তৰ অহা নাছিল। দেখ দেখকৈ বেয়া বতৰৰ বাবে পহৰাদাৰজন গৈ পাকঘৰ বা সেউজ গৃহত আশ্ৰয় লৈছিল।

"যদি মোৰ উদ্দেশ্যটো পূৰ্ণ কৰাৰ সাহসকণ আছে", বৃদ্ধই ভাবিছিল, "প্ৰথমে সন্দেহ পহৰাদাৰজনকে কৰা হ'ব।"

আন্ধাৰতে তেওঁ খটখটিবোৰ আৰু দুৱাৰখন খেপিয়াই চাইছিল আৰু বাগিচাৰ কোঠাটোৰ হলটো পাইছিল। তাৰ পৰা ঠেক বাটটোৰে আগবাঢ়িছিল আৰু জুইশলা এডাল জ্বলাইছিল। তাত কোনো জনপ্ৰাণী এটা নাছিল। বিছনাচাদৰ নোহোৱা কাৰোবাৰ বিছনা এখন তাত পৰি আছিল। আন্ধাৰত, চুক এটাত অস্পষ্টকৈ এটা লোহাৰ ষ্টোভ দেখা গৈছিল। বন্দীৰ কোঠালৈ যোৱা দুৱাৰত মৰা মোহৰ অভগ্ন আছিল।

যেতিয়া জুইশলাডাল নুমাই গৈছিল, উত্তেজনাত কঁপি, কঁপি বৃদ্ধই অকণমানি খিৰিকীখনেৰে ভুমুকি মাৰি চাইছিল।

বন্দীৰ কোঠাটোত এডাল মম নিষ্প্ৰভভাৱে জ্বলি আছিল। বন্দীজনে মেজৰ কাষত বহি আছিল। কেৱল তেওঁৰ পিঠিখন, মূৰৰ চুলিখিনি, আৰু হাত দুখন দৃশ্যমান হৈ আছিল।

মেজত, চকী দুখনত, মেজৰ কাষৰ দলিচাত খোলা কিতাপ সিঁচৰতি হৈ পৰি আছিল।

পাঁচ মিনিট পাৰ হৈ গৈছিল, কিন্তু বন্দীজনে মুঠেই লৰচৰ কৰা নাছিল। পোন্ধৰ বছৰৰ বন্দীত্বই তেওঁক লৰচৰ নকৰাকৈ বহিবলৈ শিকাইছিল। বেংকাৰজনে আঙুলিৰে খিৰিকীত টোকৰ মাৰিছিল, কিন্তু সঁহাৰি হিচাপে বন্দীজনে অলপো লৰচৰ কৰা নাছিল। তেতিয়া বেংকাৰজনে সতৰ্কভাৱে দুৱাৰৰ মোহৰ ভাঙিছিল আৰু তলাটোত চাবিপাত ভৰাই দিছিল। মামৰে ধৰা তলাটোৰ পৰা এটা কৰ্কশ শব্দ ওলাইছিল আৰু দৰ্জাখনে কেৰ কেৰ শব্দ কৰিছিল। বেংকাৰজনে লগে লগেই এক আশ্চৰ্যসূচক শব্দ আৰু ভৰিৰ খোজৰ শব্দ শুনিবলৈ আশা কৰিছিল। তিনি মিনিট পাৰ হৈ গৈছিল। আগতে যিধৰণে নিস্তব্ধ হৈ আছিল, সেই ধৰণৰ নিস্তব্ধতা তেতিয়াও আছিল। কোঠাত সোমাবলৈ বেংকাৰজনে মন বান্ধি লৈছিল।

মেজখনৰ সমুখত বহি আছিল এজন মানুহ, তেওঁ মুঠেই সাধাৰণ মানুহৰ দৰে নাছিল। সেইটো আছিল এটা জকা, ছালখন কোঁচ খাই গৈছিল, চুলিবোৰ তিৰোতা মানুহৰ চুলিৰ দৰেই দীঘল আৰু কেকোৰা আছিল। দাঢ়ি দীঘল, অপৰিচ্ছন্ন। মুখৰ বৰণ হৈ পৰিছিল মটীয়া, হালধীয়া, গাল ভাঙি সোমাই গৈছিল, পিঠিখন ঠেক, দীঘল আৰু যিখন হাতৰ ওপৰত তেওঁ চুলি ভৰা মূৰটো থৈছিল, সেই হাতখন এনেকুৱা শীৰ্ণ আছিল যে দেখিলেই বুকু বিষাই যায়। তেওঁৰ চুলি ইতিমধ্যে পকিছিল আৰু তেওঁৰ মুখৰ বাৰ্ধক্যজনিত লেৰেলা অৱস্থাই, সেই মুখ দেখা কোনো মানুহক পতিয়ন নিয়াব নোৱাৰিব যে তেওঁৰ বয়স মাত্ৰ চল্লিশ বছৰ হৈছিল। মেজত, তেওঁৰ ভাঁজ হৈ থকা মূৰৰ আগত, কাগজ এখন পৰি আছিল য'ত সৰু সৰু আখৰেৰে কিবা লিখা আছিল।

"বেচেৰাটো" বেংকাৰজনে ভাবিছিল, "তেওঁ শুই আছে আৰু সপোনত হয়তো নিযুত, নিযুত ধন দেখি আছে। মই কেৱল এই আধামৰা দেহটোক লৈ গৈ বিছনাখনত দলিয়াই দি গাৰুটোৰে এটা মুহূৰ্ত হেঁচা মাৰি ধৰিলেই আৰু অতি সতৰ্কভাৱে কৰা মৰণোত্তৰ পৰীক্ষাতো অস্বাভাৱিক মৃত্যুৰ কোনো চিনেই

নাপাব, কিন্তু প্ৰথমতে তেওঁ কিনো লিখি থৈছে, পঢ়োঁচোন।"

বেংকাৰজনে মেজৰ পৰা কাগজৰ টুকুৰাটো লৈ পঢ়িবলৈ ধৰিলে—

"কাইলৈ নিশা বাৰ বজাত মই মোৰ স্বাধীনতা আৰু মানুহৰ লগত মিলামিছা কৰাৰ অধিকাৰ ঘূৰাই পাম, কিন্তু এই কোঠাটো এৰি গৈ সূৰ্যটো দেখাৰ আগতে আপোনাক দুআষাৰ কোৱাৰ প্ৰয়োজন অনুভৱ কৰিছোঁ। মোৰ সম্পূৰ্ণ সুস্থ বিবেক আৰু যি ভগৱানে মোক দেখি আছে তেওঁৰ আগত মই ঘোষণা কৰোঁ যে মই মুক্তি, জীৱন, স্বাস্থ্য আৰু গ্ৰন্থসমূহ যাক পৃথিৱীৰ আশীৰ্বাদ বুলি কোৱা হয় সেই সকলোবোৰ প্ৰচণ্ডভাৱে ঘৃণা কৰোঁ।"

"পোন্ধৰ বছৰ জুৰি মই যথেষ্ট কষ্ট কৰি পাৰ্থিৱ জীৱন সম্পৰ্কে পঢ়া-শুনা কৰিলোঁ। এইটো সত্য, মই মানুহকো দেখা পোৱা নাছিলোঁ, পৃথিৱীখনকো, কিন্তু আপুনি দিয়া গ্ৰন্থসমূহৰ মাজেৰেই মই সুবাসিত সুৰা পান কৰিছিলোঁ। গীত গাইছিলোঁ, অৰণ্যত পহু আৰু বনৰীয়া গাহৰি চিকাৰ কৰিছিলোঁ। নাৰীক ভাল পাইছিলোঁ.... আৰু আপোনাৰ কবিসকলে সৃষ্টি কৰা, অপাৰ্থিৱ মেঘৰ দৰে অতি সুন্দৰী নাৰীবোৰে মোক নিশা দৰ্শন দিছিল আৰু মোৰ কাণত অপৰূপ ৰূপকথা কৈছিল যাক শুনি মোৰ মগজু নিচাগ্ৰস্ত হৈছিল। আপোনাৰ কিতাপৰ জৰিয়তেই মই এলব্ৰুজ আৰু মোণ্ট ব্লাংকৰ চূড়াত থিয় হৈছিলোঁ আৰু তাৰ পৰা দেখিছিলোঁ ৰাতিপুৱা কেনেকৈ সূৰ্যটো ওলাই আহে আৰু সন্ধিয়া কেনেকৈ আকাশ, মহাসাগৰ আৰু পৰ্বতৰ শৃংগ সোণালী আভাৰে ভৰাই তোলে। তাৰ পৰাই মই দেখিছিলোঁ কেনেকৈ মোৰ ওপৰত মেঘ ফালি বিজুলী মাৰিছিল, মই দেখিছিলোঁ সেউজীয়া অৰণ্য, পথাৰ, নৈ, হ্ৰদ, মহানগৰ। মই দেৱ-দেৱীৰ সংগীত শুনিছিলোঁ, মই সুন্দৰ শয়তানৰ ডেউকা স্পৰ্শ কৰিছিলোঁ, যি শয়তানে উৰি উৰি মোক ঈশ্বৰৰ কথা ক'বলৈ আহিছিল.....আপোনাৰ কিতাপৰ মাজেৰেই মই অতল গহ্বৰত সোমাইছিলোঁ, আশ্চৰ্যকৰ কাণ্ড কৰিছিলোঁ, মহানগৰী পুৰি ছাই কৰি দিছিলোঁ, নতুন ধৰ্মৰ বাণী বিলাইছিলোঁ, দেশৰ পাছত দেশ জয় কৰিছিলোঁ।

"আপোনাৰ গ্ৰন্থসমূহৰ পৰা মই জ্ঞান লাভ কৰিছিলোঁ। কেবা শতাব্দী জুৰি মানুহে আহৰণ কৰা জ্ঞান মোৰ মগজুৰ এটা অকণমানি টেমুনাত সোমাই আছে। মই জানো, মই আন সকলোবোৰতকৈ বহুত বেছি বুধিয়ক।"

"আৰু মই আপোনাৰ গ্ৰন্থসমূহ অতিপাত ঘৃণা কৰোঁ, ঘৃণা কৰোঁ পৃথিৱীৰ সৰ্বস্ব সুখ আৰু জ্ঞান, সকলো বস্তু মহাশূন্য, দুৰ্বল, মৰীচিকাৰ দৰে,

প্ৰহেলীকাময়। মানুহ গৰ্বী, জ্ঞানী আৰু সুন্দৰ হ'ব পাৰে, কিন্তু মৃত্যুৱে মাটিৰ তলৰ নিগনিবোৰৰ দৰে মানুহকো পৃথিৱীৰ বুকুৰ পৰা নিশ্চিহ্ন কৰিব। আৰু মানুহৰ ভৱিষ্যত, ইতিহাস আৰু মহান মনিষীসকলৰ অমৰত্ব পৃথিৱীৰ বুকুত ছাই হৈ পৰি ৰ'ব।"

"মানুহ উন্মাদ আৰু বিপথে গৈছে। মিছাক মানুহে সত্য বুলি গ্ৰহণ কৰে, কদৰ্যতাক সৌন্দৰ্য বুলি লয়। যদি আপেল আৰু সুমথিৰাৰ গছত ফলৰ সলনি হঠাৎ ভেকুলী আৰু জেঠী হ'বলৈ লয় আৰু গোলাপৰ গোন্ধত যদি ঘামি থকা ঘোঁৰা এটাৰ গোন্ধ পোৱা, তোমালোক হতভম্ব হ'বা। সেয়ে মই হতভম্ব তোমালোকক দেখি, যিয়ে সৰগৰ বিনিময়ত পৃথিৱী গ্ৰহণ কৰিছা। মই তোমালোকক বুজিবলৈ চেষ্টা নকৰোঁ।"

"যিহৰ দ্বাৰা আপুনি জীয়াই থাকিবলৈ বিচাৰে তাৰ প্ৰতি যে মোৰ চৰম ঘৃণা আছে তাক দেখুৱাবলৈ যি বিশ লাখক মই এসময়ত সৰগ বুলি বিশ্বাস কৰিছিলোঁ, সেই বিশ লাখক মই এতিয়া ঘৃণা কৰোঁ আৰু মই সেই বিশ লাখ ৰেহাই দিছোঁ। সেই বিশ লাখৰ ওপৰত মোৰ অধিকাৰৰ পৰা মোক নিজকে বঞ্চিত কৰিবলৈ মই চৰ্ত অনুযায়ী নিৰ্ধাৰিত সময়তকৈ পাঁচ মিনিট আগতেই ইয়াৰ পৰা ওলাই যাম আৰু সেইদৰেই চৰ্ত ভংগ কৰিম।"

কাগজখন পঢ়ি শেষ কৰাৰ পাছত, বেংকাৰজনে কাগজখন মেজৰ ওপৰত থৈ দিছিল আৰু সেই আচৰিত মানুহজনৰ মূৰত চুমা এটা খাই উচুপিবলৈ ধৰিছিল। কোঠাটোৰ পৰা তেওঁ ওলাই গৈছিল। জীৱনত কাহানিও, আনকি ষ্টক একচেঞ্জত ভয়ানক লোকচানৰ সমুখীন হোৱাৰ পাছতো, তেওঁৰ নিজৰ প্ৰতি ইমান ঘৃণা ওপজা নাছিল। ঘৰলৈ আহি তেওঁ বিছনাত বাগৰি দিছিল, কিন্তু অশান্তি আৰু চকুপানীয়ে বহু দেৰিলৈ চকুলৈ টোপনি আহিবলৈ দিয়া নাছিল।

পিছদিনা ৰাতিপুৱা বেচেৰা পহৰাদাৰজন দৌৰি তেওঁৰ কাষ পাইছিল আৰু তেওঁক জনাইছিল যে বাগিচাৰ কোঠাত থকা মানুহজনে খিৰিকীৰে বগাই বাহিৰলৈ ওলাই যোৱা তেওঁলোকে দেখিছিল। তেওঁ গেটলৈ ওলাই গৈ অদৃশ্য হৈছিল।

বেংকাৰজনে লগে লগে তেওঁৰ লগুৱাৰ লগত কোঠাটোলৈ গৈ বন্দীৰ পলায়ন সম্পৰ্কে নিশ্চিন্ত হৈ লৈছিল। অযথা জনৰবৰ পৰা হাত সাৰিবলৈ

বন্দীজনে নাকচ কৰি লিখা কাগজখন মেজৰ পৰা লৈ ঘূৰি অহাৰ পাছত নিজৰ চন্দুকত সুমুৱাই থৈছিল।◆

(**লেখকৰ চমু পৰিচিতি** ঃ এণ্টন চেখভ আছিল বিশ্ববিশ্ৰুত গল্পকাৰ আৰু নাট্যকাৰ। পেচাগতভাৱে চিকিৎসক চেখভৰ জন্ম ছোভিয়েট ৰুছিয়াত ১৮৬০ চনৰ ২৯ জানুৱাৰিত। পুশকিন পুৰস্কাৰেৰে তেওঁক সন্মানিত কৰা হৈছিল। সাহিত্য চৰ্চাত ষ্ট্ৰিম অৱ কনচাছনেছ আংগিকৰ ব্যৱহাৰেৰে চেখভৰ গল্প মৌলিকতা গুণসম্পন্ন।)

# ছোৱালীজনীৰ আকৰ্ষণত

## মূল গল্প ঃ অ' হেনৰি

## অনুবাদ ঃ ভুবনচন্দ্ৰ বৰা

নশ বাযষ্ঠি নম্বৰ কোঠালিৰ কাঁচৰ দুৱাৰত সোণালী অক্ষৰেৰে লিখিত শব্দকেইটাই ঘোষণা কৰিছে ঃ "ৰবিন্স আৰু হাৰ্টলি, ব্ৰ'কাৰ।" সন্ধিয়া পাঁচ বাজি গৈছে। কৰ্মচাৰীসকল ঘৰাঘৰি গ'ল। মেঘৰ মুকুট পিন্ধা একুৰি মহলাৰ কাৰ্যালয় গৃহটোত এতিয়া পুৰস্কৃত হোৱা এদল ৰেচৰ ঘোঁৰাৰ দৰে ঘৰ চাফা কৰা মহিলাবৃন্দৰ দপদপনি। আধা খোলা খিৰিকীৰে সোমাই আহিছে নেমু বাকলি, কয়লাৰ ধোঁৱা আৰু তিমি মাছৰ তেলৰ গোন্ধ মিশ্ৰিত এছাটি গৰম বতাহ।

ৰবিন্স মানুহজন পঞ্চাছ বছৰীয়া। দেহৰ ভৰ অলপ বেছি। যিকোনো অনুষ্ঠানৰ প্ৰথম নিশাতে উপস্থিত থকাত আৰু হোটেলৰ কোঠাৰ প্ৰতি তেওঁৰ আগ্ৰহ বেছি। দিনৌ মফচলৰ পৰা কাৰ্যালয়লৈ যাতায়াত কৰা পাৰ্টনাৰজনৰ প্ৰতি তেওঁ ঈৰ্ষান্বিত হোৱাৰ ভাও জোৰে।

তেওঁ ক'লে, "আজি নিশা অলপ শীতৰ উপভোগ কৰাৰ দিহা কৰিছোঁ। আপোনালোক মফচলৰ মানুহবোৰো যেহু উপভোগৰ নামত ঘৰৰ সমুখৰ বাৰাণ্ডাত ফৰিংমতীয়া বান্ধবীৰ কাষত বহি জোনাকত বিলম্বিত মদ্যপান।"

ঊনত্ৰিছ বছৰীয়া হাৰ্টলি ক্ষীণকায়, সুদৰ্শন আৰু সদায় যেন কিবা উদ্বিগ্ন হৈ থকা। এটা হুমুনিয়াহ কাঢ়ি সামান্য ভ্ৰূকুটিৰে তেওঁ ক'লে, "এৰা ফ্লোৰেলহাৰ্ষ্টৰ নিশাবোৰ, বিশেষকৈ জাৰকালি, সদায়েই উত্তাপহীন।"

এনেতে কৌতুকপূৰ্ণ মুখাবয়বৰ এজন ভদ্ৰলোক হাৰ্টলিৰ ওচৰলৈ আহিল। ডিটেক্টিভৰ সহজাত ভংগীৰে তেওঁ হাৰ্টলিক ফুচফুচাই ক'লে, "ছোৱালীজনী এতিয়া ক'ত থাকে মই বিচাৰি উলিয়াইছোঁ।"

মানুহজনৰ প্ৰতি হাৰ্টলিয়ে এক নাটকীয় নীৰৱতা আৰু মৌনতাৰ কোপদৃষ্টি পেলালে। ইতিমধ্যে ৰবিন্সে তেওঁৰ বেতডাল হাতত লৈ নিজৰ পছন্দ মতে টাই-পিন্টো ঠিক কৰি, প্ৰফুল্ল-চিত্তে মূৰ দোঁৱাই মহানগৰীৰ আনন্দ উপভোগ কৰিবলৈ বুলি ওলাই গ'ল।

শ্ৰোতাক চমৎকৃত কৰাত ব্যৰ্থ হৈ এইবাৰ ডিটেক্টিভ্‌জনে স্বাভাৱিক স্বৰত ক'লে, "এইটো ঠিকনা।"

লেতেৰা নোট-বুকৰ পৰা ফালি দিয়া পাতটো হাৰ্টলিয়ে ল'লে। তাত পেঞ্চিলেৰে লিখা আছিল, "ভিভিয়ান আৰ্লিংটন। ৩৪১ নং পূব পথ, মাৰফৎ মিছেচ্ মেক কোমাছ।"

"এসপ্তাহৰ আগতে তাৈলে গৈছে", ডিটেক্টিভ্‌জনে ক'লে। "এতিয়া আপুনি যদি তেওঁৰ বিষয়ে কিবা অনুসন্ধান কৰাটো বিচাৰে তেনেহ'লে মই এই নগৰৰ যিকোনো এজন ডিটেক্টিভ্‌ৰ দৰেই সেৱা আগবঢ়াবলৈ প্ৰস্তুত। পাৰিশ্ৰমিক হিচাপে মোক দিব লাগিব দিনে সাত ডলাৰ আৰু যাৱতীয় খৰচ-পাতি। দিনৌ টাইপ্ কৰা প্ৰতিবেদন একোখন পঠাম, য'ত সামৰা হ'ব....।"

ব্ৰ'কাৰজনে তেওঁক বাধা দি ক'লে, "আপুনি আগবাঢ়িব নালাগে। এইটো তেনে ধৰণৰ কেচ্ নহয়। মই মাথোঁ ঠিকনাটোহে বিচাৰিছিলোঁ। এতিয়া পিছে আপোনাৰ সেৱাৰ কাৰণে কিমান দিব লাগিব?"

"এদিনৰ পাৰিশ্ৰমিক। দহ ডলাৰৰ নোট এখন দিলেই হ'ব।"

হাৰ্টলিয়ে তেওঁক পইচাখিনি দি বিদায় দিলে। তাৰ পিছত তেওঁ কাৰ্যালয়ৰ পৰা ওলাই ব্ৰড্‌ওৱেগামী এখন গাড়ীত উঠিল। প্ৰথমতে পোৰা ডাঙৰ আলি কেকুৰীটোতে নামি তেওঁ পূবফালে যোৱা আন এখন গাড়ীত উঠিল। এটা ক্ষয়িষ্ণু ৰাজপথত তেওঁ নামিল। এই ৰাজপথৰ আশে-পাশে থকা প্ৰাচীন অট্টালিকাসমূহ এসময়ত নগৰখনৰ যশ-গৌৰৱৰ বস্তু আছিল।

কেইটামান বাসগৃহৰ এলেকা পাৰ হৈয়ে তেওঁ বিচৰা ঘৰটোৰ সমুখত থিয় হ'ল। এইটো এটা নতুন ফ্লেট্ গৃহ। সস্তীয়া শিলেৰে নিৰ্মিত ইয়াৰ দুৱাৰ মুখতে সুমধুৰ এটা নাম খোদিত কৰা, "দি ভেলামব্ৰোজা"। ঘৰটোৰ আগফালেদিয়েই জুই লাগিলে ব্যৱহাৰ কৰিব পৰা ছিৰিটো নামি গৈছে। বিভিন্ন ঘৰুৱা সামগ্ৰী, শুকাবলৈ দিয়া কাপোৰ আদিৰে ছিৰিটো ভৰা। দুপৰীয়াৰ প্ৰখৰ ৰ'দৰ পৰা ৰেহাই পাবলৈ এজাক শিশুৱে তাত আশ্ৰয় লৈ চিঞৰ-বাখৰ কৰি আছে। অ'ত ত'ত আকৌ দুই-এজোপা বিবৰ্ণ ৰবৰ গছে বস্তু-বাহানিবোৰৰ মাজেৰে ভুমুকি মাৰি যেন নিজেই থিৰাং কৰিব পৰা নাই, সিহঁত আচলতে কি, জীৱ-জন্তু, শাক-পাচলি, নে অন্য কিবা কৃত্ৰিম বস্তু!

হাৰ্টলিয়ে "মিছেচ্ মেক কোমাছ" নিৰ্দেশিত বুটামটোত টিপা মাৰিলে। কোনোবা বন্ধুৰেই আগমন নে কৰ সংগ্ৰহকাৰীৰ দৰে কোনোবা অনাহূতজনে

প্ৰবেশ কৰিব বিচাৰিছে, ধৰিব নোৱাৰিহে যেন দুৱাৰখনৰ শলখা থেৰো-গেৰোঁকৈহে মেল খালে। হাৰ্টলি সোমাই ছিৰিয়েদি ওপৰলৈ উঠি গ'ল। তেওঁৰ উঠাৰ ভংগীটো এটা সৰু ল'ৰাই আপেল গছত উঠাৰ দৰে, ইপ্সিত ফলটো পালেই ৰৈ দিব।

চতুৰ্থ মহলাৰ এখন খোলা দুৱাৰৰ সন্মুখত তেওঁ ভিভিয়ানক ৰৈ থকা দেখিলে। তাই তেওঁক এটা অকৃত্ৰিম উজ্জ্বল মিচিকিয়া হাঁহিৰে মূৰ দোঁৱাই ভিতৰলৈ মাতিলে। খিৰিকীৰ কাষতে থকা চকী এখনত তেওঁক বহিবলৈ দি নিজে ৰহস্যজনকভাৱে ঢাকি থোৱা আন এখন আসনত বহিছে।

কথা আৰম্ভ কৰাৰ আগতেই হাৰ্টলিয়ে ক্ষিপ্ৰতাৰে এবাৰ সপ্ৰশংস দৃষ্টি বুলাই পেটে পেটে ভাবিলে যে তেওঁৰ বিচাৰ নিখুঁত।

ভিভিয়ানৰ বয়স একৈশ। বিশুদ্ধ চেক্সনৰ চেহেৰা তাইৰ। পৰিপাটিকৈ বান্ধি থোৱা তেজগোৱা সোণালী ৰঙৰ তাইৰ চুলিকোছাৰ প্ৰতিডালেই নিজস্ব বৰ্ণ-ঔজ্জ্বল্য বিকশাই তুলিছে। চুলিৰ লগত সম্পূৰ্ণ সামঞ্জস্য ৰাখিছে হাতীৰ দাঁতৰ দৰে তাইৰ দেহৰ বৰণে আৰু গভীৰ সাগৰৰ পানীৰ দৰে নীলা তাইৰ চকুযুৰিয়ে। এই ধৰাৰ বুকুত তাই যেন জলকুঁৱৰীৰ শান্ত-দৃষ্টি বুলায়, অথবা তাই যেন কোনো অনাৱিস্কৃত পৰ্বতীয়া জুৰিত বিচৰণ কৰা এগৰাকী পৰী। তাইৰ দেহ-সুষমাত যদিও উত্তৰৰ বৈশিষ্ট্য বিদ্যমান, তথাপি তাইৰ ঈষৎ হেলনীয়া দেহ-ভংগিমাত, অকপট সন্তুষ্টিত, আনকি উশাহ-নিশাহ স্বাচ্ছন্দ্যত যেন প্ৰকাশ পাইছে, গ্ৰীষ্ম মণ্ডলৰ কিছু আভাস। তাই যেন প্ৰকৃতিৰ সম্পূৰ্ণ সৃষ্টি, যাক দুৰ্লভ পুষ্প অথবা দুগ্ধ-ধবল কপৌটোৰ দৰেই প্ৰশংসা কৰিব পাৰি।

তাইৰ পৰিধানত কঁকালত বগা আৰু বাকীখিনি তিমিৰ বৰণৰ স্কাৰ্ট।

মিনতিভৰা দৃষ্টি পেলাই হাৰ্টলিয়ে ক'লে, "ভিভিয়ান, তুমি মোৰ অন্তিম চিঠিখনৰ কোনো উত্তৰ নিদিলা। আজি প্ৰায় এসপ্তাহ ধৰি বহুতো বিচাৰ-খোচাৰ কৰাৰ পিছতহে মই তোমাৰ ঠিকনাটো উলিয়াব পাৰিছোঁ। তুমিতো জানা মই কিমান উদ্বেগ আৰু উৎকণ্ঠাৰে তোমাৰ সদুত্তৰৰ কাৰণে বাট চাই আছোঁ।"

ছোৱালীজনীয়ে এক স্বপ্নিল দৃষ্টিৰে খিৰিকীৰে এবাৰ বাহিৰলৈ চালে। তাৰ পিছত তাই থেৰো-গেঁৰোকৈ ক'লে, "মই কি কওঁ ভাবি পোৱা নাই। আপোনাৰ প্ৰস্তাৱত থকা সা-সুবিধাবোৰৰ কথা মই বুজি পাইছোঁ। সেয়েহে কেতিয়াবা মই অনুভৱ কৰোঁ যে আপোনাৰ সান্নিধ্যত মই সুখী হ'ব পাৰিম। আকৌ কেতিয়াবা মোৰ মনত সন্দেহৰ উদ্ৰেক হয়। জন্মৰে পৰা মই নগৰীয়া

ছোৱালী, নিৰিবিলি মফচলীয়া জীৱন-ধাৰাত মই জানো খাপ খুৱাই ল'ব পাৰিমহু"

হাৰ্টলিয়ে আকুলতাৰে ক'লে, "মোৰ সাধ্যই কুলাই মানে তুমি বিচৰা সকলো সা-সুবিধাই জানো তোমাক দিম বুলি কোৱা নাই? বন্ধুৰ ঘৰলৈকে হওক, থিয়েটাৰ চাবলৈকে হওক নাইবা বজাৰ-সমাৰ কৰিবলৈকে হওক, যেতিয়াই ইচ্ছা কৰা তেতিয়াই তুমি নগৰলৈ বুলি আহিব পাৰিবা। মোৰ কথা জানো তোমাৰ বিশ্বাস হোৱা নাই?"

তাই অকপট দৃষ্টিৰে মিচিকিয়া হাঁহি মাৰি হাৰ্টলিৰ ফালে চাই ক'লে, "মই আপোনাক পূৰা মাত্ৰাই বিশ্বাস কৰোঁ। মই জানো, আপুনি এগৰাকী সহৃদয় লোক, আপোনাৰ সান্নিধ্য পোৱাটো নিতান্তই ভাগ্যৰ কথা। আপোনাৰ বিষয়ে সকলো কথা মণ্টগোমেৰিহঁতৰ ঘৰতে শুনিছোঁ।"

দৃষ্টিত সোঁৱৰণীৰ আলফুলীয়া আভা সানি হাৰ্টলিয়ে ক'লে, "অ', মণ্টগোমেৰিৰ গৃহত তোমাক প্ৰথমে দেখা সন্ধিয়াটোৰ কথা মোৰ ভালকৈ মনত আছে। মিছেচ্ মণ্টগোমেৰিয়ে সমস্ত সন্ধিয়াটোতে তোমাৰ গুণানুকীৰ্তনকে কৰিলে। তথাপি যেন তোমাৰ প্ৰশংসা আধৰুৱা হৈহে ৰ'ল। মই সেই নিশা পৰিবেশন কৰা আহাৰৰ কথা কেতিয়াও নাপাহৰোঁ। ভিভিয়ান, তুমি কথা দিয়া। তোমাক মই বিচাৰোঁ। মোৰ তালৈ গৈ তুমি কেতিয়াও অনুতাপ কৰিব লগা নহয়। আন কোনেও তোমাক এনে এখন সুখৰ ঘৰৰ সন্ধান দিব নোৱাৰে।"

ছোৱালীজনীয়ে এটা হুমুনিয়াহ কাঢ়ি আঁঠুৰ ওপৰত সাবটি থোৱা তাইৰ হাত দুখনলৈ চালে।

এক চকিত ঈৰ্ষান্বিত সন্দেহে হাৰ্টলিক বিৱশ কৰিলে।

আগ্ৰহেৰে তাইলৈ চাই তেওঁ সুধিলে, "মোক কোৱা ভিভিয়ান, আন কোনোবা এজন, মানে বেলেগ কোনোবা এজন আছে নেকি?"

তাইৰ শুভ্ৰ গণ্ডস্থল আৰু গ্ৰীৱাত ক্ৰমশঃ গোলাপী আভা ফুটি উঠিল।

"আপুনি এইটো নোসোধা হ'লেই ভাল আছিল?" অলপ বিপাণ্ডত পৰি তাই ক'লে, "তথাপি মই আপোনাক কওঁ, আৰু এজন আছে, অৱশ্যে তেওঁ কোনো অধিকাৰ সাব্যস্ত কৰিব নোৱাৰে, তেওঁক মই কথা দিয়া নাই।"

"তেওঁৰ নাম?"—অলপ টানকৈয়ে হাৰ্টলিয়ে সুধিলে।

"টাউনচেণ্ড।"

"ৰেফোৰ্ড টাউনচেণ্ডহু" মুখ মণ্ডল দৃঢ় কৰি আশ্চৰ্য প্ৰকাশ কৰি হাৰ্টলিয়ে

ক'লে, "সেই মানুহজনে তোমাৰ বিষয়ে কেনেকৈ জানিলে? মই যে তেওঁৰ কাৰণে কি কৰা নাই....।"

খিৰিকীৰ তলৰ গঁৰিলাত হাউলি ভিভিয়ানে মাত লগালে, "তেওঁৰ গাড়ীখন এইমাত্ৰ ৰৈছেহি। তেওঁৰো উত্তৰ বিচাৰিয়েই আহিছে। মই যে কি কৰোঁ"

ফ্লেটৰ ৰান্ধনী ঘৰৰ ঘণ্টা বাজিলে। দুৱাৰৰ শিকলি খুলি দিবলৈ ভিভিয়ান ততাতৈয়াকৈ গ'ল।

হাৰ্টলিয়ে ক'লে, "তুমি ইয়াতে থাকা। মই তেওঁক প্ৰৱেশ পথতে লগ ধৰিম।"

পাতল ঊনী কাপোৰৰ পৰিধান, পানামা টুপি আৰু পাক খোৱা ক'লা মোচ একোছাৰে টাউনচেণ্ডক এজন স্পেনীয় ডাঙৰীয়া যেন লাগিছিল। তেওঁ এবাৰত ছিৰিৰ তিনিটাকৈ খলপা বগাই ওপৰলৈ উঠি আহিছে। হঠাতে হাৰ্টলিক দেখি তেওঁ থত্মত খাই ৰৈ গ'ল।

তললৈ আঙুলি টোঁৱাই হাৰ্টলিয়ে তেওঁক দৃঢ়ভাৱে ক'লে, "উভতি যোৱা।" টাউনচেণ্ডে আচৰিত হোৱা যেন দেখুৱাই ক'লে, "আপুনি ইয়াত? কি কৰিছে?"

"উভতি যোৱা বুলিছোঁ নহয়। জংঘলৰ আইন পাইছা নেকি? চিকাৰী কুকুৰৰ জাকে তোমাক টুকুৰা-টুকুৰ কৰি পেলোৱাটো বিচৰা নেকি? এই চিকাৰটো যে মোৰ।"

টাউনচেণ্ডে সাহসেৰে ক'লে, "মই গা ধোঁৱা ঘৰত পাইপ লগোৱা মিস্ত্ৰি এজনক বিচাৰি আহিছিলোঁ।"

"ঠিক আছে", হাৰ্টলিয়ে ক'লে। "পিছে এতিয়া তুমি যোৱা।"

তিক্ততাপূৰ্ণ মাত এষাৰ মাতি টাউনচেণ্ড ছিৰিৰে নামি গ'ল। হাৰ্টলিয়েও আকৌ ভালৰি লগোৱা কামত ধৰিলেগৈ।

প্ৰভুত্ব খটুৱাই হাৰ্টলিয়ে ক'লে, "শুনা ভিভিয়ান, মই কিন্তু আৰু একো ওজৰ-আপত্তি নুশুনো। তুমি মোৰ তালৈ যাবই লাগিব।"

"আপুনি মোক কেতিয়া বিচাৰে?"

"এতিয়াই। যিমান সোনকালে তুমি ওলাব পাৰা।"

শান্তভাৱে হাৰ্টলিৰ সমুখত থিয় হৈ চকুৰে চকুৰে চাই 'তাই ক'লে, এলোৱাজ আপোনাৰ ঘৰত থাকোতেই মই গৈ কিয় সোমাম? কথাষাৰ আপুনি ভাবি চাইছেনে?"

এই অপ্ৰত্যাশিত আঘাতত হাৰ্টলি থৰ লাগিল। হাত দুটা মুঠি মাৰি পিঠিৰ ফালে নি কাৰ্পেটৰ ওপৰতে তেওঁ দুখোজমান দিলে।

তাৰ পিছত তেওঁ দৃঢ়তাৰে ক'লে, "তাই যাবই লাগিব।" তেওঁৰ কপালত বিন্দু বিন্দু ঘামৰ কণিকা। "মই এই ছোৱালীজনীক মোৰ জীৱনটো দুৰ্বিসহ কৰি তুলিবলৈ এৰি দিব নোৱাৰো। তাই অহাৰ পৰা এদিনো শান্তিৰে পাৰ হোৱা নাই। তুমি ঠিকেই কৈছা। তুমি আমাৰ ঘৰলৈ যোৱাৰ আগতে মই এলোৱাজক পঠাই দিমেই।"

"আপুনি কেতিয়া পঠাব তাইক?"

হাৰ্টলিয়ে দাঁত কৰচি কপাল কোঁচাই দৃঢ়তাৰে ক'লে, "আজি ৰাতিয়েই। আজি নিশা তাইক মই পঠামেই।"

"তেনেহ'লে মই কথা দিছোঁ, মই যাম। যেতিয়াই আপুনি ঠিক কৰে আহিব।" এটা আন্তৰিকতাপূৰ্ণ মধুৰ দৃষ্টি পেলাই তাই হাৰ্টলিক ক'লে।

সঁচাকৈয়ে ইমান সহজ আৰু সম্পূৰ্ণ আত্মসমৰ্পণ হাৰ্টলিৰ কাৰণে অবিশ্বাস্য। তেওঁ কথাত আবেগ ঢালি ক'লে, "তুমি তেনেহ'লে কথা দিছা?"

"মই নিশ্চিতভাৱে কথা দিছোঁ।" ভিভিয়ানে মিহিকৈ ক'লে।

দুৱাৰমুখত হাৰ্টলিয়ে এবাৰ আনন্দ মনে তাইলৈ ঘূৰি চালে, কিন্তু এতিয়াও তেওঁ যেন এই আনন্দৰ উৎসটোৰ সম্বন্ধে নিশ্চিত নহয়।

সেয়েহে কথাষাৰ সোঁৱৰাই দিয়াৰ ভংগীত তেওঁ তৰ্জনী আঙুলিটো ওপৰলৈ দাঙি আকৌ এবাৰ ক'লে, "কালিলৈ তেনেহ'লে।"

তাই স্পষ্টভাৱে দোহাৰিলে, "কালিলৈ।"

ৰে'লগাড়ীৰে এঘণ্টা চল্লিছ মিনিট গৈ হাৰ্টলি ফ্লোৰেলহাৰ্ষ্টত নামিল। দহ মিনিট ধৰি দ্ৰুত পদ চালনা কৰি তেওঁ উপস্থিত হ'ল এটা সুন্দৰ দুমহলীয়া গৃহৰ দুৱাৰমুখত। এখন প্ৰশস্ত মসৃণ লনে ঘৰটোৰ শোভা বঢ়াইছে। ঘৰলৈ সোমাই যোৱা তেওঁক মাজ পথতে এগৰাকী মহিলাই লগ ধৰিলে। মহিলাৰ পৰিধানত বগা গ্ৰীষ্মকালীন গাউন। তেওঁৰ কিৰ্চকিচীয়া ক'লা চুলি কোছা বেণী গাঁথি থোৱা। আপাতদৃষ্টিত কোনো কাৰণ নোহোৱাকৈয়ে মহিলাই হাৰ্টলিক সাবটি ধৰি প্ৰায় উশাহ বন্ধ কৰি দিলে।

প্ৰবেশ পথত মহিলাই ক'লে, "মা আহিছে। আধা ঘণ্টাৰ পিছতে তেওঁক নিবলৈ গাড়ী আহিব। তেওঁ আমাৰ ঘৰত নিশাৰ সাঁজ খাম বুলিয়েই আহিছিল, পিছে আমাৰতো আজি ৰন্ধা-বঢ়া হোৱা নাই।"

হাৰ্টলিয়ে ক'লে, "তোমাক মই খবৰ এটা দিব খোজো। ভাবিছিলো কথাটো তোমাক লাহে-ধীৰে কম। পিছে তোমাৰ মাৰা যেতিয়া ইয়াতে আছে, কথাটো এতিয়াই কৈ দিয়া ভাল।"

তেওঁ ৰ'ল আৰু মহিলাক ফুচফুচাই কিবা এটা ক'লে।

ঘৈণীয়েকে আনন্দতে চিঞৰি দিলে। মহিলাৰ মাক দৌৰি ওলাই আহিল। কৃষ্ণবৰ্ণী কেশৰ মহিলাগৰাকীয়ে আকৌ এটা চিঞৰ মাৰিলে। এইয়া মৰম-আদৰত উদ্বেলিত মহিলাৰ উল্লাস। তেওঁ উচ্ছ্বসিত সুৰে ডাঙৰকৈ ক'লে, "মা, খবৰটো শুনাচোন। ভিভিয়ান আমাৰ ঘৰলৈ ৰন্ধা-বঢ়া কৰিবলৈ আহিব। গোটেই বছৰ ধৰি তাইয়েই মণ্টগোমাৰিহঁতৰ লগত আছিল। আৰু এতিয়া মৰমৰ বিলি, তুমি ৰান্ধনী ঘৰলৈ গৈ এলোৱাজক তৎক্ষণাৎ বৰ্খাস্ত কৰি আহাগৈ। তাইতো আজিও মদৰ নিচাত বুৰি আছে।"◆

(**লেখকৰ চমু পৰিচিতি** ঃ অ' হেনৰিৰ প্ৰকৃত নাম উইলিয়াম চিদনী পৰ্টাৰ। তেওঁ আমেৰিকা যুক্তৰাষ্ট্ৰৰ সৰ্বাধিক আলোচিত চুটি গল্পকাৰ। আমেৰিকান জীৱন শৈলীৰ বৰ্ণনাৰে তেওঁ ছশমান গল্প লিখিছে। তেওঁৰ জন্ম ১৮৬২ চনৰ ১১ ছেপ্টেম্বৰত যুক্তৰাষ্ট্ৰৰ নৰ্থ কেৰলিনাত।)

# গায়িকা যোছেফিন অথবা নিগনি পৰিয়াল

## মূল গল্প ঃ ফ্ৰান্জ কাফকা

## অনুবাদ ঃ ভুবন চন্দ্ৰ বৰা

আমাৰ গায়িকাৰ নাম যোছেফিন। যিজনে তেওঁৰ গীত শুনা নাই, গানৰ যে কি শক্তি তেওঁ বুজি নাপাব। এনে এগৰাকী লোক নোলাব, যি তেওঁৰ গীতৰ দ্বাৰা প্ৰভাৱিত হোৱা নাই। আমাৰ দৰে সাধাৰণতে সংগীতানুৰাগী বুলি খ্যাতি নথকা এটা জাতিৰ পৰা প্ৰশংসা বুটলিবলৈ সক্ষম হোৱাতো তেওঁৰ কৃতিত্ব। আমাৰ আটাইতকৈ কাম্য হ'ল সমাহিত শান্তি দান কৰা সংগীত। জীৱনটো ৰূঢ়তাৰে ভৰা। তথাপি প্ৰাত্যহিক জীৱনৰ চিন্তা-উদ্বেগৰ পৰা ৰক্ষা পাবলৈকো সংগীতৰ দৰে অত্যুচ্ছ তথা সুদূৰৱৰ্তী পৰিৱেশত নিজকে সম্পূৰ্ণৰূপে বিলীন কৰিবলৈ আমি অক্ষম। ইয়াকে লৈ আমি বিশেষ বেজাৰ নকৰো, ইমানকৈ অনুভৱো নকৰো। আমি প্ৰকৃততে চালাক-চতুৰ লোক, স্বাভাৱিকতে আমি আমাৰ মহান বৈশিষ্ট্য অটুট ৰাখিবলৈ প্ৰয়াস কৰো। ত্ৰুটি-বিচ্যুতিৰ সময়ত চাতুৰ্যৰ এক মিচিকিৰে আমি সান্ত্বনা বিচাৰো সংগীতৰ মাজেৰে। পিছে আমাৰ হেঁপাহৰ প্ৰশান্তিৰ সম্ভেদ সদায়েই হয়তো নাপাওঁ। যোছেফিন হ'ল একমাত্ৰ ব্যতিক্ৰম। সংগীত তেওঁ ভাল পায় আৰু সংগীতক আমাৰ দেহ-মনলৈ প্ৰেৰণ কৰিবলৈ একমাত্ৰ তেৱেঁই সমৰ্থ। তেওঁৰ মৃত্যু ঘটিলে সংগীত যে আমাৰ জীৱনৰ পৰা কিমান দিনলৈ হেৰাই যায় ক'ব নোৱাৰি।

প্ৰায়েই মই চিন্তা কৰো, তেওঁৰ এই সংগীতৰ অৰ্থ যথাৰ্থতে কিহু আমি হ'লো একেবাৰে সংগীত-ৰহিত লোক, আমিনো কেনেকৈ যোছেফিনৰ গীত বুজি পাওঁহু কিন্তু যোছেফিনে নিজে আমাৰ এই অযোগ্যতা স্বীকাৰ নকৰে, তেওঁ অন্ততঃ ভাবে আমি গীত বুজি পাওঁ। সৰলভাৱে ক'বলৈ হ'লে ক'ব পাৰি যে তেওঁৰ সংগীত-সৌন্দৰ্য ইমানেই মহান যে অতিকৈ উদাসীনজনো তেওঁৰ গীতৰ প্ৰতি আনমনা হ'ব নোৱাৰে। পিছে এই ব্যাখ্যা যথোপযুক্ত নহয়। প্ৰকৃততে ই সঁচা হোৱা হ'লে তেওঁৰ গীতে আমাক তুচ্ছতাৰ ঊৰ্ধ্বত এক সত্তাৰ তাৎকালিক আৰু চিৰকলীয়া অনুভৱ প্ৰদান কৰিলেহেঁতেন, আমাৰ অন্তৰত এনে এক অনুভূতি অনুৰণিত হ'লহেঁতেন যে তেওঁৰ কণ্ঠৰ পৰা নিৰ্গত হোৱাৰ দৰে গীত

আমি কেতিয়াও আগতে শুনা নাই, আৰু তেনে গীত শুনাৰ সামৰ্থও আমাৰ নাই, কেৱল যোছেফিনেহে, অকল যোছেফিনেহে, আন কোনেও নহয়, এনে গীত আমাক শুনাব পাৰে, কিন্তু মই নাভাবো মোৰ এনে এক উপলব্ধি অনুভূত হয় বুলি আৰু আনৰ ক্ষেত্ৰতো তেনে অনুভূতিৰ অনুৰণন ঘটা মই দেখা নাই। অন্তৰংগসকলৰ মাজত আমি মুকলিভাৱেই আলচ কৰো যে যোছেফিনে গান গায়, গাব লাগে গায়, কিন্তু তেওঁৰ গীতত কোনো অসামান্যতা নাই।

সঁচাকৈয়ে এয়া গীত গোৱা বুলি ক'ব পাৰিনে? যদিও আমি মানুহবোৰ বেসুৰা, সংগীত পৰিৱেশনৰ কিন্তু আমাৰ এক পৰম্পৰা আছে, আখ্যান-উপাখ্যানত বৰ্ণিত হৈছে যে অতীতত আমাৰ মানুহে গীত গাইছিল আৰু তাৰে কিছু গীত এতিয়াও জীৱন্ত, পিছে এতিয়া কোনেও গাবহে নোৱাৰে। সেয়েহে সংগীত সম্বন্ধে কিঞ্চিৎ আভাস আমাৰ অৱগত, যোছেফিনৰ সংগীত-কলাৰ লগত কিন্তু ইয়াৰ কোনো সামঞ্জস্য নাই। সেয়েহে সেয়া বাৰু সংগীতনে? এয়া মাথোঁ উচ্চ স্বৰবিশিষ্ট বংশীবাদন নহয়নে? বংশীবাদননো কি আমিতো সকলোৱে জানো, ইয়েই হ'ল আমাৰ মানুহৰ সাৰ্থক কলা-নৈপুণ্য। অথবা ক'ব পাৰি যে এতিয়া কেৱল ই কলা-নৈপুণ্য হৈ থকা নাই, ই এতিয়া আমাৰ জীৱনৰ এক বৈশিষ্ট্যসম্পন্ন অভিব্যক্তি। আমি সকলোৱে বংশী বজাওঁ, কিন্তু কোনেওতো এই বাজনাক এক কলা বুলি সপোনতো নাভাবো, বংশী বজাওঁতে আমাৰ এনে চিন্তা মনলৈকে নাহে, আমি কথাটোৰ প্ৰতি কোনো ভ্ৰূক্ষেপো নকৰো। তদুপৰি আমাৰ মাজত এনে বহুতো লোক আছে, যিসকলে বংশীবাদন যে আমাৰ এক বৈশিষ্ট্য, সেই কথাটোকে নাজানে। সেয়েহে যোছেফিনে যে প্ৰকৃততে গীত নাগায়, মাথোঁ বাঁহীহে বজায়, কথাটো মোৰ অন্ততঃ সঁচা যেন লাগে। যোছেফিনৰ এই বাজনা কিন্তু আমাৰ সৰ্বসাধাৰণৰ স্তৰতকৈ ওপৰলৈ উধাব নোৱাৰে, সম্ভৱতঃ আমাৰ প্ৰাত্যহিক বংশীবাদনৰ সমকক্ষ হ'বলৈকো তেওঁৰ বাজনাৰ শক্তিয়ে নুকুলায়। এজন সাধাৰণ কৃষকে তেওঁৰ দৈনিক পৰিশ্ৰমৰ উপৰি অপ্ৰয়াসে সমস্ত দিন ধৰি বাঁহী বজাব পাৰে। কৃষকজনৰ তুলনাত যোছেফিনৰ বৰাই কৰা গায়ন-নৈপুণ্য প্ৰতিপন্ন নহ'ব, কিন্তু তেওঁৰ অফুৰন্ত প্ৰভাৱৰ কথাটো এনে পৰিস্থিতিত এক সাঁথৰৰূপে পৰিগণিত হ'ব। এই সাঁথৰৰ এক সমাধানৰ প্ৰয়োজন।

মুঠতে ক'বলৈ হ'লে, তেৰোঁ একপ্ৰকাৰ বংশীবাদনেই পৰিৱেশন কৰে। যেতিয়া তেওঁ আনৰ লগ লাগি গীত গায় আৰু আপুনি দূৰণিৰ পৰা তেওঁৰ

গীত শুনে, শুনাতকৈ তেওঁৰ সংগীত-প্ৰতিভা প্ৰত্যক্ষ কৰে, তেওঁৰ কণ্ঠত আপুনি লগৰীয়াসকলৰ কণ্ঠৰ পৰা বিশেষ কোনো প্ৰভেদ বিচাৰি নাপাব, সামান্যভাৱে পৃথক কণ্ঠ এটাৰ আভাস পালেও সি হ'ব নিতান্তই ক্ষীণ আৰু আলসুৱা। এয়া মাথোঁ অতিকে সাধাৰণ বাঁহীৰ সুৰ। আপুনি যদিহে সমুখত উপৱিষ্ট হৈ তেওঁৰ সংগীত উপভোগ কৰিব খোজে, তেন্তে গীত শুনিলেই নহ'ব, তেওঁৰ সংগীত-কলা বুজি পাবলৈ তেওঁক চোৱাটোও প্ৰয়োজন। যদিও তেওঁ হয়তো আমাৰ গতানুগতিক বাঁহীৰ সুৰেই শুনাব, তথাপি পৰিৱেশৰ বিশিষ্টতা আপুনি উলাই কৰিব নোৱাৰে, আপুনি এইটো সদায় মনত ৰাখিব লাগব যে এয়া এক সংগীতৰ আনুষ্ঠানিক পৰিবেশন, লাগিলে সি গতানুগতিক সংগীতেৰে হওক। বাদাম চোবোৱাটো জানো এটা কামৰ কামহু বাদাম চোবোৱা চোৱাৰ কাৰণে কোনোবাই মানুহ গোটাবলৈ সাহস কৰিবনেহু তথাপি যদি কোনোবাই মনোৰঞ্জনৰ কাৰণে লোক-সংগ্ৰহ কৰিবলৈ সক্ষম হয়, তেতিয়া আৰু সেয়া মাথোঁ বাদাম চোবোৱাৰ প্ৰদৰ্শন হৈ নাথাকে। অথবা হয়তো বাদাম চোবোৱাৰে মনোৰঞ্জন হ'ব পাৰে সেয়া, কিন্তু কামটো কৰাৰ কাৰণে আমি নিজেই অত্যধিক পাৰদৰ্শী হোৱা হেতু ইয়াত বৰকৈ গুৰুত্ব দিয়া নাই, এতিয়া এই নৱাগতজনে আমাৰ বহুততকৈ বাদাম চোবোৱাত কম দক্ষতা প্ৰদৰ্শন কৰিও কামটোৰ উপযোগিতা প্ৰতিপন্ন কৰিলে।

বোধকৰো যোছেফিনৰ সংগীতৰ বিষয়েও এক কথাই ক'ব পাৰি। তেওঁৰ প্ৰতিভাৰ আমি প্ৰশংসা কৰো, কিয়নো আমি নিজৰ প্ৰতিভাৰ অকণো লেখ নলওঁ। ক'বলৈ গ'লে যোছেফিনৰো চিন্তাধাৰা একেধৰণৰেই। এবাৰ এটা অনুষ্ঠানত ময়ো উপস্থিত আছিলো। এনে অনুষ্ঠানত সাধাৰণতে ঘটি থকাৰ দৰে সেইদিনাও কোনোবা এজনে নম্ৰভাৱে সকলোতে প্ৰচলিত লোকগীতৰ প্ৰসংগ উনুকিয়ালে, কিন্তু যোছেফিনৰ কাৰণে এনে উল্লেখ আবাঞ্ছনীয়। তেওঁৰ মুখত মই তেতিয়া আগেয়ে দেখা নোপোৱা এক বিদ্ৰূপাত্মক, উদ্ধত হাঁহি দেখা পালো। আমাৰ মানুহৰ মাজত, বিশেষকৈ মহিলাসকলৰ চকুত, তেওঁতো লালিত্যৰ প্ৰতিমূৰ্তিৰূপেই জনাজাত। কিন্তু এই মুহূৰ্তত তেওঁৰ এক শিষ্টাচাৰবৰ্জিত অভিব্যক্তি দেখা গৈছে। চূড়ান্ত সচেতনতাৰ প্ৰতীক তেওঁ পিছে তৎকালে নিজকে সংযত কৰিলে। যি নহওক, তেওঁ কিন্তু নিজৰ সংগীত-কলা আৰু সাধাৰণ লোক-সংগীতৰ মাজত কিবা সম্বন্ধ থকাটো একে আষাৰে নুই কৰিলে। তেওঁৰ অভিমত যিসকলে সমৰ্থন নকৰে, তেওঁলোকৰ প্ৰতি তেওঁৰ মাথোঁ সঞ্চিত হৈ আছে

অৱজ্ঞা আৰু সম্ভৱতঃ এক অস্বীকৃত ঘৃণা। এইটো এক সৰল গৰ্ববোধ নহয়। কাৰণ তেওঁৰ মত সমৰ্থন নকৰা লোকসকলেও, তেওঁলোকৰ এজনতো মেয়ো, তেওঁক আন জনসাধাৰণতকৈ কম প্ৰশংসা নকৰে। কিন্তু কেৱল প্ৰশংসা বাণীয়েই তেওঁক সম্পূৰ্ণ সন্তুষ্টি দিব নোৱাৰে, তেওঁ বিচাৰে তেওঁ নিজে বিচৰাধৰণে প্ৰশংসা কৰাটো আপুনি তেওঁৰ সমুখত বহিলেই কথাটো বুজি পাব, তেতিয়া আৰু তেওঁক সমালোচনা কৰিব নোৱাৰে, সমালোচনা সম্ভৱ মাথোঁ দূৰৈৰ পৰা। তেওঁৰ সমুখত বহিলে আপুনি বুজি পাব, তেওঁৰ বাঁহীৰ সুৰ বাঁহীৰ সুৰেই মাথোঁ নহয়।

যিহেতু বংশীবাদন হৈছে আমাৰ বিবেচনা-ৰহিত স্বভাৱৰ লগৰীয়া, আপুনি ভাবিব পাৰে যে যোছেফিনৰ দৰ্শকসকলেও বাঁহী বজোৱা আৰম্ভ কৰিব, তেওঁৰ সংগীত-কলাই আমাক উৎফুল্লিত কৰে আৰু আনন্দমুখৰ পৰিৱেশত আমি বাঁহী বজাওঁ, কিন্তু তথাপিও তেওঁৰ দৰ্শকসকলে কেতিয়াও বাঁহী বজাবলৈ নাযায়। তেওঁলোকে নিগনিৰ দৰে নিঃশব্দ অৱস্থাত বহি থাকে, আমিও যেন আমাৰ হেঁপাহৰ শান্তিৰ সন্ধান পাওঁ আৰু বাঁহী বজোৱাৰ কোনো প্ৰয়াস নকৰোঁ। আমিও কোনো শব্দ নকৰোঁ। তেওঁৰ সংগীতৰ সন্মোহনতে এনে হয়নে, নে তেওঁৰ ক্ষীণ কণ্ঠৰ কাৰণেই গভীৰ প্ৰশান্তিৰ প্ৰয়োজন হয়? এবাৰ কিন্তু যোছেফিনে সংগীত পৰিৱেশন কৰি থাকোঁতে এগৰাকী সৰল নিৰ্বোধ শিশুৱে নিজেও বাঁহী বজাবলৈ আৰম্ভ কৰিলে। এয়া এক বিসদৃশ পৰিবেশ। আমাৰ সমুখত যোছেফিনৰ সংগীতৰ বাঁহী, তেওঁৰ সমস্ত অনুশীলন সত্বেও এই সংগীতক অনুমানভিত্তিক বুলিয়েই ক'ব লাগিব, আৰু দৰ্শকসকলৰ মাজত আত্মসচেতন নোহোৱাকৈ বাঁহী বজাই থকা এক শিশু, কিন্তু দুয়োৰে ভিতৰত কিবা প্ৰভেদ বিচাৰি উলিওৱাতো কঠিন। তথাপি আমি চিঞৰ-বাখৰ কৰি অনভিপ্ৰেত শিশুটিক আঁতৰাই পঠালো। অৱশ্যে আমাৰ এনে চিঞৰ-বাখৰৰ প্ৰয়োজন নাছিলেই, শিশুটিয়ে নিশ্চয় ভয় আৰু লাজত নিজেই বগুৱাবাই আঁতৰি গ'লহেঁতেন। ইফালে চূড়ান্তভাৱে বিজয়োল্লাসিত যোছেফিনে তেওঁৰ দুয়ো বাহু প্ৰসাৰিত কৰি সংগীতৰ কণ্ঠস্বৰ যিমান পাৰে উচ্চগ্ৰামলৈ লৈ গ'ল।

সদায় তেওঁ এইদৰেই আচৰণ কৰে। যিকোনো এটা সৰু কথাতে, আকস্মিকতে সামান্য ঘটনা এটা ঘটিলে, প্ৰতিটো আপদীয়া ঘটনাতে মঞ্চৰ মজিয়াত কিবা শব্দ হ'লে, কাৰোবাৰ দাঁতৰ কৰচনি শুনিলে অথবা পোহৰৰ ব্যৱস্থাৰ কিবা অথন্তৰ হ'লে তেওঁ সংগীতৰ প্ৰভাৱ বিস্তাৰিত কৰিবলৈ কণ্ঠ

উচ্চগ্ৰামলৈ তুলি লৈ যায়, তেওঁ যেন বধিৰ দৰ্শকৰ সমুখত গীত পৰিৱেশন কৰা বুলি নিশ্চিত, অৱশ্যে দৰ্শকসকলৰ মাজতো উছাহ উদ্দীপনা আৰু প্ৰশংসাৰ অভাৱ নাই, পিছে বহুদিনৰ পৰা তেওঁৰ উপলব্ধি হৈছে যে তেওঁৰ সংগীতৰ তাৎপৰ্য বুজাৰ সামৰ্থ এইসকল দৰ্শকৰ নাই। সেয়েহে সকলোধৰণৰ অসুবিধাকে তেওঁ সাদৰেৰে সম্ভাষণ জনায়, বিশুদ্ধ সংগীত পৰিৱেশনত বাহিৰৰ পৰা কিবা বাধাৰ সৃষ্টি কৰিলে সামান্য প্ৰয়াসেৰে তেওঁ সেয়া অতিক্ৰম কৰে, আনকি কোনো প্ৰচেষ্টা নোহোৱাকৈয়ে কেৱল জনসাধাৰণৰ সমুখীন হৈ তেওঁলোকক বুজনি দি, ভীতিবিহ্বল কৰি সন্মান আদায় কৰাটো তেওঁৰ কাৰণে সম্ভৱ।

এইদৰে সাধাৰণ প্ৰয়াসেৰেই যদি ৰাইজৰ সমীহ পাব পাৰি, তেনেহ'লে বৰকৈ প্ৰচেষ্টা চলালে আন বহুতো কাম কৰা সম্ভৱ। আমাৰ জীৱন অতিকৈ অস্থিৰ, প্ৰতিটো দিনেই আমালৈ আনে বিস্ময়, ভয়, শংকা, আশা আৰু সন্ত্ৰাস, সেয়েহে সতীৰ্থৰ সহায় অবিহনে এই সকলোবোৰ সহি থকাটো অসম্ভৱ, তথাপি বহু সময়ত কিন্তু পৰিস্থিতি চম্ভালি থকাটো কঠিন হয়, স্বামী-স্ত্ৰীৰ এটা পৰিয়ালৰ ওপৰত পৰা ভাৰ হয়তো হেজাৰ-বাহুৰেও ববলৈ টান পাব। এনে সময়তে যোছেফিনে উপলব্ধি কৰে যে তেওঁৰ সংগীত পৰিৱেশনৰ সঠিক সময় উপস্থিত। সেয়েহে তেওঁ এতিয়া গীত গাবলৈ থিয় দিছে, তেওঁৰ আলসুৱা শৰীৰত, বিশেষকৈ বক্ষৰ হাড়ৰ নিম্নস্থলত সঘন কঁপনি আৰু কোনোবা হয়তো এই কাৰণতেই অযথা উদ্বিগ্ন। তেওঁ যেন নিজৰ সমস্ত শক্তি সংগীতৰ ওপৰত ঢালি দিছে, যেন সংগীতৰ বাহিৰৰ আন উৎসৰ পৰাও তেওঁ শক্তি আকৰ্ষিত কৰিছে, তেওঁ যেন এয়া জীৱনৰ সৰ্বস্ব ঢালি দি, দেহা উন্মুক্ত কৰি, ৰিক্ত চিত্তে মাথোঁ পবিত্ৰ দেৱদূতৰ ওচৰত নিজকে ন্যস্ত কৰিছে। তেওঁৰ এই সংগীতৰ প্ৰতি সমস্ত সমৰ্পিত শৰীৰৰ পৰা যেন এক শীতল বায়ু বলিছে, যি হয়তো হ'ব পাৰে তেওঁৰ এক অনভিপ্ৰেত মৃত্যুৰ কাৰণ।

যেতিয়াই তেওঁ এইদৰে আৱিৰ্ভাৱ হয়, আমাৰ দৰে তেওঁৰ বিৰূপ সমালোচক বুলি ভবাসকলে স্বভাৱসিদ্ধভাৱে কওঁ, "তেওঁ বাঁহীও বজাব নেজানে। আমি সাধাৰণতে শুনা বাঁহীবাদনৰ দৰে কিবা এটা গাওঁতেই, এয়াতো সঠিক সংগীতো নহয়, তেওঁ কঠিন শ্ৰম কৰিব লগা হৈছে।" পিছে আমাৰ এই ধাৰণা যদিও অনিবাৰ্য, তেনেই ক্ষণস্থায়ী। উশাহ নসলোৱাকৈ, দেহাত দেহা লগাই মুগ্ধতাৰে শুনি থকা তেওঁৰ গীতৰ শ্ৰোতাৰ মাজত আমিও তেতিয়া নিজকে বিলাই দিওঁ।

এই যে মুগ্ধ শ্ৰোতাসকলক, যিসকলে সদায় ইফালে সিফালে লৰা-ঢপৰা কৰি থাকে, এনে কৰাৰ কাৰণো মই প্ৰায়েই বুজি নাপাওঁ, আকৰ্ষণ কৰিবলৈ যোছেফিনে বিশেষ একো কৰিবলগা নহয়, মাথোঁ মূৰটো পিছলৈ আঁউজাই, অৰ্ধ মুক্ত মুখেৰে, দৃষ্টি ওপৰলৈ কৰি গীত গোৱা ভংগীত থিয় দিলেই হ'ল। তেওঁ এই কাম য'তে ইচ্ছা কৰিব পাৰে, ঠাইখন বহু দূৰৰ পৰাই চাব পৰা হ'ব লাগিব বুলিও কোনো কথা নাই, কোনোবাই মুহূৰ্তৰ অবিবেচনাত হঠাতে ঠিক কৰি পেলোৱা এটুকুৰা আওহতীয়া ঠাই হ'লেও হ'ব। তেওঁ কোনোবা এঠাইত গান গাবলৈ অহাৰ খবৰ ততালিকে উৰে আৰু সোনকালেই তালৈ শেষ নোহোৱা লানিৰ সমদল আৰম্ভ হয়। তথাপি, আকৌ কেতিয়াবা বাধাৰ সৃষ্টি হয়। উদ্বেগৰ মাজতহে আকৌ যোছেফিনেও সংগীত পৰিৱেশন কৰিবলৈ আটাইতকৈ ভাল পায়। বহু বাধা-বিঘিনি আৰু উদ্বিগ্নতাই আমাকো অসুবিধাৰ সৃষ্টি কৰিবলৈ বাধ্য কৰে, হেজাৰ চেষ্টা কৰিও আমি যোছেফিনে বিচৰা ধৰণে সময়মতে সমবেত হ'ব নোৱাৰো আৰু আনুষ্ঠানিক পৰ্ব আৰম্ভ হোৱাৰ বহু সময়লৈকে দৰ্শকৰ উপস্থিতি সেৰেঙা হৈয়ে থাকে। তেতিয়া তেওঁ খঙত জ্বলি উঠে, গোৰোহনি মাৰে, নিতান্তই শিষ্টাচাৰ বহিৰ্ভূতভাৱে গালি-শপনি পাৰিব ধৰে, ক'বলৈ গ'লে তেওঁ যেন কামুৰিবলৈ আৰম্ভ কৰে, কিন্তু এনে আচৰণেও তেওঁৰ সন্মান লাঘৱ নকৰে, বৰঞ্চ তেওঁৰ চাহিদা কমাতকৈ বাঢ়েহে, তেওঁৰ চাহিদা পূৰাবলৈ নতুন শ্ৰোতাৰ সন্ধানত মানুহ পঠিওৱা হয়, এনে শ্ৰোতাক আদৰণি জনাবলৈ বাটত ৰখীয়া ৰখা হয়, যোছেফিনে কিন্তু এই প্ৰচেষ্টাৰ একো ভু-নেপায় আৰু এইদৰেই শেষত যথেষ্ট দৰ্শকৰ সমাগম হয়।

যোছেফিনৰ হেতু এনে সক্ৰিয় প্ৰয়াসত মানুহ ব্যস্ত হয় কিয়? প্ৰশ্নটোৰ উত্তৰ সহজ নহয়, কিন্তু যোছেফিনৰ সংগীতৰ লগতে সম্পৃক্ত। যদিহে আমি দৃঢ়ভাৱে ক'ব পাৰো যে আমাৰ মানুহ চৰ্তবিহীনভাৱে যোছেফিনৰ সংগীতৰ প্ৰতি অনুৰক্ত, এই কথাটো মুঠতে সত্য নহয়। চৰ্তবিহীন সমৰ্পণ আমাৰ মাজত প্ৰায় অজ্ঞাত, আন সকলোবোৰতকৈ লজ্জাশীলতা আমাৰ মানুহে ভাল পায়, কাৰো প্ৰতি কোনো অসূয়া নৰখাকৈয়ে বালসুলভ ফুচ্‌ফুচনি আৰু উপৰুৱা কথাৰ মালিহাত তেওঁলোক মজি থাকে, এনে লোকৰ পৰা চৰ্তবিহীন সমৰ্পণৰ আশা কৰিব নোৱাৰি আৰু যোছেফিনেও নিশ্চয় তেনেকৈয়ে ভাৱে। সেয়ে তেওঁৰ দুৰ্বল কণ্ঠত সমস্ত শক্তি ঢালি দি এনে মানসিকতাৰ বিৰুদ্ধে যুঁজ দিয়ে।

যোছেফিনৰ সম্পৰ্কত সাধাৰণীকৰণ কৰি এনে উক্তি কৰিলেও পিছে

অতি কথনৰ দোষে চুব, কিয়নো, আমাৰ মানুহ তথাপি যোছেফিনৰ প্ৰতি অনুৰক্ত, কেৱল মাত্ৰ চৰ্তবিহীনভাৱে নহয়। দৃষ্টান্তস্বৰূপে ক'ব পাৰি যে যোছেফিনক তাচ্ছিল্য কৰিবলৈ আমাৰ মানুহ অক্ষম। এইটো অনস্বীকাৰ্য যে যোছেফিনৰ আচৰণত হাঁহিৰ খোৰাক যথেষ্ট আছে, আৰু আমাৰ কাৰণে হাঁহিটো আচহুৱা বস্তু নহয়, সকলো ধৰণৰ দুখ-যাতনাৰ মাজতো নীৰৱ হাঁহি সদায় আমাৰ কাষতে থাকে, কিন্তু যোছেফিনক আমি নাহাঁহো। মোৰ ধাৰণা, বহু সময়ত আমাৰ মানুহে যোছেফিনৰ সৈতে গঢ়ি উঠা সম্বন্ধটো এনেকৈ বুজায়, ক্ষীণাংগী প্ৰাণীটিক প্ৰয়োজনীয় সুৰক্ষা দিয়া অতিকৈ প্ৰয়োজনীয়, নিজেই উল্লেখযোগ্য বুলি গণ্য কৰা তেওঁৰ সংগীতৰ পৰিৱেশন যাতে সুকলমে সমাধা হয় সেইটো নিশ্চিত কৰাটোও তেওঁলোকৰেই কাম, যুক্তিটো পিছে কাৰো কাৰণে স্পষ্ট নহয়, কেৱল দায়িত্বটো প্ৰতিষ্ঠিত হৈ গ'ল। যত্ন সুৰক্ষাৰ পাত্ৰীকতো তুচ্ছ-তাচ্ছিল্য কৰিব নোৱাৰি। তুচ্ছ-তাচ্ছিল্য কৰিলে দায়িত্বত গাফিলতি কৰা বুলিয়েই পৰিগণিত হ'ব। আমাৰ মাজৰ আটাইতকৈ ঈৰ্ষাপৰায়ণজনেও তেওঁৰ অসূয়া প্ৰকাশ কৰিবলৈ গৈ মাজে-সময়ে মাথোঁ কয়, 'যোছেফিন মানুহগৰাকীৰ উপস্থিতিয়েই কাৰোবাক হঁহা বন্ধ কৰাৰ কাৰণে যথেষ্ট।'

পিতাকে যেনেকৈ নিজৰ শিশুটোৰ, যাৰ অকমানি হাতখনি তেওঁৰ ফালে টোঁৱাই থাকে, কিবা বিচাৰিয়েই নে কিবা ক'বলৈ বিচাৰি মই নেজানো, আদৰ-যত্ন লয়, ঠিক তেনেকৈয়ে মানুহবোৰে যোছেফিনৰ তদাৰক কৰে। কোনোবাই হয়তো ভাবিব পাৰে যে আমাৰ মানুহ এনে পিতৃসুলভ দায়িত্ব পালনৰ কাৰণে সক্ষম নহয়, কিন্তু অন্ততঃ যোছেফিনৰ ক্ষেত্ৰত তেওঁলোকে এই দায়িত্ব সুচাৰুৰূপেই পালন কৰে। ক'বলৈ গ'লে কোনো ব্যক্তিয়ে অকলে এনে যত্ন ল'বলৈ সমৰ্থ নহ'ব। যথাৰ্থতে, জনসাধাৰণ আৰু ব্যক্তিৰ ক্ষমতাৰ মাজত থকা প্ৰভেদ ইমান বেছি যে পানী কেঁচুৱাটোৰেও ৰাজহুৱা কোলাৰ উমৰ প্ৰতিহে অধিক আকৰ্ষিত হয় আৰু কেঁচুৱাটোক প্ৰয়োজনীয় সুৰক্ষা প্ৰদান কৰা হয়। যোছেফিনক কোনেও নিশ্চয় এনে ধাৰণাৰ বিষয়ে ক'বলৈ সাহস নকৰিব। তেওঁ কিন্তু কয়, 'আপোনালোকে মোৰ সুৰক্ষাৰ কাৰণে যি খৰচ কৰে সি মোৰ এটা পুৰণি গীতৰ মূল্যও নহয়।' আমি ভাবো, তেওঁ ঠিকেই কয়। হাজাৰ হওক, পুৰণি গীত বুলি কথা। প্ৰকৃততে তেওঁ এনেকৈ কোৱাটো এক ধৰণৰ শিশু সুলভ আচৰণ, এয়া যেন তেওঁৰ শিশু সুলভ কৃতজ্ঞতা প্ৰকাশ আৰু এনেবোৰ কথাত অযথা মন-কাণ নিদিয়াটোৱেই হ'ব প্ৰকৃত পিতৃ সুলভ আচৰণ।

তথাপি কিবা এটা বিশেষ কাৰণত জনসাধাৰণ আৰু যোছেফিনৰ মাজত বিৰাজ কৰা সম্বন্ধৰ বিষয়ে আলচ কৰা সহজ নহয়। ক'বলৈ গ'লে যোছেফিনৰ ধাৰণা আনে ভবাৰ ঠিক ওলোটা, তেওঁ ভাবে যে তেৰেঁহে জনতাক সুৰক্ষা দি আহিছে। ৰাজনৈতিক অথবা অৰ্থনৈতিকভাৱে আমি যেতিয়াই দূৰৱস্থাৰ সমুখীন হওঁ, তেওঁৰ সংগীতেহে বোলে আমাক ৰক্ষা কৰে, আচলতে ই ঠিক আমাৰ দূৰৱস্থা আঁতৰ নকৰে, অন্ততঃ বাধাবোৰ নেওচিবলৈ তেওঁৰ গীতে শকতি দিয়ে। এই কথাবোৰ তেওঁ কণ্ঠৰে অথবা কথাৰে প্ৰকাশ নকৰে, এনেয়েও তেওঁ নিচেই কম কথা কয়, কথা চহকীসকলৰ মাজতো তেওঁ মৌন, কিন্তু তেওঁৰ চকুৰ জিলিকনিয়ে, জপাই থোৱা ওঁঠে (ওঁঠ জপাই থ'ব আমি বহুতেই নোৱাৰো, তেওঁ কিন্তু পাৰে) তেওঁৰ নিজস্ব বিশ্বাসৰ কথা স্পষ্টকৈ কয়। সঁচাই মিছাই আমি বহু সময়ত বেয়া খবৰ পাওঁ আৰু তেনে পৰিস্থিতিত তেওঁ তৎক্ষণাৎ থিয় হয়, (তেওঁতো সাধাৰণতে অতিশয় অৱসন্নভাৱে মজিয়াত বহি থাকে) আৰু মূৰ দাঙি উঠে। তেওঁ এতিয়া ভেৰাৰখীয়াই গাজনি-ঢেৰেকনিৰে ধুমুহা আহিব খুজিলে তেওঁৰ ভেৰাৰ দলটোক চোৱাৰ দৰে মূৰ দাঙি মানুহখিনিক চায়। নিশ্চিতভাৱে এই উদ্দাম আৱেগপ্ৰৱণ স্বভাৱৰ ল'ৰা-ছোৱালীৰ ক্ষেত্ৰতহে দেখা যায়, কিন্তু যোছেফিনৰ আচৰণ ল'ৰা-ছোৱালীৰ দৰে ইমান অবাস্তৱ নহয়। এইটো সঁচা, তেওঁ প্ৰকৃততে আমাক একো সুৰক্ষা প্ৰদান নকৰে, কোনো শক্তিৰ যোগানো নধৰে, অশেষ দুখ-দুৰ্দশাত অভ্যস্ত আমাৰ মানুহখিনিৰ ৰক্ষা কৰোঁতা বুলি প্ৰতিপন্ন কৰাটো কাৰোবাৰ কাৰণে হয়তো সহজ কথা, আমাৰ মানুহৰ দুখ-দুদৰ্শাতো বহুতো কাৰণেই হয়, অমিতব্যয়িতা, নভবা-নিচিন্তাকৈ কিবা সিদ্ধান্তত উপনীত হোৱা, মৃত্যুৰ লগত সততে হোৱা চিনাকি, প্ৰকৃতিৰ অপৰিণামদৰ্শী দুঃসাহসিকতাৰ আবহাৱাত দৃষ্টিগোচৰ হোৱা ভীতি-বিহ্বলতা, এনেবোৰ দুখ-দুৰ্দশাৰ মাজত ক'বলৈ গ'লে কোনোবাই নিজকে আমাৰ মানুহৰ ৰক্ষা কৰোঁতা বুলি ডাংকোপ মাৰিবলৈ তেনেই সহজ, কিন্তু মানুহখিনিয়ে নিজকে নিজে যেনেতেনে ৰক্ষা কৰিবলৈ সক্ষম, অৱশ্যে তাকে কৰিবলৈ তেওঁলোকে যিখিনি ত্যাগ কৰে তাৰ লেখ ল'বলৈ গৈ ঐতিহাসিকসকল আতংকত বিহ্বল হয়। সাধাৰণভাৱে ক'বলৈ হ'লে আমি অৱশ্যে ঐতিহাসিক গৱেষণা সম্পূৰ্ণৰূপে উপেক্ষা কৰো। তথাপি এইটোও সত্য যে জৰুৰীকালীন অৱস্থাত আন সময়তকৈ আমি যোছেফিনৰ সংগীত অধিক মনোযোগেৰে শুনো। বিপদৰ জাননীয়ে আমাক অধিক বিনয়ী আৰু শান্ত কৰে, আৰু

যোছেফিনে কৰা প্ৰভাৱ বিস্তাৰৰ ওচৰত আমি সেও মানো, আমি তেতিয়া লগ লাগিবলৈ আৰু একে ঠাইতে কুঁচি মুচি গোট খাবলৈ ভাল পাওঁ, আমাৰ এনে অৱস্থা হয় তেতিয়া, যেতিয়া আমি বাধা-বিঘিনিবোৰৰ পৰা ৰেহাই পাওঁ, যেন আমি যুদ্ধৰ আগতে সকলোৱে মিলিজুলি, যোছেফিনো বাদ নাযায়, ততাতৈয়াকৈ একেটা শান্তিৰ পিয়লাৰ পৰা পান কৰো। সমবেত জনতাৰ মাজত তেতিয়া সম্পূৰ্ণ নীৰৱতা বিৰাজ কৰে, সমুখত মাথোঁ ক্ষীণ বাঁহীৰ সুৰ, এৰা এই সময়ত কথাৰ মালিহা মাৰি সময় নষ্ট কৰিব নোৱাৰি।

এনে এক সম্বন্ধ গঢ়ি উঠিলে যোছেফিনে কেতিয়াও মনত শান্তি নেপায়। নিজৰ অৱস্থা লৈ যোছেফিন কেতিয়াও সুস্থিৰ নহয়, তেওঁ একপ্ৰকাৰ উদ্বিগ্নতাত ভোগে, নিজৰ বিষয়ে সদা সচেতন আৰু অহমিকাৰ কাৰণে তেওঁ বহুক্ষেত্ৰত ওপৰ-চকুৱা হয় আৰু তোষামোদকাৰীসকলে তেওঁৰ এই দুৰ্বলতাৰ সুযোগ লয়, তেৰোঁ তোষামোদকাৰীসকলৰ মাজতে এটা চুকত বহি সংগীত পৰিৱেশন কৰিবলৈ ভাল পায়, সমবেত জনতাৰ এক বৃহৎ অংশৰে পৰা তেওঁ আঁতৰতে ৰয়, কথাটো ভালেই হয়, কিয়নো তেওঁতো তেতিয়া সুন্দৰ সংগীতৰ পৰিবেশন নকৰে।

অৱশ্যে সুন্দৰ সংগীতৰ পৰিৱেশন কৰাতো তেওঁৰ প্ৰয়োজনীয় কথা নহয়, তেওঁৰ সংগীততো মানুহে শুনিবই। অৱশ্যে আমি বেলেগ কামতহে ব্যস্ত থাকো আৰু তেওঁৰ সংগীতৰ কাৰণেহে যে নীৰৱতা বিৰাজ কৰে সেইটোও নহয়। বহুতো দৰ্শকেতো তললৈ মূৰ গুজি পাৰ্শ্ববৰ্তীৰ উণৰ কাপোৰত মুখ লুকুৱায়, সেয়েহে যোছেফিনে সমুখৰ পৰা পৰিৱেশন কৰা গীত বহুতৰ কাৰণে অৰ্থহীন হৈ পৰে। পিছে যোছেফিনৰ সংগীতৰ অপ্ৰতিৰোধ্যতা অস্বীকাৰ কৰিব নোৱাৰি, আমাৰ মাজলৈ ই পোনে পোনে সোমাই আহে। সমবেত আন সকলোৱে প্ৰতিশ্ৰুত নীৰৱতাৰ মাজত ভাঁহি অহা যোছেফিনৰ সুৰধ্বনি যেন সকলোৰে পৰা প্ৰতিগৰাকী ব্যক্তিলৈ পঠোৱা একো একোটা বাৰ্তাহে, গভীৰ চিন্তাৰ মাজত পৰিবেশিত সেই ক্ষীণ সংগীত যেন প্ৰতিকূল পাৰ্থিৱ পৰিস্থিতিৰ প্ৰচণ্ড আলোড়নৰ মাজত বৰ্তি থকা আমাৰ মানুহৰ অনিশ্চিত অস্তিত্ব। যোছেফিনৰ কণ্ঠততো একো নাই, তেওঁৰ গীতৰ পৰিৱেশনতো একো নাই, তথাপি তেওঁ নিজস্ব প্ৰয়াসেৰে নিজ ক্ষমতা প্ৰতিপন্ন কৰে আৰু আমাৰ ওপৰত নিজৰ প্ৰভাৱ বিস্তাৰ কৰে আৰু তেনেকৈ ভাবিয়েই আমি ভাল পাওঁ। প্ৰকৃততে তালিম লোৱা কোনো গায়িকা যদি আমাৰ মাজলৈ আহিলেহেঁতেন আমি

তেওঁক সহি থাকিব নোৱাৰিলোঁহেঁতেন আৰু তেওঁৰ সংগীত পৰিৱেশন অৰ্থহীন বুলি ভাবি আঁতৰাই পঠালোঁহেঁতেন। আমি তেওঁৰ গীত শুনি থাকো কাৰণেই যেন যোছেফিনে নাভাবে যে তেওঁৰ সংগীত শিল্পীস্বৰূপে স্বীকৃতি নোহোৱাৰ ই এক প্ৰমাণ। তেওঁ পিছে মনে মনে তেনে এক ধাৰণা নিশ্চয় পোষণ কৰে, নহ'লে তেওঁৰ গীত আমি মনোযোগেৰে শুনো বুলি তেওঁ কিয় স্বীকাৰ কৰিব নোখোজেহু তেওঁ মাত্ৰ নিজৰ মনৰ ভাবনা দূৰ কৰিবলৈহে যেন সুৰ ধ্বনিত ব্যস্ত হয়।

কিন্তু তেওঁ সন্তোষ লভিবলৈ আৰু বহুতো অন্যান্য কথা আছে, আমিতো তেওঁৰ গীত এগৰাকী প্ৰশিক্ষিত গায়িকাৰ পৰা শুনাৰ দৰেই শুনো, তেওঁৰ সংগীতৰ দৰে প্ৰশিক্ষিত গায়িকাৰ সংগীতে আমাৰ মানসত প্ৰভাৱ পেলাব নোৱাৰে। তেওঁৰ গানৰ প্ৰভাৱ আমাৰ মানসত পৰাৰ কাৰণটো হ'ল যে তেওঁৰ গীত অনুপযুক্ত আহিলাৰে পৰিবেশিত হয়। নিঃসন্দেহে এনে এক পৰিস্থিতিৰ কাৰণে আমিয়েই প্ৰকৃততে দায়ী।

আমাৰ মানুহৰতো যৌৱন বুলিবলৈ নায়েই, কেতিয়াবা কটাবলৈ পোৱা শৈশৱো তেনেই চুটি। নিয়মীয়াকৈয়ে দাবী তোলা হয় যে শিশুক বিশেষভাৱে স্বাধীনতা দিব লাগে, সিহঁতৰ কাৰণে বিশেষ সুৰক্ষাৰ ব্যৱস্থা হ'ব লাগে, অলপ মুকলিমূৰীয়াকৈ থাকিবলৈ পোৱাটো সিহঁতৰ স্বত্ব, সামান্য অবান্তৰ মূৰ ফুৰণি সিহঁতৰ হ'বও পাৰে, অলপ খেলা-ধূলা কৰিবলৈ সিহঁতে পাব লাগে, সিহঁতৰ এই অধিকাৰ সন্মান সহকাৰে দিব লাগে আৰু ইয়াক সাব্যস্ত কৰিবলৈ উৎসাহিত কৰিব লাগে। এনেকুৱা দাবীবোৰকে আগবঢ়োৱা হয় আৰু প্ৰায় আটায়েই মানিও লয়। শিশুসকলৰ কাৰণে ইয়াতকৈ আৰু কি কৰিব লাগে? কিন্তু স্বৰূপাৰ্থত আমাৰ প্ৰাত্যহিক জীৱনত এইবোৰ একোৱেই নহয়। অৰ্থাৎ এই সুবিধাবোৰ শিশুটোক দিয়াৰ সম্ভাৱনা কম। এইবোৰ দাবী অনুমোদনো কৰে, হয়তো ফলৱতী কৰাৰ কাৰণে প্ৰয়াসো কৰে, কিন্তু সোনকালেই সেই আগৰ অৱস্থা হয়। আমাৰ জীৱনটো এনেকুৱাই। ইয়াত এটা শিশুৱেই অলপ লৰা-ঢপৰা কৰিব পৰা হয়, বিভিন্ন বস্তুৰ প্ৰভেদ ধৰিব পৰা হয়, তেতিয়াই ই ডাঙৰৰ দৰে নিজেই নিজৰ যত্ন ল'ব লগা হয়, ইয়াৰ কাৰণো বহুতো, অৰ্থনৈতিক কাৰণতে আমি আঁতৰে আঁতৰে বাস কৰিব লগা হয়, আমাৰ শত্ৰুও বহুত, সংখ্যাহীন বিপদে-আপদে আমালৈ খাপ পাতি থাকে, সেয়েহে আমি আমাৰ শিশুসকলক জীৱন সংগ্ৰামৰ পৰা ৰক্ষা কৰিব নোৱাৰো, এনে প্ৰয়াস কৰিলে

তেওঁলোকে অকাল মৃত্যুহে সাবটি ল'ব লগা হ'ব। এই বিমৰ্ষ ধাৰণাবোৰ আৰু এটা তথ্যই, যিটো বৰ বিমৰ্ষ বুলি ক'ব নোৱাৰি, শক্তিশালী হোৱাত অৰিহণা যোগায়। সেইটো হ'ল আমাৰ মানুহৰ প্ৰজনন ক্ষমতা। এগাল সতি-সন্ততিৰ একোটা পীৰিয়ে পিছৰ পীৰিৰ ঠাই সোনকালেই পৰিগ্ৰহ কৰে, ফলস্বৰূপে শিশু শিশু হৈ থকাৰ কাৰণে সময়ৰ নাটনি। আন আন জনগোষ্ঠীয়ে তেওঁলোকৰ ল'ৰা-ছোৱালী যত্ন সহকাৰে প্ৰতিপালন কৰে, শিশুহঁতৰ কাৰণে বিদ্যালয় সাজে, এই বিদ্যালয়বোৰৰ পৰা শিক্ষা লৈ শিশুহঁত ওলাই আহে, এইদৰে ওলাই অহা শিশুবোৰ কিন্তু বহু দিনলৈ একেখিনিয়েই থাকে। আমাৰ বিদ্যালয় নাই, কিন্তু আমাৰ জনগোষ্ঠীয়ে নিচেই কম সময়তে গালে গালে সন্তান উলিয়াই দিয়ে, সংগীত চৰ্চা কৰিব নোৱাৰালৈকে সিহঁতে আনন্দতে কলকণ্ঠ তোলে, দৌৰা দৌৰি কৰিব নোৱাৰালৈকে মাথোঁ চালিকা শক্তিৰ প্ৰভাৱতে থৰক-বৰককৈ খোজ কাঢ়ে অথবা বাগৰি ফুৰে, মুখতে পোৱা প্ৰতিটো বস্তুকে লোদোৰ-পোদোৰ দেহাৰে থৰক-বৰককৈ কঢ়িয়াই ফুৰে, এয়াই আমাৰ শিশু! স্কুলবোৰত কিন্তু একেবোৰ শিশু নাথাকে, শেষ নোহোৱাকৈ নতুন নতুন চাম শিশু আহিয়েই থাকে, এটা শিশুৰ শৈশৱ পাৰ নহওঁতেই তাৰ পিছত আৰু এখনি শিশু সুলভ মুখৰ ইমান ততাতৈয়াকৈ আৱিৰ্ভাৱ হয় যে নতুন পুৰণা সকলোৰে সন্মিলিত আনন্দৰ গোলাপী আভাৰে সমুজ্জ্বল মুখবোৰ অভিন্ন হৈ পৰে। তথাপি সঁচাই ক'বলৈ গ'লে আমাৰ শিশুবোৰ যিমানেই আনন্দ-মুখৰ নহওক, যিমানেই ইয়াকে লৈ আমাক আনে ঈৰ্ষা নকৰক, আমি কিন্তু আমাৰ শিশুহঁতক প্ৰকৃত শৈশৱ উপভোগ কৰিবলৈ দিয়াৰ কাৰণে অসমৰ্থ। ইয়াৰ পৰিণাম আমি ভুগিব লাগে। আমাৰ মানুহৰ মাজত এক প্ৰকাৰ ক্ষয় নোযোৱা আৰু বিলোপ নোহোৱা শিশু সুলভ আচৰণ বিৰাজমান, এই আচৰণ কিন্তু আমাৰ নিখুঁত বাস্তৱ বুদ্ধি-চেতনাৰ এক বৈপৰীত্যৰ প্ৰকাশ, আমি বহু সময়ত চৰম অজ্ঞতাৰে আচৰণ কৰো, ঠিক শিশুহঁতৰ দৰেই অবান্তৰভাৱে, অপচয় কৰি, আড়ম্বৰেৰে আৰু দায়িত্বহীনভাৱে, আৰু এই সকলোবোৰেই কিছুমান গুৰুত্বহীন আমোদ-প্ৰমোদৰ বাবে। যদিও এই মনোৰঞ্জন আমি স্বাভাৱিকতে শিশুৰ দৰে সম্পূৰ্ণ আন্তৰিকতাৰে উপভোগ কৰিব নোৱাৰোঁ, তথাপি ইয়াৰ কিছু অংশ নিঃসন্দেহে আমি উপভোগ কৰোঁ। আমাৰ এই শিশু সুলভতাৰ কাৰণেই আৰম্ভণিৰ পৰাই যোছেফিন লাভান্বিত হৈছে।

তদুপৰি আমাৰ মানুহ কেৱল বালসুলভ বুলি ক'লৈই নহ'ব, আমি

অপৰিপক্কভাৱে বৃদ্ধও। আমাৰ শৈশৱ আৰু বৃদ্ধাৱস্থাপ্ৰাপ্তি আন মানুহৰ দৰে নহয়। আমাৰ যুৱাৱস্থা নাই, আমি একেবাৰে বয়স্ক লোক হৈ পৰোঁ আৰু বয়সস্থ হৈ বেছি দিন কটাওঁ, ফলস্বৰূপে একপ্ৰকাৰ ক্লান্তি আৰু সাফল্যহীনতাত আমি ভুগিব লগা হয়, ইয়াৰ প্ৰভাব আমাৰ আচৰণতো পৰে আৰু আমি ভাবি লওঁ যে এয়া নিতান্তই স্বাভাৱিক। নিশ্চয় আমাৰ সংগীত প্ৰতিভাৰ অভাৱৰ ইয়ো এটা কাৰণ, সংগীত চৰ্চাৰ কাৰণে আমাৰ বয়সে ভাটি দিয়া বুলি আমি ভাবো, ইয়াৰ উত্তেজনা, ইয়াৰ হৰ্ষোল্লাস আমাৰ বয়সৰ লগত খাপ নেখায়, ক্লান্তিকৰভাৱে আমি সংগীতক হাত জোকাৰি বিদায় দিওঁ, অ'ত-ত'ত গোৱা সংগীতেই আমাৰ কাৰণে যথেষ্ট। কোনে জানে, আমাৰ মাজতো হয়তো সংগীত প্ৰতিভা থাকিব পাৰে, কিন্তু যদিহে তেনে প্ৰতিভা থাকেও, আমাৰ মানুহে নিজৰ স্বভাৱ অনুসৰি সেই প্ৰতিভা বিকাশ হোৱাৰ আগতেই হেঁচা মাৰি ধৰিব। আনহাতে, যোছেফিনে যিমানেই ইচ্ছা কৰে, সিমানেই সংগীত চৰ্চা কৰিব পাৰে, যিহকে ইচ্ছা গাব পাৰে, তেওঁৰ গান শুনি আমি আমনি নাপাওঁ, বৰঞ্চ আমাৰ ভালহে লাগে, তেওঁ সংগীতৰ নামত কিবা এটা পৰম্পৰা ৰক্ষা কৰা বুলি নিচেই সামান্য ধৰণে কৰা পৰিৱেশনেও আমাৰ চাহিদা পূৰণ কৰা বুলি আমি ভাবো।

কিন্তু আমাৰ মানুহৰ যোছেফিনৰ পৰা বহুত বেছি প্ৰত্যাশা। উৎকণ্ঠাৰে পৰিৱেশন কৰা তেওঁৰ সংগীতানুষ্ঠানসমূহত কম বয়সীয়া কিশোৰ-কিশোৰীহঁতহে অত্যন্ত আগ্ৰহী, সিহঁতে বিস্ময়াভিভূত হৈ থৰ লাগি তেওঁৰ গীত পৰিৱেশন উপভোগ কৰে, দুয়ো ওঁঠ কোঁচ খুৱাই, সমুখৰ সুন্দৰ দন্তৰাশিৰ মাজেৰে তেওঁ সৃষ্টি কৰা সংগীত-ধ্বনি শুনি আশ্চৰ্যান্বিত হৈ তেওঁ নিজেই যেন আধা মৰো আধা মৰো অৱস্থা পায় আৰু এনে মূৰ্ছিতাৱস্থাত তেওঁৰ পৰিৱেশন এক নবীন, অবিশ্বাস্য, উচ্চ পৰ্যায়ত উপনীত হয়, কিন্তু প্ৰকৃত জনসাধাৰণে দেখদেখকৈয়ে এই সংগীত উপভোগৰ পৰা নিজকে সম্পূৰ্ণৰূপে বিচ্ছিন্ন কৰে। উৎপীড়িত ব্যক্তিয়ে. মানসিক সংঘাতৰ পৰা বিৰাম লৈ যেন এতিয়া হাত-ভৰিকেইটা পোনোৱাৰ আৰু জনতাৰ উমাল বিছনাত দেহাটো পেলাই বিশ্ৰাম লোৱাৰ সপোন দেখে। আৰু জনতাৰ এই স্বপ্নবিলাসৰ মাজতে যোছেফিনে তেওঁৰ গীতৰ কলি এটা এটাকৈ, যিবোৰ তেওঁ একো একোটা মুকুতাৰ দৰে বুলি দাবী কৰে, আমি কিন্তু কওঁ বিচ্ছিন্ন আৰু সংযোগবিহীন ঢেক, গাই যায়, যি নহওক, তেওঁৰ কাৰণে গীত পৰিবেশনৰ এইখন সঠিক স্থান। এই সংগীতত

আমাৰ দুখ লগা সংক্ষিপ্ত শৈশৱ আছে, আমাৰ হেৰাই যোৱা সুখানুভূতিৰ ৰেঙণি আছে, আৰু আছে বুজাব নোৱাৰা, অথচ হেৰাই নগৈ পুনঃ পুনঃ উদিত হোৱা আমাৰ সক্রিয় প্রাত্যহিক জীৱনৰ প্ৰাণ চাঞ্চল্যৰ মুহূৰ্তবোৰ। স্বাভাৱিকতে এই সকলোবোৰ নিটোল সুৰধ্বনিৰ মাজেৰে প্রকাশ নাপায়, গোৱা হয় হয়তো কেতিয়াবা মৃদু সুৰেৰে, কেতিয়াবা গুণগুণনিৰে, গোপনীয়তাৰে, কেতিয়াবা আকৌ সামান্য কৰ্কশভাৱে। প্ৰকৃততে এয়া বংশীধ্বনি। কিয়নো নহ'ব? বংশীধ্বনিয়েই যে আমাৰ মানুহক প্রতিনিয়ত ব্যস্ত কৰা কথা-বৰ্তা। বহুতৰ কাৰণে ই এক অজানিতে কৰা জীৱনজোৰা অভ্যাস আৰু ই আমাক অলপ সময়ৰ কাৰণে প্রাত্যহিক জীৱনৰ শৃংখলৰ পৰা মুক্ত কৰি দিয়ে। আমি নিশ্চিতভাৱে সেয়েহে এই গীত পৰিৱেশন অনুষ্ঠানসমূহৰ প্রতি আগ্রহ প্রকাশ কৰো।

কিন্তু সেই বুলিয়েই যোছেফিনে দাবী কৰে যে তেওঁ আমাক নৱ নৱ শক্তিৰে সজীৱ কৰে আৰু বহুত কিবাকিবি কয়, সেইবোৰ কিন্তু মানি ল'ব নোৱাৰি। অৱশ্যে এয়া সাধাৰণ মানুহৰ মনোভাবহে — তেওঁৰ তোষামোদকাৰী দলৰ নহয়। তোষামোদকাৰী দলে নিৰ্লজ্জ উদ্ধতালিৰে কয়, 'এই যে সমুখত বিপদৰ আশংকা আছে বুলি জানিও আৰু বিপদক বাধা দিবলৈ অসুবিধাৰ সৃষ্টি কৰিও মানুহবোৰ সমবেত হয়, তাৰ কাৰণ আপোনালোকে কি বুলি ভাবে?' কথাষাৰ পিচে দুৰ্ভাগ্যবশতঃ সত্য, কিন্তু ইয়েই যোছেফিনৰ যশস্যা বৃদ্ধি কৰে বুলি ক'ব নোৱাৰি, কিয়নো এনে বৃহৎ সমাবেশবোৰ আচম্বিতে যেতিয়া শত্রুৱে খেদি উলিয়াই দিয়ে আৰু সাধাৰণ মানুহবোৰৰ বহুতে হয়তো মৃত্যুকে সাবটি ল'ব লগাত পৰে, তেতিয়া এই সমস্ত দুৰ্যোগ যাৰ কাৰণে ঘটে, সেই যোছেফিনে সদায়েই আটাইতকৈ নিৰাপদ স্থানত অৱস্থান লয় আৰু তেওঁক সদায় ততাতৈয়াকৈ আৰু পোনতে সুৰক্ষা দি উলিয়াই নিয়া হয়। তথাপি পৰিস্থিতিৰ বিষয়ে প্ৰকৃততে পৰিচয় থকাৰ পিছতো মানুহে তেওঁৰ অনুষ্ঠানলৈ দৌৰি যায়। তেওঁনো কোনদিনা অনুষ্ঠান কৰিব আৰু কিমান সময়ত গীত গাবলৈ উঠিব এই সকলোবোৰ খবৰ ৰাখে। এনেকুৱা এটা অৱস্থাত কোনোবাই হয়তো সাব্যস্ত কৰিব পাৰে যে যোছেফিনক আইনে ঢুকি নাপায়, তেওঁৰ যি মন যায় তাকে কৰিব পাৰে, এনে কৰাৰ কাৰণে যদিহে জনসাধাৰণ কিবা বিপদৰো সমুখীন হয়, তথাপি তেওঁৰ সকলো কামৰ কাৰণেই ৰেহাই দিয়া হয়। এনে পৰিস্থিতিত যোছেফিনৰ নিজক লৈ কৰা দাবী সহজে বোধগম্য, এৰা, গীত পৰিবেশন

কৰিবলৈ তেওঁক স্বাধীনতা দিব লাগিব, তেওঁৰ বৈশিষ্ট্যপূৰ্ণ অৱদানক স্বীকৃতি দিব লাগিব আৰু আইন অৱজ্ঞা কৰা অন্যান্য লোকৰ কথা এই প্ৰসংগত আলোচ্য নহয়। এয়া যেন যোছেফিনৰ গীত বুজি নেপায় বুলি দিয়া স্বীকৃতিহে, তেওঁ দাবী কৰা মতেই যেন তেওঁৰ সংগীত প্ৰতিভাৰ কথা অনুধাৱন কৰিবলৈ জনসাধাৰণ বিস্ময়াভিভূত হয়, নিজকে তেওঁলোকে এই সংগীতৰ শ্ৰোতা হোৱাৰ অযোগ্য বিবেচনা কৰে আৰু প্ৰকৃততে বেপৰোৱাভাৱে তেওঁৰ কাৰণে ত্যাগ স্বীকাৰ কৰি তেওঁৰ পুতৌৰ মনোভাৱ আঁতৰাবলৈ চেষ্টা কৰে। তেওঁলোকৰ এই ত্যাগ যেন যোছেফিনৰ সংগীত-কলা নুবুজাৰ, তেওঁৰ ব্যক্তিত্ব আৰু মনোভাব তেওঁলোকে ঢুকি নোপোৱাৰ ফলশ্ৰুতি। পিছে এই কথা সত্য নহয় বুলি সহজেই ক'ব পাৰি, কোনো ব্যক্তিয়ে সহজতে যোছেফিনৰ ওচৰত নতি স্বীকাৰ কৰিব পাৰে, কিন্তু জনসাধাৰণৰ সকলোৱে চৰ্তবিহীনভাৱে কাৰো ওচৰত, আনকি যোছেফিনৰ ওচৰতো আত্মসমৰ্পণ নকৰে।

বহুদিনৰ পৰাই বোধকৰোঁ, তেওঁ সংগীতকলাক বৃত্তিস্বৰূপে আকোৱালি লোৱাৰ দিন ধৰিয়েই, যোছেফিনে সংগীতৰ বিনিময়ত আন প্ৰাত্যহিক কাম-কাজৰ পৰা ৰেহাই পোৱাৰ কাৰণে সংগ্ৰাম কৰি আহিছে। তেওঁ ভাবে যে সাধাৰণ পাৰ্থিৱ জীৱন-সংগ্ৰামত তেওঁ নিজকে নিয়োজিত কৰাৰ প্ৰয়োজন নাই, প্ৰতিদিনৰ জীৱিকা অৰ্জনৰ দায়িত্বৰ পৰা তেওঁক ৰেহাই দিব লাগে আৰু এই সকলোবোৰ তেওঁৰ দায়িত্বকে আপাতদৃষ্টিত জনসাধাৰণে মূৰ পাতি ল'ব লাগে। তেওঁৰ প্ৰতি অত্যুৎসাহী একোজন সাধাৰণ ব্যক্তিয়ে ক'ব পাৰে যে এনে এটা দাবী কৰাত অস্বাভাৱিকতা একো নাই, আধ্যাত্মিক দৃষ্টিকোণৰ পৰা এনে দাবী মানি ল'ব লাগে, কিয়নো এনে কৰাটোৱেই হ'ব অন্তৰ্নিহিত বৈধতা। কিন্তু আমাৰ জনসাধাৰণে অন্য ধৰণৰ সিদ্ধান্ততহে উপনীত হয় আৰু এই যুক্তি নীৰৱে অস্বীকাৰ কৰে। তেওঁলোকে এনে দাবীৰ সাৰশূন্যতা বুজি পালেও যি কাৰণে এনে দাবী উঠোৱা হৈছে সেইটো খণ্ডন কৰিবলৈ তথাপি বিশেষ প্ৰয়াস নকৰে। যোছেফিনে এইদৰে যুক্তি আগবঢ়ায়, অন্য কাম কৰাৰ পৰিশ্ৰম ক'বলৈ গ'লে সংগীত পৰিবেশনৰ পৰিশ্ৰমৰ তুলনাত একোৱেই নহয়, তথাপি ই তেওঁৰ সংগীত পৰিবেশনত বিৰূপ প্ৰভাৱ পেলাব, সংগীত পৰিবেশনৰ পিছত নিজকে সতেজ কৰিবলৈ জিৰণিৰ প্ৰয়োজন, কিয়নো গান গাওঁতে তেওঁ সম্পূৰ্ণৰূপে  ক্লান্ত হৈ যায় আৰু জিৰণি নলৈ অন্য কামত ব্যস্ত থাকিলে তেওঁ গানৰ অত্যুচ্ছ ক্ষমতাৰ প্ৰদৰ্শন কৰিব নোৱাৰিব। জনসাধাৰণে তেওঁৰ যুক্তি শুনে,

কিন্তু ইয়াত মনোনিবেশ নকৰে। আমাৰ মানুহ কেতিয়াবা অলপতে বিচলিত হয়, কেতিয়াবা তেওঁলোকক আকৌ একেবাৰে বিচলিত কৰিব নোৱাৰে। এনে অবিচলিত প্ৰত্যাখ্যানে কেতিয়াবা আনকি যোছেফিনকে বিস্ময়াভিভূত কৰে, তেওঁ যেন অলপ সেও মানে, তেওঁ কৰিবলগীয়া পৰিশ্ৰম আগ্ৰহেৰে কৰে আৰু তেওঁৰ ক্ষমতাৰ সৰ্বশক্তি প্ৰয়োগেৰে গীত পৰিবেশন কৰে, কিন্তু এয়া অল্পকালৰ প্ৰয়াস, তাৰ পিছত তেওঁ ভাবে প্ৰয়োজনীয় শক্তি ইতিমধ্যে আহৰণ কৰা হৈয়ে গৈছে, তেওঁৰ শক্তিৰ ক্ষয় যেন নহয়, তেওঁ পুনৰ সংগ্ৰাম কৰিবলগীয়া হয়।

এতিয়া এইটো স্পষ্ট যে যোছেফিনে প্ৰকৃততে শব্দৰে প্ৰকাশ কৰাখিনিয়েই তেওঁৰ কাম্য নহয়। তেওঁ ক'বলৈ বিচাৰে যে তেওঁ সন্মানিত, তেওঁ কামলৈ ভয় নকৰে, ৰাইজে যদিহে তেওঁৰ কথা শুনে, তেনেহ'লে তেওঁ ক'ব খোজে যে তেওঁ আগৰ দৰেই জীৱন-যাপন কৰিব খোজে, তেওঁৰ সংগীত পৰিবেশনত কামে বাধা দিব নোৱাৰে আৰু তেওঁ শ্ৰেষ্ঠতম সংগীত পৰিবেশন কৰি থাকিব, ৰাজহুৱাভাৱে তেওঁ মাথোঁ বিচাৰে এতিয়ালৈকে কৰা পৰিবেশতকৈ অতিকৈ উন্নততৰ তেওঁৰ সংগীত পৰিবেশনৰ দ্ব্যৰ্থতাহীন চিৰকলীয়া স্বীকৃতি, কিন্তু যদিও বিচৰা প্ৰতিটো বস্তুৱেই তেওঁ পাইছে, এনে স্বীকৃতি অপৰিবৰ্তিতভাৱে আয়ত্ত কৰিবলৈ তেওঁ সমৰ্থ হোৱা নাই। বোধকৰোঁ আৰম্ভণিৰ পৰাই তেওঁ এই উদ্দেশ্যে এক বেলেগ ধৰণৰ প্ৰয়াস চলাব লাগিছিল, বোধকৰোঁ তেওঁ নিজেই গম পাইছে তেওঁৰ প্ৰচেষ্টাত খুঁত ৰৈ গৈছে, কিন্তু এতিয়াতো হোঁহকি-পিছলি আহিব নোৱাৰে, পলায়ন হ'ব আত্ম প্ৰতাৰণাৰ নামান্তৰ মাথোঁ, এতিয়া তেওঁ নিজৰ যুক্তি প্ৰদৰ্শনতে অবিচলিত থাকিব লাগিব।

নিজে দৃঢ়তাৰে কোৱাৰ দৰে যদিহে তেওঁৰ সঁচাকৈয়ে শত্ৰু আছে তেওঁলোকে তেওঁৰ সংগ্ৰাম প্ৰত্যক্ষ কৰি আমোদ পাব। তেওঁলোকেতো কোনো সহায়ো আগনবঢ়ায়, কিন্তু তেওঁৰতো কোনো শত্ৰু নাই আৰু তেওঁৰ সংগ্ৰাম দেখি কোনেও আমোদ পোৱাৰ প্ৰশ্নও নুঠে, যদিও তেওঁক মানুহে সঘনে সমালোচনা কৰে। আমাৰ মানুহে সুচিন্তিতভাৱে আৰু সঠিক যুক্তিৰেই এই বিষয়ত বিশেষ সঁহাৰি নিদিয়ে, এনে ধৰণৰ চিন্তা কৰি লোৱা সিদ্ধান্ত সাধাৰণতে আমাৰ মানুহৰ মাজত কেতিয়াবাহে পোৱা হয়। অৱশ্যে কিজানি কেতিয়াবা যোছেফিনৰ শত্ৰু ওলাবও পাৰে, এনে এক চিন্তা কৰিয়েই আমাৰ মানুহে তেওঁৰ আচৰণত ৰাজহুৱাকৈ আমোদ কৰাৰ পৰা বিৰত থাকে। যোছেফিনৰ ৰাইজৰ প্ৰতি জনোৱা আবেদন আৰু ৰাইজৰ নিৰাশব্যঞ্জক সঁহাৰিৰ পৰা অনুভূত হোৱা

বিশেষ কথাটো হ'ল যে আমাৰ মানুহে প্ৰয়োজন অনুসৰি এক অভেদ্য, নিৰ্বিকাৰ মনোভাব ল'ব পাৰে আৰু যদিহে এই মনোভাব যাৰ প্ৰতি লোৱা হয়, তেওঁ যদি উদ্বিগ্ন পিতৃসুলভ আদৰ-যত্নৰ গৰাকীও হয়, আনকি ততোধিক মৰমো আদায় কৰিবলৈ সমৰ্থ হয়, তথাপি সেইগৰাকী লোকৰ প্ৰতি লোৱা মনোভাব অলৰ-অচৰ হৈ থাকে।

ধৰি লোৱা হওক, যোছেফিনৰ সংগীতৰ প্ৰতি জনসাধাৰণৰ ঠাইত এগৰাকী লোকৰ আগ্ৰহৰ মাত্ৰা বৰ বেছি দেখা গ'ল। তেওঁ যোছেফিনৰ প্ৰশংসাত পঞ্চমুখ আৰু তেওঁৰ ধাৰণা যে এদিন যোছেফিনৰ প্ৰতি তেওঁৰ প্ৰশংসাৰ অন্ত পৰিব। ইতিমধ্যে তেওঁ যোছেফিনৰ প্ৰতি প্ৰয়োজনাধিক ত্যাগ কৰিছেই আৰু প্ৰাকৃতিক নীতি অনুসৰিয়েই তেওঁৰ ত্যাগে ইতিমধ্যে চৰম সীমা পাইছেগৈ। তেওঁৰ এনে ত্যাগে যোছেফিনক আৰু অধিক সংগীত পৰিৱেশন কৰিবলৈ উদগায় আৰু ব্যক্তিগৰাকীৰ পৰা আৰু অধিক প্ৰশংসা আকাংক্ষা কৰে। এনে পৰিস্থিতিত যোছেফিনৰ আবেদনেও হয়তো চৰম সীমা পায় আৰু ব্যক্তিগৰাকীয়েও ৰুক্ষভাৱে তেওঁক প্ৰত্যাখ্যান কৰে। কথা হ'ল, এনে ছল-ছাতুৰীৰ প্ৰয়োজন আছে বুলি জনসাধাৰণে নেভাবে। যোছেফিনৰ প্ৰতি তেওঁলোকৰ সন্মান অটুট আৰু অকৃত্ৰিম। কিন্তু যোছেফিনৰ আকাংক্ষা ইমান সুদূৰপ্ৰসাৰী যে পেন্দুকনা এটায়ো তেওঁক ইয়াৰ ফলাফলৰ বিষয়ে কৈ দিব পাৰে, কিন্তু যোছেফিনৰ মানসপটত এনেকুৱা চিন্তাই ঠাই কৰিব নোৱাৰে আৰু সেয়েহে তেওঁৰ হেঁপাহ-অপূৰণৰ তিক্ততা ভোগ কৰিব লগা হয়।

সংগীত সম্বন্ধে তেওঁৰ ধ্যান-ধাৰণা গভীৰ হওক বা নহওক, তেওঁ কিন্তু নিজস্ব প্ৰচাৰ অভিযান সচল ৰখাৰ পৰা ক্ষান্ত নহয়। অলপতে তেওঁৰ সংগীত পৰিৱেশনত আক্ৰমণাত্মক ভূমিকা বৃদ্ধি পাইছে। এতিয়া তেওঁ কেৱল সংগীতৰ ওপৰতে নিৰ্ভৰশীল নহৈ শব্দ-শক্তিৰ গদ্যময় প্ৰকাশতো জোৰ দিবলৈ লৈছে। আমি ভাবো ই তেওঁক তীব্ৰতৰ বিপদৰ সমুখলৈ লৈ যাব।

বহুতৰে ধাৰণা যে বয়স বৃদ্ধিৰ পৰিণতিস্বৰূপে বৃদ্ধাৱস্থাৰ প্ৰতি অগ্ৰসৰ হোৱাৰ কাৰণেই তেওঁ নিজস্ব চিন্তা-ধাৰাত অধিকতৰ দৃঢ়তা দেখুৱাবলৈ লৈছে। তেওঁৰ কণ্ঠ-মাধুৰ্য ক্ৰমশঃ লোপ পাই আহিছে, আৰু সেয়েহে তেওঁ ভাবে যে স্বীকৃতিপ্ৰাপ্তিৰ শেষ যুদ্ধত অৱতীৰ্ণ হোৱাৰ এয়াই চৰম মুহূৰ্ত। মোৰ কিন্তু কথাটো বিশ্বাস নহয়। ই সঁচা হ'লে, যোছেফিনৰ যোছেফিনস্বৰূপে অস্তিত্বই নাথাকিব। তেওঁতো নিজে বয়স বাঢ়িছে আৰু কণ্ঠৰ মাধুৰ্য কমিছে বুলি

কেতিয়াও নেভাবে। বাহিৰৰ পৰিস্থিতিক ভিত্তি কৰি তেওঁৰ দাবী প্ৰতীয়মান কৰিবও নোখোজে, তেওঁৰ দাবী হ'ল অন্তৰ্নিহিত যুক্তিৰে প্ৰতিষ্ঠিত।

বাহ্যিক বিপদৰ প্ৰতি বেপৰোৱাভাৱে, তেওঁক অৱশ্যে চূড়ান্ত বিধি-বিৰুদ্ধ পদ্ধতি অৱলম্বন কৰাত বাধা নিদিয়ে। তেওঁৰ কাৰণে নিজৰ অধিকাৰ প্ৰশ্নাতীত, সেয়েহে স্বত্ব আহৰণত তেওঁ কেনে পদ্ধতিৰ প্ৰয়োগ কৰিছে সেইটো বিচাৰ্য নহয়, বিশেষকৈ তেওঁৰ ধাৰণা অনুসৰি এই ধৰাত সৎ প্ৰচেষ্টা অকৃতকাৰ্য হোৱাটো অৱশ্যম্ভাৱী। সেয়েহে তেওঁৰ স্বত্বাধিকাৰৰ যুঁজখন সংগীতৰ ক্ষেত্ৰৰ পৰা আন এক ক্ষেত্ৰলৈ লৈ যোৱা হৈছে, য'ত তেওঁৰ নিজস্ব ভূমিকা নাই। তেওঁৰ সমৰ্থকসকলে এইটো প্ৰচাৰ কৰি দিছে যে নিজেই কোৱা মতে তেওঁ সকলো শ্ৰেণীৰ লোকক সন্তুষ্ট কৰাকৈ এনেকৈ সংগীত পৰিৱেশন কৰিবলৈ সমৰ্থ যে তেওঁক সমালোচনা কৰা সকলো আনন্দত আপ্লুত হ'ব। আনন্দ মানে সচৰাচৰ পোৱা আনন্দৰ কথা কোৱা হোৱা নাই। জনসাধাৰণে তেওঁৰ সংগীতত আনন্দ পোৱাৰ কথা অস্বীকাৰো কৰা নাই কেতিয়াও, কিন্তু এই আনন্দ হ'ল বোলে যোছেফিনৰ নিজৰ মাপকাঠিৰে নিৰ্ণীত। তদুপৰি যোছেফিনে হেনো আকৌ কৈছে যে তেওঁৰ সংগীতৰ উচ্চতম মানদণ্ডৰ পৰা আঁতৰি আহি তেনেই সাধাৰণ শ্ৰেণীৰ চাহিদা পূৰণত তেওঁৰ সংগীত ব্যৱহাৰ কৰিব নোৱাৰে, তেওঁৰ সংগীত সদায় উচ্চতম মানদণ্ডতে থাকিব। কিন্তু তেওঁক যেতিয়া সংগীতৰ বাদে অন্যান্য যাবতীয় কামৰ পৰা ৰেহাই দিয়াৰ কথা উঠে তেতিয়া আমি অন্য এক কাহিনীহে শুনো, এইটো স্বাভাৱিকতে সংগীতৰ হৈ এক প্ৰচাৰ, তথাপি তেওঁৰ অমূল্য আহিলা সংগীতাস্ত্ৰৰে প্ৰত্যক্ষভাৱে এই যুদ্ধ চলোৱা নহয়, এই প্ৰচাৰৰ কাৰণে তেওঁ ব্যৱহাৰ কৰা যিকোনো আহিলাই যথোপযুক্ত বুলি পৰিগণিত হয়। সেয়েহে উদাহৰণস্বৰূপে উৰা বাতৰি প্ৰচাৰ কৰি দিয়া হ'ল যে যোছেফিনৰ আবেদনৰ প্ৰতি ৰাইজে সঁহাৰি নিদিলে তেওঁ সংগীত পৰিবেশন কৰোতে ঝংকাৰ অংশ কমাই পেলাব। মইতো ঝংকাৰনো কি বস্তু একেবাৰেই নেজানো আৰু যোছেফিনৰ সংগীতততো এই বস্তুটো লক্ষ্য কৰা নাছিলোঁ। জনোৱা হৈছে যে তেওঁ ঝংকাৰ অংশ কমাই পেলাব, কমাইহে পেলাব, একেবাৰে নাইকিয়া কৰি নেপেলায়। সম্ভৱতঃ তেওঁৰ ভাবুকি কাৰ্যত পৰিণত কৰিছে, যদিও মই অন্ততঃ তেওঁৰ সংগীত পৰিবেশনত একো প্ৰভেদ ঘটা দেখা নাই। জনসাধাৰণেও আগৰ দৰেই তেওঁৰ গীত শুনে, তেওঁলোকেও ঝংকাৰ সম্বন্ধে কিবা মন্তব্য দিয়া শুনা নাই। তদুপৰি তেওঁৰ আবেদনৰ বিষয়ে

ৰাইজৰ মতামতৰ এধানিমানো সলনি হোৱা বুলি গম পোৱা নাই। অৱশ্যে এইটো স্বীকাৰ্য যে যোছেফিনৰ চিন্তাধাৰা, তেওঁৰ শৰীৰটোৰ দৰেই প্ৰায়েই অতিকৈ মোহনীয়। এইখিনিতে এটা উদাহৰণ দিয়া যাওক। তেওঁৰ যেন মনলৈ আহিল যে ঝংকাৰৰ বিষয়ে তেওঁৰ সিদ্ধান্তটো বৰ ততাতৈয়াকৈ লোৱা হ'ল আৰু ৰাইজে কথাটোত বেয়া পাইছে। সেয়েহে এদিন সংগীত পৰিবেশনৰ পিছত তেওঁ ঘোষণা কৰিলে যে ইয়াৰ পিছৰ অনুষ্ঠানত তেওঁ আকৌ সমস্ত ঝংকাৰেই পৰিবেশন কৰিব। তথাপি তেওঁ পুনৰ পিছৰ অনুষ্ঠানটোৰ পৰিবেশনৰ পিছতেই মত সলালে। ঝংকাৰৰ সৈতে পৰিবেশিত এই প্ৰখ্যাত সুৰধ্বনিৰ যেন ইতি পৰিছে আৰু যোছেফিনৰ আবেদন বিবেচনা নকৰালৈকে ইয়াৰ পুনৰাবৃত্তি নহ'ব। জনসাধাৰণে কিন্তু এইবোৰ ঘোষণা, সিদ্ধান্ত, প্ৰতি সিদ্ধান্তৰ কথা এখন কাণেদি সুমুৱাই আনখন কাণেদি উলিয়াই দিয়ে। এয়া যেন গভীৰ চিন্তা কৰা বয়সস্থ মানুহে শিশুৰ বেলবেলনিৰ প্ৰতি লোৱা আওকণীয়া মনোভাব।

যোছেফিনে কিন্তু সেও মনা নাই। আৰু এটা উদাহৰণ দিওঁ। সিদিনা তেওঁ জনালে যে সংগীত পৰিবেশন কৰি থাকোতেই তেওঁ ভৰিত আঘাত পালে, সেয়েহে তেওঁ থিয় হৈ গীত গাবলৈ অসুবিধা, কিন্তু থিয় নোহোৱাকৈ তেওঁতো গীত গাব নোৱাৰে, সেয়েহে তেওঁৰ গীতবোৰ এতিয়া চমুৱাই গাব। যদিও তেওঁ অলপ খোৰাইছে আৰু তেওঁৰ সমৰ্থকসকলৰ গাত ভেঁজা দিছে, তথাপি তেওঁ প্ৰকৃততে আঘাত পাইছে বুলি কোনেও বিশ্বাস নকৰে। ঠিক আছে, তেওঁৰ ক্ষীণ শৰীৰ হয়তো অতিকে স্পৰ্শকাতৰ, তথাপি তেওঁ আমাৰ মাজৰে এগৰাকী আৰু আমি হ'লোঁ এক কৰ্মব্যস্ত জাতি, যদি ক'ৰবাত কেতিয়াবা এটা আঁচোৰ লাগিল বুলিয়েই আমি প্ৰতিবাৰতে খোৰাব ধৰো, তেন্তে আমাৰ সমস্ত জনসাধাৰণেই দেখোন লেকেচিয়াই লেকেচিয়াই তত্ নেপাব। যোছেফিনেতো নিজকে পংগুৰ দৰে আনৰ গাত ভেঁজা দি অৱতীৰ্ণ হৈ ঘনাই এটা অতি কৰুণ অৱস্থাৰ সৃষ্টি কৰে, এইটো অলপ অস্বাভাৱিক। মানুহে অৱশ্যে আগৰ দৰেই তেওঁৰ গীত শুনে, তেওঁৰ শলাগ লয় আৰু ধন্যবাদ আগবঢ়ায় আৰু তেওঁৰ অসমৰ্থতাৰ কথা চিন্তা কৰি বৰকৈ মূৰ নঘমায়।

চিৰদিনলৈ তেওঁতো লেংকুচিয়াই লেংকুচিয়াই থাকিব নোৱাৰে, সেয়েহে তেওঁ বেলেগ অজুহাতৰ কথা চিন্তা কৰিলে, ৰাইজক গোহাৰি জনাই কয়, যে তেওঁ শ্ৰান্ত-ক্লান্ত, সংগীত পৰিবেশনৰ মন-মেজাজ তেওঁৰ এতিয়া নাই, তেওঁৰ

মূৰ্চ্ছা যোৱাৰ অৱস্থা। ফলস্বৰূপে আমাৰ কাৰণে অভিনয় আৰু সংগীতানুষ্ঠান একেলগে পৰিবেশিত হোৱাৰ সম্ভাৱনা উপস্থিত। যোছেফিনৰ সমৰ্থকসকলে পিছফালৰ পৰা তেওঁক অনুনয়-বিনয় কৰা তেতিয়া আমাৰ চকুত পৰে। তেওঁ কয় যে অনুৰোধ ৰক্ষা কৰি তেওঁ আনন্দিত হ'বলৈকে বিচাৰে, কিন্তু পৰিস্থিতিয়ে বাধা দিছে। চাটু বাক্যৰে সমৰ্থকসকলে তেওঁৰ মনত সন্তোষ লগায় আৰু তেওঁক সংগীত পৰিবেশনৰ স্থানলৈ প্ৰায় দাঙিয়েই লৈ যায়। অৱশেষত ব্যাখ্যাহীনভাৱে হঠাতে চকুৰ লোতক বোৱাই তেওঁ গান গাবলৈ উঠে, কিন্তু তেওঁ যেন সৰ্বশক্তি হেৰুৱাই পেলাইছে, ক্লান্তভাৱে তেওঁ হাত দুখন প্ৰসাৰিত কৰাৰ পৰিবৰ্তে তললৈ নিৰ্জীৱভাৱে ওলমি থাকিবলৈ দিছে, হয়তো কোনোবাই ভাবিব পাৰে যে তেওঁৰ হাত দুখন অলপ চুটি, তেওঁ সংগীতৰ পৰিবেশন আৰম্ভ কৰো কৰো, নাই, তেওঁ নোৱাৰে আৰু আমাৰ সমুখতে কান্দোনত ভাগি পৰে। পিছে এইটো নিশ্চিত যে তেওঁ পুনৰ মনস্থিৰ কৰিব, সমস্ত শক্তি গোটাই আকৌ গীত আৰম্ভ কৰিব, মোৰ ধাৰণা সম্পূৰ্ণ আগৰ দৰেই, অৱশ্যে কাৰোবাৰ যদি সূক্ষ্ম সুৰধ্বনিৰ আৰু সংগীতৰ বিভিন্ন লয়ৰ ধাৰণা আছে, তেওঁ বুজি পাব যে যোছেফিনে এতিয়া অসামান্য অনুভূতিৰে গীত পৰিবেশন কৰিছে। অৱশেষত দেখা গৈছে যে তেওঁ আগৰ দৰে ক্লান্ত নহয়, দৃঢ় পদক্ষেপেৰে (যদিহে তেওঁৰ স্বচ্ছন্দ খোজ-কাটলক তেনেকৈ ক'ব পাৰি) তেওঁ ইফালে সিফালে গৈছে, সমৰ্থকসকলৰ সহায় তেওঁ এতিয়া লোৱা নাই আৰু দৰ্শকসকলে মুগ্ধ নয়নে তেওঁক বাট এৰি দিছে।

সেয়া ঘটিছিল দুই-এদিন আগতে। শেহতীয়া খবৰটো হ'ল যিদিনা যোছেফিনে সংগীত পৰিবেশন কৰাৰ কথা আছিল, সেইদিনাই নিৰ্দিষ্ট সময়ত অন্তৰ্ধান হ'ল। সেই সময়ত মাথোঁ তেওঁৰ সমৰ্থকসকলেই নহয়, আন বহুতেও তেওঁৰ সন্ধান কৰিলে। পিছে তেওঁক বিচাৰি উলিওৱাৰ সকলো প্ৰয়াস অথলে গ'ল। যোছেফিন হেৰাই গ'ল, তেওঁ আৰু গীত নাগাব, তেওঁক তোষামোদ কৰিও গীত গোৱাব পৰা নহ'ব, এইবাৰ তেওঁ আমাক একেবাৰে এৰি গ'ল।

কৌতূহল হৈছে নেকি বাৰু জানিবলৈ, যোছেফিনে তেওঁৰ গণনাত কিমান ভুল কৰিলে, নিজকে চতুৰ বুলি ভবা এইগৰাকী প্ৰাণীয়ে ইমানেই ভুল কৰিলে যে কোনোবাই হয়তো ভাবিব তেওঁ একো হিচাপ-নিকাচ কৰা নাছিল, তেওঁ বোধকৰো দৈৱৰ দশা ভোগ কৰিছে, কিন্তু আমাৰ এই ধৰাত অদৃষ্টৰ লিখনতো দুখৰ বাহিৰে আন একো নহয়। স্বইচ্ছাই তেওঁ সংগীতক বিদায় দিলে, স্বইচ্ছাই

তেওঁ জনতাৰ হিয়া জয় কৰাৰ শক্তি বিনাশ কৰিলে। তেওঁৰতো আমাৰ হিয়াৰ আমঠুবোৰৰ খবৰ নাছিল বুলিবই লাগে, তথাপি তেওঁ জনসাধাৰণৰ হিয়াৰ আমঠু হোৱাৰ শক্তি আয়ত্ত কৰিবলৈ কেনেকৈ সমৰ্থ হৈছিল? তেওঁতো নিৰুদ্দেশ হ'ল, তেওঁতো আৰু গীত নাগায়। দেখাত আমাৰ মানুহো শান্ত সমাহিত হৈ আছে, আশা ভংগৰ কোনো অভিব্যক্তি নাই, সম্পূৰ্ণ ভাৰসাম্য ৰক্ষা কৰি থকা আত্ম প্ৰত্যয়শীল লোক, কিন্তু বাহিৰৰ অভিব্যক্তিয়ে বহু সময়ত ভুল ধাৰণাৰ জন্ম দিয়ে, তেওঁলোকে আনকি যোছেফিনৰ পৰাও একো প্ৰতিদান নিবিচৰাকৈয়ে উপহাৰ যাচিব পাৰে, এইদৰেই আমাৰ মানুহে জীৱন নিৰ্বাহ কৰি থাকিব।

যোছেফিনৰ পথ নিশ্চয় তললৈ নামি যাব। সময়ত তেওঁৰ শেষ সুৰধ্বনিও নীৰৱ হ'ব। আমাৰ মানুহৰ চিৰন্তন ইতিহাসত যোছেফিন মাথোঁ এক ক্ষুদ্ৰ অধ্যায়। মানুহে তেওঁ হেৰাই যোৱাৰ বেদনা পাহৰি পেলাব। আমাৰ কাৰণে ই হয়তো সহজ নহ'ব, চৰম নৈঃশব্দত আমি জানো সমবেত হ'ব পাৰিম? তথাপি যোছেফিনৰ উপস্থিতিতো আমাৰ মানুহ জানো নীৰৱ নাছিল? তেওঁৰ সঁচা বংশীধ্বনি তেওঁৰ সোঁৱৰণিৰ শব্দতকৈ অধিক প্ৰাণৱন্ত আৰু উচ্চ নাদবিশিষ্ট আছিলনে? তেওঁৰ জীৱন কালতে ই এক সাধাৰণ স্মৃতিতকৈ বেছি কিবা আছিল জানো? যোছেফিনৰ সংগীত প্ৰতিভাই মেলানি মাগিব খোজা ক্ষণতে জানো আমাৰ মানুহে তেওঁৰ সংগীতৰ উচ্চ প্ৰশংসা কৰা নাছিল?

সেয়েহে আমাৰ হেৰোৱাৰ বেদনা সিমান গভীৰ নহ'ব চাগে'। পাৰ্থিৱ দুখ-শোকৰ পৰা সংগীতৰ ভাবনাৰে উদ্ধাৰ কৰাৰ প্ৰয়াসেৰে যোছেফিনে আকাংক্ষিত আত্মাৰ অপেক্ষাত ৰৈ আছিল, তেওঁ এতিয়া আমাৰ অগণ্য সাহসী লোকৰ মাজত হেৰাই গ'ল। আমিতো ঐতিহাসিক নহয়, সেয়েহে যোছেফিনেও নিজকে প্ৰতিষ্ঠাৰ উচ্চ শিখৰত আৰোহণ কৰিও তেওঁৰ অন্যান্য ভ্ৰাতৃসকলৰ দৰে বিস্মৃতিৰ গৰ্ভত সোমাই পৰিব লাগিব।◆

(**লেখকৰ চমু পৰিচিতি** ঃ মাথোঁ দুকুৰি এবছৰৰ চমু জীৱদ্দশাৰে, তাৰে আকৌ সাতোটা বছৰ তেতিয়াৰ দুৰাৰোগ্য যক্ষ্মা ৰোগত পীড়িত, জাৰ্মান ভাষাৰ কথাশিল্পী ফ্ৰান্জ কাফ্কা (জুলাই ১৮৮৩-জুন ১৯২৪) আছিল কুৰি শতিকাৰ এক বিস্ময়কৰভাৱে প্ৰতিভাশালী অথচ বহু বিতৰ্কিত লেখক। নিজৰ জীৱনৰ বিষয়ে ক'বলৈ গৈ তেওঁ লিখিছে ঃ 'My life is a hesitation before

birth’, আকৌ তেওঁৰেই নিজৰ সৃষ্ট বাক্যৰেই তেওঁৰো চিনাকি দিয়া হয় এইবুলি ঃ ‘তেওঁ আছিল এক অনুষ্ঠান।’ প্ৰতীতিবাদ আৰু অস্তিত্ববাদৰ প্ৰবক্তাস্বৰূপে তেওঁ বিশ্ব সাহিত্যত সুবিদিত। চিত্ৰকলাৰ সুপ্ৰয়োগেৰে এক কাল্পনিক জগতৰ উপস্থাপনা তেওঁৰ লেখাৰ বৈশিষ্ট্য। বিষয়বস্তুৰ দুৰ্বোধ্যতাই তেওঁক কৰিছে এক বহু বিতৰ্কিত লেখক। তৎসত্বেও কাহিনীৰ বিষয়বস্তু উপস্থাপনাত তেওঁ ব্যৱহাৰ কৰা ভাষা-ভংগী সহজ-সৰল, স্বচ্ছ। তেওঁৰ সৃষ্ট প্ৰতিটো ঘাই চৰিত্ৰ বিচ্ছিন্ন, নিঃসংগ। সেই চৰিত্ৰই যেন প্ৰতিকূল পৰিবেশৰ বিৰুদ্ধে অহৰহ সংগ্ৰাম কৰি ভাগৰি পৰিছে। তথাপি সেই চৰিত্ৰই সদায় সন্ধান কৰে মানুহৰ শ্ৰদ্ধা আৰু ভালপোৱাৰ। দৰিদ্ৰ, নিষ্পেষিত মানুহৰ সংগ্ৰামৰ কথাও মাজে মাজে প্ৰতিফলিত হৈছে তেওঁৰ সাহিত্যত। আনকি একনায়কত্ববাদী হিটলাৰৰ অভ্যুত্থানৰ পূৰ্বাভাসো তেওঁৰ কোনো কোনো সৃষ্টিত ভুমুকি মাৰিছে। এই গল্পটো Willa and Edwin Muir-ৰ ইংৰাজী অনুবাদৰ পৰা অসমীয়ালৈ তৰ্জমা কৰা হৈছে।)

# গুপুত কথা

## মূল গল্প ঃ গী দ্য মঁপাছা

## অনুবাদ ঃ বংকিম ভাগৱতী

জীৱনত কোনো কলংকৰ আঁচোৰ নপৰা মহিলাগৰাকী একেবাৰে কষ্টবিহীনভাৱে আৰু শান্তিৰে ঢুকাই থাকিল। মহিলাগৰাকী এতিয়া বিছনাখনত চিৎ হৈ চিৰনিদ্ৰাত পৰিছে। তেওঁৰ চকুজুৰি বন্ধ। শান্ত-সমাহিত অৱয়বৰে চিৰনিদ্ৰাত পৰা মহিলাগৰাকীৰ চুলিটাৰি বে'ছ পৰিপাটিকৈ বন্ধা আছে, যেন মৃত্যুৰ দহ মিনিটমান আগতেহে ইমান পৰিপাটিকে কেশবিন্যাস কৰা হৈছে। কিছু মোলান, প্ৰশান্ত বদনৰ মহিলাগৰাকীৰ শান্ত-সমাহিত ৰূপটো প্ৰত্যক্ষ কৰিলে সকলোৱে নিশ্চয় ভাবিব, কি যে পবিত্ৰ আৰু মধুৰ আত্মা এটাই মহিলাগৰাকীৰ শৰীৰী অৱয়বত ইমান দিনে বাহ লৈ আছিল। কিমান পবিত্ৰ এই শৰীৰী অৱয়বৰ পৰা অতি পবিত্ৰ আত্মাই আজি চিৰ বিদায় মাগিলে।

মৃত মহিলাগৰাকীৰ বিছনাৰ কাষতে তেওঁ অনমনীয় নীতিৰ দণ্ডাধীশ পুত্ৰ আৰু চিষ্টাৰ ইউলেলী নামেৰে পৰিচিত মাৰ্গাৰেট নামৰ জীয়ৰীগৰাকী বহি কান্দি আছিল। মহিলাগৰাকীয়ে তেওঁলোকক শৈশৱৰ পৰাই নীতি শিক্ষা, আধ্যাত্মিক চিন্তা-চৰ্চা তথা আপোচবিহীনভাৱে নিজৰ কৰ্মক্ষেত্ৰ পৰিচালিত কৰাৰ দিশত কঠোৰ দীক্ষা প্ৰদান কৰি আহিছে। তেওঁৰ দণ্ডাধীশ পুত্ৰই সেয়েহে আইনক দুৰ্বলজনৰ প্ৰতি কোনো মায়া-মমতা নৰখাকৈ আক্ৰমণ কৰাৰ এক শক্তিশালী অস্ত্ৰ হিচাপে ব্যৱহাৰত সিদ্ধহস্ত হৈ পৰিছে। আৰু জীয়ৰীগৰাকীয়ে কঠোৰ সংস্কাৰ থকা পৰিয়ালটোত লালিত-পালিত হৈ এতিয়া গিৰ্জাৰ সেৱিকা হিচাপে জীৱনৰ পাতনি মেলি পুৰুষৰ প্ৰতি এক চিৰবৈৰাগ্য ভাব এটা লৈ জীৱন অতিবাহিত কৰি আছে।

তেওঁলোকে দেউতাকৰ বিষয়ে সিমান নাজানে। তেওঁলোকে মাত্ৰ জানে যে তেওঁলোকৰ মাকক দেউতাকে বৰ অসুখী জীৱন এটা যাপন কৰিবলৈ বাধ্য কৰাইছিল। সদ্যমৃত মহিলাগৰাকীৰ গিৰ্জাৰ নান্‌ৰূপে সন্ন্যাসিনী জীৱন-যাপন কৰা জীয়ৰী ইউলেলীয়ে তেওঁৰ শুভ্ৰ হাত এখনত বাৰম্বাৰ চুমা খাই শোকত উচুপি উঠিছিল। হাতখন ক্ৰুচবিদ্ধ যীশুৰ মূৰ্তিৰ দৰে বিছনাখনত দীঘল দি পৰি

আছিল। মৃতদেহৰ আনখন হাতে মৃত্যুৰ শীতল কোলাত পৰাৰ আগতে খামুচি ধৰা বিছনাচাদৰখন মুঠিতেই সুমুৱাই ৰাখিছিল। চিৰ জঠৰ হোৱাৰ আগতে খামুচি ধৰা বিছনাচাদৰখন কিছু কুঞ্চিত ৰূপত প্ৰত্যক্ষ কৰা গৈছিল।

কোঠাটোৰ দৰ্জাখন অলপমান খোল খোৱাত কিছু আলোকৰ আচ্ছাদনে কোঠাটোত প্ৰৱেশ কৰাৰ লগে লগে ফেকুৰি ফেকুৰি কান্দি থকা মৃত মহিলাগৰাকীৰ পুত্ৰ আৰু জীয়ৰীয়ে মূৰ তুলি চাই নৈশ আহাৰ সমাপন কৰি অহা গিৰ্জাৰ যাজকজনক কোঠাটোলৈ সোমাই অহাটো প্ৰত্যক্ষ কৰিলে। তেওঁৰ মুখমণ্ডল অতিপাত ৰঙা-ছিঙা হৈ আছিল আৰু হজমৰ ব্যাঘ্যাত জন্মাৰ বাবে তেওঁ উশাহটো ক্ৰমাৎ চুটি হৈ হোৱা যেন অনুভৱ হৈছিল। আজি কিছুদিন ধৰি ৰাতি উজাগৰে থাকি সদ্য মৃতকৰ বাবে কৰা প্ৰাৰ্থনাৰ কামত একান্তমনে নিয়োজিত হৈ থকাৰ বাবে ভাগৰ জুৰাবলৈ যাজকজনে কাঢ়াকৈ কফি আৰু ব্ৰাণ্ডিৰ কক্‌টেইল পান কৰি আহিছিল। তেওঁক বিমৰ্ষ যেন দেখা গৈছিল। অৱশ্যে মৃত্যু হ'ল তেওঁৰ কাৰণে অৰ্থ অৰ্জনৰ এক আহিলা মাত্ৰ। হাতেৰে ক্ৰছ কৰি তেওঁৰ বৃত্তিগত আচৰণ প্ৰদৰ্শনৰে যাজকজনে ক'লে— 'মোৰ মৰমৰ শিশুসকল, মই তোমালোকৰ এই দুখৰ সময় অতিবাহিত কৰাৰ দিশত সাহচৰ্য প্ৰদানৰ নিমিত্তে ইয়ালৈ আহিছোঁ।'

যাজকজনৰ কথা শুনি চিষ্টাৰ ইউলেলী তৎক্ষণাৎ বহাৰ পৰা উঠি অতি নম্ৰভাৱে ক'লে— 'ধন্যবাদ ফাডাৰ, কিন্তু মই আৰু মোৰ ভাতৃয়ে এতিয়া মৃতকৰ লগত কিছু পৰ অকলশৰে অতিবাহিত কৰাটো একান্তমনে কামনা কৰিছোঁ। আমাৰ মাক শাৰীৰিকভাৱে প্ৰত্যক্ষ কৰাৰ এয়াই শেষ সুযোগ। সেয়েহে আমি তিনিও এতিয়া কিছুপৰ অকলশৰে থাকিম'— 'যেনেকৈ আমি সৰু থাকোঁতে মাৰ লগত এনেকৈয়ে অন্তৰংগ মুহূৰ্তবোৰ....'—ইউলেলীয়ে আৰু বেছি কথা ক'ব পৰা নাছিল। প্ৰবল দুখানুভূতিয়ে তেওঁৰ অন্তৰত হেঁচা মাৰি ধৰিছিল। দুচকুৰে নিগৰিব ধৰিছিল আৱেগৰ তপত অশ্ৰু।

আগতকৈ কিছু বেছি গম্ভীৰভাৱে যাজকজনে মূৰ দোৱাই মৃতকক শেষ শ্ৰদ্ধাঞ্জলি জনাই ক'লে— "তোমালোকৰ ইচ্ছাই পূৰণ হ'ব।" যাজকজনে আঁঠু কাঢ়ি ক্ৰছ কৰি প্ৰাৰ্থনা কৰিলে। প্ৰাৰ্থনা শেষ হোৱাত লাহে লাহে তেওঁ দুৱাৰৰ পিনে প্ৰস্থানৰ বাবে আগবাঢ়ি গ'ল। দৰ্জাৰ মুখ পায়েই তেওঁ ক'লে— 'মহিলাগৰাকী সঁচাকৈয়ে বৰ সন্ত আছিল।'

যাজকজন যোৱাৰ পাছত মৃত মহিলাগৰাকীৰ স'তে পুত্ৰ আৰু জীয়ৰীয়ে

অকলশৰীয়া সময় কটাবলৈ আৰম্ভ কৰিলে। এন্ধাৰৰ মাজতো দেৱালত থকা ঘড়ীটোৰ টিক্ টিক্ শব্দই মৌনতাৰ গভীৰতা আৰু বেছি বঢ়াই দিলে। কোঠাটোৰ খোলা খিৰিকীখনেৰে ভাঁহি আহিব ধৰিছিল শুকান ঘাঁহ-বন, আৰু বনৰীয়া ফুলৰ এক মিশ্ৰিত গোন্ধ। জোনাক নিশাৰ এচেৰেঙা ৰূপোৱলী বিচ্ছুৰিত আভা সোমাই আহিছিল খোলা খিৰিকীখনৰ মাজেৰে। নিটাল মাৰিছিল সমগ্ৰ পৃথিৱী। দূৰৈত ভেকুলীৰ টোৰ্‌টোৰণি আৰু ৰাতিপৰীয়া কীট-পতংগৰ জিঁ-জিঁয়নিৰ শব্দৰ বাহিৰে মৌন হৈছিল সমগ্ৰ আব্‌হাৱা। এক গম্ভীৰ পৰিৱেশে আবৰি আছিল মৃত মহিলাগৰাকীৰ কোঠাটোৰ সামগ্ৰিক পৰিৱেশ।

তেতিয়াও আঁঠু কাঢ়ি মৃত মাকৰ বিছনাৰ কাষতে বহি থকা পুত্ৰই দুখৰ ভাৰ সহ্য কৰিব নোৱাৰি 'মা মা' বুলি হিয়া ধাকুৰি কান্দিব ধৰিলে। জীয়ৰী ইউলেলীও কিছু অস্বাভাৱিক আচৰণৰে কোঠাটোত থকা কাঠৰ ছোফাত মূৰ খুন্দিয়াই মৃগী বেমাৰীৰ দৰে কঁপি কঁপি, ফোঁপাই-জোপাই 'যীশু-মা মা' বুলি ক্ৰন্দনত ফাটি পৰিল।

এনেদৰে কিছু সময় পাৰ হোৱাৰ পাছত পৰিৱেশ কিছু স্তিমিত হ'ল। মাকৰ লগত কটোৱা সোণালী সময়ৰ মুহূৰ্তবোৰৰ মিঠা স্মৃতিয়ে তেওঁলোকক জুমুৰি দি ধৰিছিল। কিছু সময়ৰ বাবে মাকক তেওঁলোকে জীৱন্ত ৰূপত মনৰ দাপোণত আৱিষ্কাৰ কৰিব ধৰিলে। মাকৰ লগত হোৱা কথা-বতৰা, হাঁহি-ধেমালিৰ পৰিবেশ তেওঁলোকে ৰোমন্থন কৰিব ধৰিলে। মাকৰ বিন্দু মাত্ৰ শব্দ অবিহনেও তেওঁলোকৰ বাবে জীৱন্ত যেন লগা হ'ল সকলো কথা-বতৰা। মাকে কোৱা কথাবোৰে তেওঁলোকৰ কাণত ৰিঙিয়াবলৈ ধৰিলে। মনত পেলালে কিবা গুৰুত্বপূৰ্ণ কথা কোৱাৰ আগতে মাকৰ হাতৰ সেই বিশেষ ভংগিমা। এতিয়া মাকৰ প্ৰতি তেওঁলোকৰ আসক্তি আৰু বেছি তীব্ৰতৰ হ'ব ধৰিলে। অনুভৱ কৰিব ধৰিলে— এতিয়া তেওঁলোক কিমান যে অকলশৰীয়া হৈ গ'লহু

মাক আছিল তেওঁলোকৰ বাবে ভৰসা, পথ প্ৰদৰ্শক আৰু জীৱন সঞ্জীৱনী। তেওঁলোকে লাহে লাহে অনুভৱ কৰিলে যে জীৱনৰ মধুৰ সময়বোৰ যেন তেওঁলোকে হেৰুৱাই পেলালে অচিন পৃথিৱীৰ কোনোবা প্ৰান্তত। জীৱন ৰথৰ চালক সদৃশ মাক আছিল তেওঁলোকৰ পূৰ্বপুৰুষসকলৰ সৈতে থকা সম্পৰ্কৰ সেঁতু বন্ধন স্বৰূপ। মাকৰ অবৰ্তমানত অতীতক বিচাৰি চোৱাৰ যোগসূত্ৰও যেন হেৰাই গ'ল তেওঁলোকৰ বাবে।

'তোমাৰ মনত আছেনে, আমাৰ মাই যে সদায়ে কিছু পৰৰ বাবে পুৰণি

চিঠিবোৰ পঢ়িছিল, সেইবোৰ কিন্তু ড্ৰয়াৰটোতে আছে। আমি সেই চিঠিবোৰ পঢ়ি মাক জীৱন্ত ৰূপত অৱলোকন কৰিব নিশ্চয় পাৰিম। সেইবোৰৰ মাজত আমি মা, তেওঁৰ দেউতাক, আজোককাইঁতৰ কথোপকথন বিচাৰি পাম। তোমাৰ নিশ্চয় মনত আছে যে মায়ে প্ৰায়ে এই চিঠিসমূহৰ বিষয়ে কৈছিল —চিষ্টাৰ ইউলেলীয়ে কৈছিল।

ইয়াৰ পাছতে ড্ৰয়াৰৰ পৰা তেওঁলোকে ঈষৎ হালধীয়া বৰণ ধৰা প্ৰায় দহটামান চিঠিৰ পেকেট লৈ আহিল। চিঠিসমূহ বৰ যত্নসহকাৰে আটোম-টোকাৰিকৈ বন্ধা আছে। চিঠিৰ টোপোলাকেইটা তেওঁলোকে মাকৰ বিছনাত থ'লে। ওপৰত 'দেউতা' বুলি লিখা চিঠিৰ বাণ্ডিল এটা বাচি লৈ তেওঁলোকে খুলিলে আৰু পঢ়িব ধৰিলে। প্ৰায় আগৰ শতিকাৰ এই পুৰণি চিঠিবোৰত 'মোৰ মৰমৰ', 'মোৰ ধুনীয়া কণমানিজনী' ইত্যাদি সম্বোধন আছিল। চিষ্টাৰ ইউলেলীয়ে চিঠিবোৰ কিছু ডাঙৰকৈ মাতিব ধৰিলে আৰু তেওঁৰ দণ্ডাধীশ ভাতৃয়ে হাতৰ কিলাকুটিৰে বিছনাখনত ভেঁজা দি মাকৰ পিনে মুখ কৰি চিঠি শুনাত নিমগ্ন হ'ল। স্পন্দনহীন মৃতকক বে'ছ সুখী হোৱা বুলি সিহঁতৰ অনুভৱ হ'ল। চিঠিবোৰ ডাঙৰকৈ মাতি মাতি চিষ্টাৰ ইউলেলীয়ে হঠাৎ কৈ উঠিল— 'এই চিঠিবোৰ কবৰত ৰখা উচিত। চিঠিবোৰ মাৰ শৱাচ্ছাদনী হিচাপে ব্যৱহাৰ কৰি মাৰ লগতে কবৰস্থ কৰা উচিত।'

চিষ্টাৰ ইউলেলীয়ে পুনৰ চিঠিৰ ওপৰত একো সম্বোধন নথকা বাণ্ডিল এটা পঢ়া আৰম্ভ কৰিলে। আগতকৈ কিছু দৃঢ় কণ্ঠস্বৰে তেওঁ পঢ়িব ধৰিলে— "প্ৰিয়তমা, মই তোমাক গভীৰভাৱে ভাল পাওঁ। যোৱা কালিৰে পৰা মই তোমাক লগ পোৱাৰ স্মৃতিসমূহ সুঁৱৰি সুঁৱৰি অন্তৰত বৰ বেজাৰ পাই আছোঁ। তোমাৰ ওঁঠ আৰু মোৰ ওঁঠ, তোমাৰ নীলা চকু আৰু মোৰ নীলা চকুৰ মিলনৰ অন্তৰংগ মুহূৰ্তৰ কথা মই এতিয়াও পাহৰিব পৰা নাই। মই তোমাক গভীৰভাৱে ভাল পাওঁ। এক কথাত তোমাৰ বাবে মই এতিয়া পাগল। মোৰ দুবাহু মেলি ৰাখিছোঁ তোমাক আঁকোৱালি লোৱাৰ বাবে। মোৰ অন্তৰাত্মাও তোমাৰ বাবে এতিয়া ব্যাকুল। মোৰ হৃদয়ত এতিয়াও সজীৱ হৈ আছে তোমাৰ স'তে পাৰ কৰা নিবিড় সময়বোৰ...."

দণ্ডাধীশ পুত্ৰই বহাৰ পৰা উঠিল। চিষ্টাৰ ইউলেলীও হঠাৎ চিঠি পঢ়া বন্ধ কৰিলে। ইউলেলীৰ হাতৰ পৰা দণ্ডাধীশ পুত্ৰই চিঠিখন টানি নি চিঠিখনৰ তলৰ স্বাক্ষৰৰ সন্ধানত গৱেষণা আৰম্ভ কৰিলে। তেওঁ প্ৰত্যক্ষ কৰিলে চিঠিখনৰ

তলত—'ইতি, তোমাৰ মৰমৰ হেনৰি' বুলি লিখা আছে।

তেওঁলোকৰ দেউতাকৰ নাম আছিল ৰেনে। গতিকে চিঠিখন যে তেওঁলোকৰ দেউতাকৰ নহয় সেইটো দণ্ডাধীশ পুত্ৰই বাৰুকৈয়ে বুজি পালে। দণ্ডাধীশ পুত্ৰই তৎক্ষণাৎ চিঠিৰ টোপোলাটো পুংখানুপুংখভাৱে বিশ্লেষণ কৰাত লাগি গ'ল। আৰু এখন চিঠি উলিয়াই পঢ়িব ধৰিলে— 'তোমাৰ মধুৰ আলিংগন অবিহনে মই জীৱন অতিবাহিত কৰিব নোৱাৰোঁ।' দণ্ডাধীশ পুত্ৰই মাকৰ মৃতদেহৰ পিনে অপলক দৃষ্টিৰে চাই থাকিল। চিষ্টাৰ ইউলেলীয়েও থিয় হৈ ককায়েকৰ পিনে থৰ লাগি চাই থাকিল। চকুৰ কোটৰত জমা হৈ থকা চকুপানী স্তুপীকৃত বৰফৰ আকৃতি ল'লে যেন হৃদয়ৰ সমস্ত দুখবোৰ চকুৰ কোটৰতে গোট খাবলৈ আৰম্ভ কৰিছে।

দণ্ডাধীশ পুত্ৰই লাহে লাহে কোঠাৰ মেল খাই থকা খিৰিকীখনৰ পিনে ধাৱমান হ'ল। বাহিৰৰ অন্ধকাৰৰ স'তে তেওঁৰ হৃদয়ৰ অন্ধকাৰো যেন কোনোবা প্ৰান্তত বিলীন হ'ব ধৰিছে।

এনেদৰে বহু সময় পাৰ হ'ল। ঘূৰি চাই চিষ্টাৰ ইউলেলীক এটা প্ৰস্তৰ মূৰ্তিৰ দৰে একে ঠাইতে থিয় হৈ থকাটো তেওঁ প্ৰত্যক্ষ কৰিলে। তেওঁৰ চকুযুৰিও এতিয়া আগৰ দৰে সিক্ত হৈ থকা নাই। দণ্ডাধীশ পুত্ৰই মাকৰ বিছনাৰ পিনে ক্ৰমাৎ আগবাঢ়ি আহিল। চিঠিসমূহ থূপাই লৈ তেওঁ পুনৰ ড্ৰয়াৰটোত দলিয়াই থ'লে। মৃতকৰ বিছনাখনৰ কোঁচ খাই থকা পৰ্দাসমূহো তেওঁ পুনৰ টানি দি মৃতকক নেদেখা কৰিলে।

দিনৰ পোহৰে তেতিয়া নিশাৰ এন্ধাৰ আঁতৰাবলৈ জ্বলোৱা মমবাতিৰ পোহৰ নিষ্প্ৰভ কৰিছিল। আৰামী চকীখনৰ পৰা উঠি মাকৰ বিৰুদ্ধে ইতিমধ্যে মনৰ ভিতৰতে সম্পৰ্কচ্ছেদৰ ৰায় প্ৰদান কৰা দণ্ডাধীশ পুত্ৰই মৃতকৰ পিনে এবাৰো নোচোৱাকৈ চিষ্টাৰ ইউলেলীক ক'লে— "চিষ্টাৰ, ব'লা, আমি এতিয়া ইয়াৰ পৰা আঁতৰি যাওঁ...."◆

(**লেখকৰ চমু পৰিচয়** ঃ হেনৰী ৰেনে এলবাৰ্ট গী দ্য মঁপাছা হ'ল ফৰাচী দেশৰ এগৰাকী বিশ্ববিখ্যাত গল্প লেখক। প্ৰায় ৩০০ তকৈও অধিক মনোগ্ৰাহী চুটিগল্প আৰু কেইবাখনো বিখ্যাত উপন্যাসৰ স্ৰষ্টা এইগৰাকী লেখকৰ গল্পসমূহ সমগ্ৰ বিশ্বজুৰি সমাদৃত। অপূৰ্ব বৰ্ণন শৈলীৰ এই গল্পসমূহৰ বাবে তেওঁক ফৰাচীৰ সৰ্বশ্ৰেষ্ঠ গল্পকাৰ হিচাপে সকলোৱে সমাদৰ কৰে।)

# অতিথি

## মূল গল্প ঃ এলবাৰ্ট ক্যেমু

## অনুবাদ ঃ এলিজা শৰ্মা

স্কুলৰ শিক্ষকজনে মানুহ দুজন পাহাৰ বগাই তেওঁৰফালে আহি থকা চাই আছিল। এজন আহিছিল ঘোঁৰাৰ পিঠিত উঠি আৰু আনজন খোজকাঢ়ি। পাহাৰৰ এঢলীয়াত সজা স্কুলঘৰটোলৈ আহোতে পোৱা থিয় গৰাটো তেওঁলোকে এতিয়াও মোকাবিলা কৰিব পৰা নাই। বৰফত খুব লাহে লাহে আগবাঢ়ি প্ৰস্তৰসমূহৰ মাজেৰে ওখ জনশূন্য মালভূমিটোৰ বিস্তীৰ্ণ অংশ তেওঁলোকে অতি কষ্টে আগুৱাবলৈ চেষ্টা কৰিছে। ঘনে ঘনে ঘোঁৰাটোৱে উজুটি খাইছে। এতিয়াও, কোনো কথা শুনা নাপাওঁতেও শিক্ষকজনে ঘোঁৰাটোৰ নাকৰ বিন্ধাৰে বাহিৰ হোৱা নিশাহ দেখা পাইছে। তেওঁলোকৰ এজন মানুহে অন্ততঃ অঞ্চলটোৰ বিষয়ে নিশ্চয় জানে। সেয়েহে তেওঁলোকে চিনে চিনে আগবাঢ়িছে, যদিও চিনবিলাক কেইবাদিনো আগতেই লেতেৰা বগা বৰফৰ স্তৰৰ তলত নোহোৱা হৈ গৈছে। শিক্ষকজনে হিচাপ কৰি চালে যে পাহাৰৰ ওপৰ পাবলৈ তেওঁলোকক আধা ঘণ্টা সময় লাগিব। সময়টো ঠাণ্ডা আছিল, তেওঁ ছুৱেটাৰ এটা পিন্ধি ল'বলৈ স্কুলৰ ভিতৰলৈ উভতি গ'ল।

শিক্ষকজনে, মানে ডাৰুৱে জনশূন্য, হিমশীতল শ্ৰেণীকক্ষটো পাৰ হ'ল। শ্ৰেণীকোঠাৰ ব্লেকব'ৰ্ডত চাৰিটা বেলেগ বেলেগ ৰঙেৰে অঁকা ফ্ৰান্সৰ চাৰিখন নৈ, বিগত তিনিদিন ধৰি নিজ নিজ মোহনা অভিমুখে বৈ আছে। আঠমাহৰ খৰাঙৰ পিছত বৰষুণ নোহোৱাকৈয়ে অক্টোবৰৰ মাজ ভাগতে হঠাৎ বৰফ পৰিব ধৰিলে আৰু মালভূমিটোত সিঁচৰতি হৈ থকা গাঁওবিলাকত বাস কৰা অতি কমেও কুৰিটা ছাত্ৰই স্কুললৈ অহা বন্ধ কৰি দিলে। বতৰ ভাল হ'লেহে সিহঁত পুনৰ আহিব। ডাৰুৱে এতিয়া শ্ৰেণীকোঠাটোৰ গাতে লগা কোঠাটো, যিটোত তেওঁ থাকে আৰু যিটোৱে মালভূমিটোৰ পূবৰ ফাললৈও ওলাব পাৰি, সেই এটা মাত্ৰ কোঠাহে গৰম কৰি ৰাখে। শ্ৰেণীকক্ষৰ খিৰিকীবিলাকৰ দৰে তেওঁৰ কোঠাৰ খিৰিকীখনেৰে দক্ষিণফালটোও দেখা যায়। সেইফালে স্কুলখনৰ পৰা

দক্ষিণফালে মালভূমিটো এঢলীয়া হ'বলৈ আৰম্ভ কৰা ঠাইখিনিলৈ কেইকিলোমিটাৰমানহে দূৰ। দূৰৰ যি পৰ্বতমালাৰ মাজৰ গিৰিপথেৰে মৰুভূমি ওলাবগৈ পাৰি, ফৰকাল বতৰ, সেই পৰ্বতমালাৰ কজলা থূপবিলাকো দৃষ্টিগোচৰ হয়।

অলপ গৰম অনুভৱ কৰাৰ পিছত ডাৰু, যিখন খিৰিকীৰ ওচৰৰ পৰা তেওঁ প্ৰথমে মানুহ দুজন দেখিছিল তালৈ উভতি আহিল। তেতিয়া আৰু তেওঁলোকক দেখা পোৱা নগ'ল। গতিকে তেওঁলোকে নিশ্চয় থিয় গৰাটোৰ কিবা ব্যৱস্থা কৰিব পাৰিছে। আকাশখন একেবাৰে অন্ধকাৰ নাছিল, কাৰণ ৰাতি বৰফ পৰিবলৈ এৰিছিল। ম্লান পোহৰেৰে ৰাতিটো পুৱাইছিল, মেঘৰ ঢাকনীখন কিছু ওপৰলৈ যোৱা বাবে পোহৰে সামান্যহে উজ্জ্বলতা লাভ কৰিছিল। আবেলি দুই বজাত এনে লগা হৈছিল যেন পুৱা এই আৰম্ভ হ'লহে, কিন্তু তথাপি সেই তিনিদিনতকৈ এয়েই ভাল, যিকেইদিনত নিৰৱচ্ছিন্ন অন্ধকাৰৰ মাজেৰে ঘন বৰফ পৰিছিল লগতে কম কমকৈ মৰা ধুমুহা বতাহ ছাটিয়ে শ্ৰেণীকোঠাৰ দুপটীয়া দৰজাখন ঠক্ ঠক্কৈ কঁপাই তুলিছিল। সেই সময়ত ডাৰুৱে বেছি সময় তেওঁৰ কোঠাতেই কটাইছিল, অকল কুকুৰাকেইটাক খুৱাবৰ বাবেহে বা কিছু কয়লা আনিবলৈ যাওঁতেহে তেওঁ সেইটো এৰিছিল। ভাগ্যক্ৰমে উত্তৰফালে থকা আটাইতকৈ ওচৰৰ গাঁও তাড্‌জিডৰ পৰা বিলি-বিতৰণ কৰা ট্ৰাকখনে বৰফৰ ধুমুহাৰ দুদিন আগতে তেওঁৰ প্ৰয়োজনীয় সামগ্ৰীসমূহ আনি দি থৈ গৈছিল। আঠচল্লিছ ঘণ্টাৰ পিছতহে সেইখন পুনৰ আহিব।

তদুপৰি সৰবৰাহ বন্ধ হ'লেও তাক প্ৰতিৰোধ কৰিবলৈ তেওঁৰ লগত যথেষ্ট খাদ্য আছিল, কাৰণ তেওঁৰ ছাত্ৰৰ পৰিয়ালসমূহৰ যিবিলাক দুৰ্ভিক্ষত পীড়িত, সেইবিলাকক দিবলৈ প্ৰশাসনে মজুত কৰি ৰাখি থৈ যোৱা গমৰ বেগবোৰ সৰু কোঠাটোত বিশৃংখল হৈ পৰি আছে। প্ৰকৃততে তেওঁলোক সকলোৱেই পীড়িত, কাৰণ তেওঁলোক আটায়েই অতি দৰিদ্ৰ। প্ৰত্যেক দিনেই ডাৰুৱে ল'ৰা-ছোৱালীবোৰক খোৰাক দিয়ে। তেওঁ জানে এই দুৰ্দিনৰ দিনকেইটাত সিহঁতে সেয়া পোৱা নাই। সম্ভৱতঃ দেউতাকবিলাকৰ কোনোবা এজন আজি আবেলি আহিব আৰু তেৱেঁই সিহঁতক শস্যখিনি বিলাই দিব পাৰিব। এই প্ৰক্ৰিয়াটো অহা শস্য চপোৱাৰ সময়লৈকে চলাই থাকিব লাগিব। এতিয়া ফ্ৰান্সৰ পৰা গম বোজাই কৰি অনা জাহাজ আহি পাইছেহিয়েই আৰু আটাইতকৈ বেয়া সময়খিনি শেষ হৈ গৈছে। কিন্তু সেই দুৰ্ভিক্ষৰ কথা— ৰ'দৰ পোহৰত ঘূৰি ফুৰা আউল-বাউল

চুলি-কাপোৰেৰে ভূতসদৃশ সেই সেনাবাহিনী মাহৰ পিছত মাহ ধৰি পৰি পৰি এঙাৰত পৰিণত হোৱা মালভূমিসমূহ, ক্ৰমাৎ অলপ অলপকৈ বিদীৰ্ণ হৈ যোৱা পৃথিৱীখন, ক'বলৈ গ'লে ডেই যোৱা প্ৰত্যেকটো শিলেই একোজনৰ ভৰিৰ গচকত চূৰ্ণ-বিচূৰ্ণ হৈ বালিত পৰিণত হোৱাৰ কথা— পাহৰাটো সহজ কথা নহয়। সেই সময়ত হেজাৰে হেজাৰে ভেড়াবিলাক মাৰিছিল আৰু আনকি অ'ত-ত'ত কেতিয়াবা কিছু মানুহো মাৰিছিল, কোনেও গম নোপোৱাকৈ।

আনহাতে এনেধৰণৰ অভাৱ-অনাটনৰ বিপৰীতে যিজনে এই আওহতীয়া স্কুলঘৰটোত এজন সন্ন্যাসীৰ দৰে বাস কৰিছিল তেওঁ কিন্তু যি সামান্য পাইছিল তাতেই সন্তুষ্ট হৈছিল, এই কষ্টকৰ জীৱনটোত বগা চূণৰ দেৱালসমূহ, ঠেক বিছনাখন, ৰংবিহীন ছেল্‌ফবিলাক, তেওঁৰ কুঁৱাটো আৰু সপ্তাহত লাভ কৰা খোৱাপানী আৰু ৰচদেৰেই তেওঁ নিজকে এজন লৰ্ডৰ নিচিনাই অনুভৱ কৰিছিল আৰু তাৰ পিচত হঠাতে কোনো বিপদ সংকেত নিদিয়াকৈ, বৰষুণৰ দ্বাৰা আগজাননীও নিদিয়াকৈ এই তুষাৰপাত। এইধৰণৰেই আছিল এই অঞ্চলটো, বাসৰ তেনেই অনুপযোগী, এনেকি মানুহ অবিহনেও— মানুহে অৱশ্যে এইবিলাকৰ কোনো সমাধান কৰিব নোৱাৰে, কিন্তু ডাৰুৰ ইয়াতেই জন্ম হৈছে, ইয়াৰ বাহিৰে আন ঠাইত তেওঁ নিজকে নিৰ্বাসিত যেনহে অনুভৱ কৰিছিল।

তেওঁ স্কুলঘৰৰ সন্মুখত থকা চোতালখনলৈ ওলাই আহিল। মানুহ দুজন এতিয়া গৰাটোৰ আধা উঠি আহিছে। ঘোঁৰাত উঠি অহা মানুহজনক তেওঁ বহুত দিনৰে পৰা জনা বয়সিয়াল সশস্ত্ৰ চিপাহী বেলডুচি বুলি চিনি পালে। হাত দুখন আবদ্ধ অৱস্থাত থকা আৰু তলমূৰকৈ তেওঁৰ পিছে পিছে খোজকাঢ়ি আহি থকা আৰবটোক বান্ধি অনা ৰছীডালৰ আনটো মূৰ বেলডুচিয়ে হাতত লৈ আছিল। সশস্ত্ৰ পুলিচজনে তেওঁক হাত জোকাৰি অভিনন্দন জনাইছিল, ডাৰুৱে কিন্তু তাৰ কোনো প্ৰত্যুত্তৰ দিয়া নাছিল, তেওঁ ৰং যোৱা নীলা, ঢিলা টুপী থকা পোছাক পৰিহিত আৰবটোক গভীৰভাৱে অধ্যয়নত ৰত আছিল, সেইটোৰ ভৰিত চেণ্ডেলহে আছিল, কিন্তু মোটা খহটা মোজাৰে ভৰি আবৃত আছিল, মূৰটোত বন্ধা আছিল এটা ঠেক সৰু চেচে (Cheche)। তেওঁলোক আহি পালেহি। বেলডুচিয়ে ঘোঁৰাটো টানি ধৰিলে, যাতে আৰবটোক খুন্দা নামাৰে আৰু দলটো লাহে লাহে আগবাঢ়ি আহিল।

ৰিং মাৰিলে শুনা দূৰত্ব পালত বেলডুচিয়ে চিঞৰি ক'লে, 'এল এমেয়ুৰৰ

পৰা তিনি কিলোমিটাৰ আহিবলৈ এঘণ্টা লাগিল।' ডাৰুৱে কোনো উত্তৰ নিদিলে। ছুৰেটাৰটোৰে সৈতে চাপৰ থোপোকা ডাৰুৱে তেওঁলোকক বেগাই উঠি অহা চাই থাকিল। আৰবটোৱে এবাৰলৈও মূৰটো দঙা নাছিল। তেওঁলোক উঠি আহি চোতাল পোৱাত ডাৰুৱে ক'লে, 'হেলো, ভিতৰলৈ আহা আৰু গাটো গৰম কৰি লোৱাহি।' বেলডুচিয়ে ৰছিডাল হাতৰ পৰা এৰাই যাব নিদিয়াকৈ বৰ কষ্টেৰে ঘোঁৰাৰ পৰা নামিল। চুটি ঠৰঙা মোচকোছাৰ তলেৰে তেওঁ শিক্ষকজনলৈ চাই হাঁহিলে। গাঢ় বাদামী ৰঙৰ কপালৰ তলত দকৈ সোমাই থকা তেওঁৰ সৰু সৰু কলা চকু দুটাৰে আৰু বলিৰেখাৰে আৱৰি থকা মুখমণ্ডলেৰে তেওঁক যথেষ্ট কৰ্তব্যপৰায়ণ আৰু সতৰ্ক যেন দেখা গৈছিল। ডাৰুৱে লাগামডাল হাতত লৈ ঘোঁৰাটো নি চালিখনৰ তলত থলেগৈ আৰু তেওঁলৈ স্কুলঘৰত অপেক্ষা কৰি থকা মানুহ দুজনৰ ওচৰলৈ উভতি আহিল। তেওঁ তেওঁলোকক নিজৰ কোঠাটোলৈ লৈ আহি ক'লে, 'মই শ্ৰেণী কক্ষটো গৰম কৰোঁগৈ। তাত আমি বেছি আৰাম পাম।' তেওঁ যেতিয়া পুনৰ আহি কোঠাটোত সোমালহি, তেতিয়া বেলডুচি দীঘল ছোফাখনত বহি আছিল। তেওঁ জুইৰ চুলাটোৰ কাষত চেপেটা লাগি থকা আৰবটোক বান্ধি থোৱা ৰছিডাল নিজৰ হাতৰ পৰা সোলোকাই থৈছিল। তাৰ হাত দুখন তেতিয়াও বন্ধা আছিল, চেচেটো মূৰৰ পিছফাললৈ ঠেলি থোৱা আছিল, সি খিৰিকীখনৰ পিনে চাই আছিল। পোনপ্ৰথমে ডাৰুৱে তাৰ মোটা, মসৃন আৰু প্ৰায় নিগ্ৰোবিলাকৰ দৰেই প্ৰকাণ্ড ওঁঠ দুটাহে মাত্ৰ লক্ষ্য কৰিছিল, কিন্তু তাৰ নাকটো পোন আছিল, চকু দুটা ক'লা আৰু সেই দুটা জ্বৰত ডগ্‌মগাই আছিল। চেচেটোৱে আঁকোৰগোজ কপাল এখন প্ৰকট কৰি তুলিছিল আৰু আৰবটোৱে যেতিয়া ডাৰুৰফালে মুখ তুলি পোনে পোনে তেওঁৰ চকুলৈ চাইছিল, তেতিয়া তাৰ শোটোৰা পৰা, এতিয়া বৰং ঠাণ্ডাতে ৰং হেৰুৱাই পেলোৱা, ছালৰ আৱৰণৰ তলত থকা সমগ্ৰ মুখমণ্ডলতে বিয়পি থকা অশান্ত আৰু বিদ্ৰোহী চেহেৰাটোৱে ডাৰুক আঘাত কৰিছিল। 'সিটো কোঠালৈ যোৱা', শিক্ষকজনে ক'লে, 'মই তোমালোকক অলপ পদিনা দিয়া চাহ কৰি দিম।' 'ধন্যবাদ', বেলডুচিয়ে ক'লে— 'কি যে বিৰক্তিজনক কামহু অব্যাহতি পাবলৈ যে কিমান চেষ্টা কৰিছোহু' আৰু তেওঁ তেওঁৰ বন্দীটোলৈ চাই আৰবী ভাষাত ক'লে, 'এই, এইফালে আহ।' আৰবটো থিয় হ'ল আৰু বান্ধ খাই থকা মণিবন্ধ দুটা সন্মুখৰফালে ৰাখি লাহে লাহে শ্ৰেণীকোঠাটোলৈ সোমাই গ'ল।

চাহৰ সৈতে ডাৰুৱে এখন চকীও আনিলে, কিন্তু বেলডুচিয়ে ইতিমধ্যে

ওচৰতে থকা ছাত্ৰবিলাকৰ ডেক্স এখনত বহিছেই আৰু আৰবটোৱে খিৰিকী আৰু ডেস্কখনৰ মাজত থকা শিক্ষকৰ প্লেটফৰ্মখনত গা ঘঁহাই জুইশালখনৰ ফালে মুখ কৰি কুঁচি-মুচি বহিছে। বন্দীটোৰ ফালে চাহৰ গিলাচটো আগবঢ়াই দি ডাৰুৱে তাৰ বন্দী হৈ থকা হাত দুখন দেখি সংকোচ বোধ কৰি ক'লে—'তাৰ বান্ধোন চাগে খুলি দিব পাৰি'। 'নিশ্চয়', বেলডুচিয়ে ক'লে— 'সেয়া চফৰটোৰ বাবেহে আছিল।' সি থিয় হ'বলৈ চেষ্টা কৰিছিল, কিন্তু ডাৰুৱে গিলাচটো মজিয়াত থৈ আৰবটোৰ কাষত আঁঠু কাঢ়ি বহিল। মুখেৰে একো নামাতি আৰবটোৱে তাৰ জ্বৰীয়া চকু দুটাৰে চাই থাকিল। তাৰ হাত দুখন মুকলি হ'লত সি তাৰ ফুলি উঠা মণিবন্ধ দুটা ইটোৱে সিটোক ঘঁহিব ধৰিলে, চাহৰ গিলাচটো ল'লে আৰু গৰম চাহ সৰু সৰু কিন্তু ঘন ঘনকৈ মৰা শোহাৰে পি খাব ধৰিলে।

'বঢ়িয়া', — ডাৰুৱে ক'লে— 'পিছে, তোমালোক ক'লৈ বুলি ওলাইছা?'

বেলডুচিয়ে চাহৰ ওপৰৰ পৰা গোঁফকোছা তুলি ক'লে, 'ইয়ালৈকে, বোপাই।'

'আচহুৱা ছাত্ৰহ্ন ৰাতিটো তোমালোকে ইয়াতে কটাবা নেকি?'

'নাই নাই, মই এল এমেয়ুৰলৈ উভতি যাম আৰু তুমি এই মানুহটোক টিংগুইটত চমজাই দিবাগৈ। তাক পুলিচে হেড অফিচত বিচাৰি আছে।'

বেলডুচিয়ে ডাৰুলৈ এটা বন্ধুত্বপূৰ্ণ সৰু মিঠা হাঁহিৰে চালে।

'এইবিলাক কি কথা? — শিক্ষকজনে সুধিলে— 'তুমি মোক লেং মাৰিব খুজিছা নেকি?'

নহয় নহয়, বোপাই, সেইটোৱেই আদেশ।'

'আদেশ? মই নোৱাৰো....' ডাৰুৱে বৃদ্ধ কাৰ্চিয়ানজনক আঘাত দিব নুখুজি ইতস্ততঃ কৰিলে। মই ক'ব খুজিছো সেইটো মোৰ কাম নহয়।

'কিন্তু সেই কথাৰ অৰ্থ কি? যুদ্ধৰ সময়ত মানুহে সকলোধৰণৰ কাম কৰে।'

"তেনেহ'লে যুদ্ধৰ ঘোষণা হোৱালৈকে মই অপেক্ষা কৰিম।"

বেলডুচিয়ে মূৰ দুপিয়ালে। "ঠিক আছে।" কিন্তু আদেশবিলাক বাহাল আছে আৰু সেইবিলাক তোমাৰ ক্ষেত্ৰতো ৰজিব। ঘটনাবিলাকে মোৰ লোৱা দেখা গৈছে। আহিব ধৰা এটা বিদ্ৰোহৰ কথা আলোচনা হৈছে। আমি সন্তম হৈছোঁ, আঁতৰাই পঠিয়াবলৈ।"

ডাৰু তথাপি আঁকোৰগোজ হৈয়েই থাকিল।

'শুন বোপা',— বেলডুচিয়ে ক'লে— "মই তোমাক ভাল পাওঁ, কিন্তু

তুমিও নিশ্চয় বুজিব লাগিব। এটা সৰু ডিপাৰ্টমেন্টৰ সম্পূৰ্ণ অঞ্চলখিনিৰ ইমূৰৰ পৰা সিমূৰলৈ পহৰা দিবলৈ এল এমেয়ুৰত আমি মাত্ৰ বাৰজনহে আছো আৰু মই খৰধৰকৈ উভতি যাব লাগিব। এই মানুহটোক তোমাৰ হাতত গতাই দি মোক অকণো পলম নকৰাকৈ উভতি যাবলৈ কৈ থৈছে। তাক তাত ৰাখিব নোৱাৰি। তাৰ গাঁৱত আন্দোলন আৰম্ভ হ'ব ধৰিছে, সিহঁতে তাক ওভতাই নিব খোজে। কাইলৈ গধূলি হোৱাৰ আগতেই তুমি তাক টিংগুইটলৈ লৈ যাব লাগিব। তোমাৰ দৰে হৃষ্ট-পুষ্ট মানুহ এজনক এই বিছ কিলোমিটাৰে একো কৰিব নোৱাৰে। তাৰ পিছত সকলো ঠিক হৈ যাব। তুমি তোমাৰ ছাত্ৰবিলাকৰ ওচৰলৈ আৰু আৰামৰ জীৱনলৈ উভতি আহিবা।"

বেৰাৰ পিছফালে ঘোঁৰাটোৱে ফোঁৰোহনি মৰা আৰু মাটিত খুৰা মৰা শব্দ শুনা গৈছিল। ডাৰুৱে খিৰিকীৰে বাহিৰলৈ চাই আছিল। বৰফাবৃত মালভূমিটোত নিঃসন্দেহে বতৰ ফৰকাল হৈ আহিবলৈ ধৰিছিল আৰু পোহৰ বাঢ়ি আহিছিল। যেতিয়া গোটেইবিলাক বৰফ গলি শেষ হৈ যাব, সূৰুযে আকৌ গোটেইখন গ্ৰাস কৰি ল'ব আৰু আকৌ এবাৰ শিলৰ পথাৰবিলাক জ্বলিব ধৰিব। এতিয়াও কেইদিনমান একেধৰণে থকা আকাশখনে মানুহৰ লগত কোনো সম্পৰ্ক নথকা এই অকলশৰীয়া বিস্তীৰ্ণ ভূমিত তাৰ নিস্তেজ পোহৰেই পেলাই থাকিব।

'মুঠৰ ওপৰত'—তেওঁ বেলডুচিৰ ফালে ঘূৰি লৈ ক'লে— 'সি কি কৰিছিল?' আৰু সশস্ত্ৰ চিপাহীজনে মুখ নোখোলোতেই তেওঁ পুনৰ সুধিলে,— 'সি ফৰাচী ভাষা কয়নে?'

'ওহোঁ, এটা শব্দও নকয়। আমি তাক এমাহ ধৰি বিচাৰি আছিলো। কিন্তু সিহঁতে তাক লুকুৱাই ৰাখিছিল। সি তাৰ সম্বন্ধীয় ভায়েকক বধ কৰিছে।'

'সি আমাৰ বিপক্ষে নেকি?'

"মই সেইদৰে নাভাবো, কিন্তু তুমি সেই বিষয়ত কেতিয়াও নিশ্চিত হ'ব নোৱাৰা।"

'সি কিয় মাৰিছিল?'

'ঘৰুৱা উখনা-উখনি, বাদ-বিবাদ। মই ভাবো এজনে আনজনৰ শস্যৰ ভাগ নিজৰ ভাগলৈ আনিব খুজিছিল, তেনে যেন লাগে। সকলোবিলাক কথা পৰিষ্কাৰ নহয়। মুঠৰ ওপৰত, সি তাৰ সম্বন্ধীয় ভায়েকক নাল লগোৱা কেঁকোৰা কটাৰীৰে বধ কৰিছিল। বুইছানে তুমি, একেবাৰে ভেড়া কটাৰ দৰে, খেচেক্।'

বেলডুচিয়ে এখন ছুৰীৰে তেওঁৰ ডিঙি কটাৰ নিচিনা অংগিভংগি কৰিছিল

আৰু আৰবটোৰে— তাৰো মনোযোগ আকৃষ্ট হৈছিল—তেওঁক একেধৰণৰ উদ্বেগেৰে লক্ষ্য কৰিছিল। ডাৰুৱে মানুহটোৰ বিপক্ষে, জঘন্য আখেজত লিপ্ত সকলো মানুহৰ বিপক্ষে, তেওঁলোকৰ লেকাত লগা ঘৃণাবিলাকৰ বিপক্ষে, তেওঁলোকৰ ৰক্তপিপাসাৰ বিপক্ষে হঠাৎ তীব্ৰ ৰোষ অনুভৱ কৰিলে।

কিন্তু জুহালৰ ওপৰত কেটলিটোৱে গুণগুণাব ধৰিলে। তেওঁ বেলডুচিক অলপ বেছিকৈ চাহ দিলে, অলপ ইতস্ততঃভাৱে, কিন্তু তাৰ পিছত আৰবটোকো আকৌ দিলে। সি এই দ্বিতীয়বাৰো খুব আগ্ৰহেৰে খাব ধৰিলে, ওপৰলৈ তুলি ধৰা হাত দুখনে তাৰ হলৌ চোলাটো মেল খুৱালে আৰু শিক্ষকজনে তাৰ ক্ষীণ মঙহাল বুকুখন দেখা পালে।

ধন্যবাদ বোপা— বেলডুচিয়ে ক'লে— পিছে, এতিয়া মই যাওঁ।

তেওঁ উঠিল আৰু নিজৰ পকেটৰ পৰা সৰু ৰছি এডাল উলিয়াই আৰবটোৰ ওচৰলৈ গ'ল।

'তুমি কি কৰিব খুজিছা?' — ডাৰুৱে নীৰস কণ্ঠেৰে সুধিলে।

দুঃচিন্তাত বেলডুচিয়ে তেওঁক ৰছীডাল দেখুৱালে।

'চিন্তা নকৰিবা।'

বৃদ্ধ সশস্ত্ৰ চিপাহীজনে অলপ ইতস্ততঃ কৰিলে। 'সেইটো তোমাৰ কথা। তুমি নিশ্চয় সশস্ত্ৰ নহয়নে?'

'মোৰ এটা শ্বটগান আছে।'

"ক'ত থৈছা?"

'বাকচত।'

'সেইটো তুমি তোমাৰ বিছনাৰ ওচৰত ৰখা উচিত।'

'কিয়? মোৰ ভয় কৰিবলগীয়া একো নাই।'

'বোপা, তুমি বৰ আহৌবলিয়া। যদি বিদ্ৰোহ হয়, আমি কোনো নিৰাপদ নহয়। আমি সকলো একে নাৱৰে যাত্ৰী।'

'মই নিজকে নিজে ৰক্ষা কৰিম। সিহঁতক অহা দেখাৰ পিছতো মই সময় পাম।'

বেলডুচিয়ে হাঁহিব ধৰিলে। তাৰ পিছত হঠাতে মোচকোছা দাঁতকিটাৰে ঢাকি ধৰিলে। "তুমি সময় পাবা? ঠিক আছে, মই যিটো কৈছো সেইটোৱেই। তুমি সদায়েই অলপ চেৰাপগলা। সেই কাৰণেই মই তোমাক ভাল পাওঁ, মোৰ ল'ৰাটোও তেনেকুৱা।"

কৈ কৈয়েই তেওঁ তেওঁৰ ৰিভলভাৰটো উলিয়াই মেজত থলে। 'এইটো ৰাখা, ইয়াৰ পৰা এল এমেয়ুৰলৈ যাবলৈ মোক দুটা অস্ত্ৰ নালাগে।'

টেবুলখনৰ ক'লা ৰংটোৰ ওপৰত ৰিভলভাৰটো জিলিকি উঠিল। সশস্ত্ৰ চিপাহীজন যেতিয়া তেওঁৰ ফালে ঘূৰিল, শিক্ষকজনে চামৰা আৰু ঘোঁৰাৰ মঙহৰ গোন্ধ পালে।

'শুনা বেলডুচি' — ডাৰুৱে হঠাৎ কৈ উঠিল— 'এই প্ৰত্যেকটো মুহূৰ্তত মোক বিৰক্তি লগাইছে আৰু পোনপ্ৰথমে ইয়াত থকা তোমাৰ সংগীটোৱে, কিন্তু মই তাক গতাই নিদিওঁ। যুদ্ধ, এৰা, যদি কৰিবলগীয়া হয়, মই কৰিম, কিন্তু সেয়া নহয়।'

বৃদ্ধ সশস্ত্ৰ চিপাহীজন তেওঁৰ সমুখত থিয় হ'ল আৰু তেওঁলৈ তীক্ষ্ণ দৃষ্টিৰে চালে।

'তুমি নিৰ্বোধৰ দৰে কথা কৈছা।' — তেওঁ লাহে লাহে ক'লে। "ময়ো সেইটো ভাল নাপাওঁ। বছৰৰ পিছত বছৰ ধৰি কৰি থাকিও তুমি এজন মানুহক ৰছিৰে বন্ধা কাৰ্যটোত অভ্যস্ত হৈ নপৰা, আনকি তুমি লজ্জিত হোৱা— এৰা, লজ্জিত হোৱা, কিন্তু সেইবুলি তুমি সিহঁতক সিহঁতৰ মতে চলিবলৈ দিব নোৱৰা।"

'মই তাক গতাই নিদিওঁ' — ডাৰুৱে পুনৰ ক'লে।

'এইটো এটা আদেশ, বোপা আৰু মই সেই কথা বাৰে বাৰে কৈছোঁ দেই।'

'ঠিক আছে। মই তোমাক কি কৈছো সেই কথাও তেওঁলোকক বাৰে বাৰে ক'বাগৈ ঃ মই তাক গতাই নিদিওঁ।'

বেলডুচিয়ে প্ৰকাশ্যেভাৱে তেওঁৰ মনৰ ভাব প্ৰকাশ কৰিবলৈ চেষ্টা কৰিলে। তেওঁ এবাৰ আৰবটোলৈ আৰু এবাৰ ডাৰুলৈ চালে। শেষত তেওঁ সিদ্ধান্তলৈ আহিল।

'নাই, মই তেওঁলোকক একো নকওঁ। তুমি যদি, আমাৰ লগত সহযোগ কৰিব নিবিচৰা, ঠিক আছে নকৰিবা। মই তোমাৰ বিপক্ষে অভিযোগ নকৰোঁ। মোক আদেশ দিছিল বন্দীটোক গতাই দিবলৈ আৰু মই সেইটো কৰিছোঁ। আৰু এতিয়া তুমি মাত্ৰ এই কাগজখনত মোৰ বাবে চহী এটা কৰি দিয়া।'

'তাৰ কোনো দৰকাৰ নাই। তুমি যে তাক মোৰ ওচৰত থৈ গৈছা, সেই কথা মই অস্বীকাৰ নকৰো।'

"মোৰ লগত অভদ্ৰামি নকৰিবা। তুমি যে সঁচা কথা ক'বা। সেইটো মই

জানো। তুমি ওচৰতে থাকা আৰু এজন সৎ মানুহো, কিন্তু তুমি চহী কৰিবই লাগিব, সেইটো নিয়ম।"

ডাৰুৱে ড্ৰয়াৰটো খুলিলে, কজলা ৰঙৰ চিয়াঁহীৰ সৰু চাৰিচুকীয়া বটল এটা, হাতৰ আখৰৰ চানেকীবিলাক কৰিবলৈ ব্যৱহাৰ কৰা 'ছাৰ্জেণ্ট মেজৰ' পেনটোৰে সৈতে ৰঙা পেন হল্ডাৰটো উলিয়ালে আৰু চহী কৰি দিলে। সশস্ত্ৰ চিপাহীজনে সাৱধানে কাগজখন ভাঁজ কৰিলে আৰু তেওঁৰ পইচাৰ বেগটোত ভৰালে। তাৰ পিছত তেওঁ দুৱাৰৰ ফালে আগবাঢ়িল।

'মই তোমাক আগবঢ়াই দিম' — ডাৰুৱে ক'লে।

'নালাগে' — বেলডুচিয়ে কৈ উঠিল।' "ইমান শিষ্টাচাৰী হ'বৰ আৱশ্যক নাই। তুমি মোক অপমান কৰিছা।"

তেওঁ একেঠাইতে লৰচৰ নকৰাকৈ ৰৈ থকা আৰবটোলৈ চালে, খঙেৰে ফোঁচ কৰি নাকেৰে বতাহ উলিয়ালে আৰু উভতি দুৱাৰৰ ফালে গুচি গ'ল। 'গুডবাই, বোপা' — তেওঁ ক'লে। তেওঁৰ পিছফালে দুৱাৰখন বন্ধ হৈ গ'ল। হঠাতে বেলডুচিক খিৰিকীৰ বাহিৰত দেখা গ'ল আৰু তাৰ পিছতে নেদেখা হৈ গ'ল। বৰফে তেওঁৰ ভৰিৰ খোজবোৰো নেদেখা কৰি দিলে। দেৱালৰ আনটো ফালে ঘোঁৰটোৱে লৰাচৰা কৰিলে আৰু কুকুৰা কিছুমানে ভয়তে পাখি কোবালে। খন্তেক পিছতে লাগামত ধৰি ঘোঁৰাটোক আগুৱাই নিয়া বেলডুচিক পুনৰ খিৰিকীৰ বাহিৰত দেখা গ'ল। পিছফালে উভতি নোচোৱাকৈ তেওঁ সামান্য ওখখিনিৰ ফালে আগবাঢ়িল আৰু পিছে পিছে গৈ থকা ঘোঁৰাটোৰে সৈতে দৃষ্টিৰ বাহিৰ হৈ গ'ল। এটা ডাঙৰ শিল উফৰি তললৈ বাগৰি পৰা শুনা গ'ল। ডাৰু, অকণো লৰচৰ নকৰাকৈ তেওঁৰ পৰা চকু এবাৰৰ বাবেও আঁতৰাই নিনিয়া আৰবটোৰ ওচৰলৈ উভতি আহিল। "ৰ'বা", শিক্ষকজনে আৰবী ভাষাৰে ক'লে আৰু শয়ন কক্ষৰ ফালে গ'ল। দুৱাৰৰ ফালে গৈ থাকোতে তেওঁ কিবা ভাবি ডেস্কৰ ওচৰলৈ উভতি গ'ল, ৰিভলভাৰটো হাতত তুলি লৈ পকেটত ভৰাই থ'লে। তাৰ পিছত উভতি নোচোৱাকৈ তেওঁ কোঠাৰ ভিতৰত সোমালগৈ।

কিছু সময় তেওঁ ওপৰৰ আকাশখন লাহে লাহে অন্ধকাৰে আৱৰি ধৰা চাই চাই নৈঃশব্দ্যক কাণ পাতি শুনি ছোফাখনতে বাগৰি থাকিল। যুদ্ধৰ পিছত, ইয়াত থকা প্ৰথমৰ দিনবিলাকত এই নৈঃশব্দ্যকে তেওঁৰ অতি অসহ্যকৰ যেন লাগিছিল। তেওঁ মৰুভূমিৰ পৰা ওপৰৰ মালভূমিবিলাকক পৃথক কৰা পৰ্বতৰ পাদদেশসমূহৰ গুৰিভাগত থকা সৰু চহৰখনত এটা চাকৰিৰ বাবে আবেদন

কৰিছিল। তাত উত্তৰৰ হৰিৎ আৰু কৃষ্ণবৰ্ণৰ আৰু দক্ষিণৰ গুলপীয়া আৰু বেঙেনাবুলীয়া শিলৰ প্ৰাচীৰবিলাকে চিৰগ্ৰীষ্মৰ সীমান্ত চিহ্নিত কৰে। বহুত উত্তৰলৈ সেই মালভূমিটোতহে এটা চাকৰিত তেওঁৰ নাম ওলাল। আৰম্ভণিতে এই কেৱল প্ৰস্তৰেৰে পৰিপূৰ্ণ মৰুস্থলৰ একাকীত্ব আৰু নৈঃশব্দ্য তেওঁৰ বাবে বৰ কষ্টকৰ আছিল। কোনো কোনো ঠাইত কৰ্ষণৰ চিহ্নসমূহে খেতি কৰাৰ নিচিনা দেখুৱাইছিল। কিন্তু ঘৰ সাজিবৰ বাবে উপযুক্ত বিশেষধৰণৰ পাথৰসমূহ উন্মুক্ত কৰিবৰ বাবেহে সেইবিলাক খন্দা হৈছিল। কেৱল পাথৰৰ ফচল তুলিবৰ বাবেহে ইয়াত কৰ্ষণ কৰিব লাগে। আন কোনো কোনো ঠাইত, গাঁৱৰ জীৱ-জন্তু পোৱা বাগানবিলাক উন্নত কৰিবলৈ, গাঁতবিলাকত গোট খোৱা মাটিৰ এটা পাতল তৰপ চুৰুকি তুলি পেলোৱা হৈছিল। এই অঞ্চলটো এনেই আছিল ঃ তিনি-চতুৰ্থাংশ অঞ্চল কেৱল শিলেৰে আবৃত। চহৰবিলাকে মূৰ দাঙি উঠে, নদন-বদন হৈ পৰে তাৰ পিছত ক'ৰবাত হেৰাই যায়, মানুহ আহে, ইজনে সিজনক ভাল পাব ধৰে বা দুৰ্ঘোৰ যুদ্ধত লিপ্ত হয়, তাৰ পিছত মৰি থাকে। এই মৰু প্ৰদেশখনত কোনোৱেই — তেওঁ বা তেওঁৰ অতিথি কোনোৱেই— গুৰুত্বপূৰ্ণ নহয়, কিন্তু তথাপি, এই মৰু প্ৰদেশৰ বাহিৰত, ডাৰুৱে জানে, তেওঁলোকৰ কোনোৱেই প্ৰকৃতপক্ষে জীয়াই থাকিব নোৱাৰে।

তেওঁ যেতিয়া ছোফাখনৰ পৰা উঠিল শ্ৰেণীকক্ষৰ পৰা কোনোধৰণৰ শব্দ অহা নাছিল। আৰবটো পলায়েই গ'ল নেকি? ভালেই হ'ব। কোনোধৰণৰ মীমাংসালৈ আহিব নলগাকৈ তেওঁ অকলশৰীয়াকৈ থাকিব পাৰিব — এই ভাবেৰে তেওঁৰ মনত উৎপন্ন হোৱা অমূলক চিন্তাৰ বাবে তেওঁ যি বিৰল আনন্দ লাভ কৰিছিল, সেই কথাত তেওঁ অবাক হ'ল, কিন্তু বন্দীটো তাতে আছিল। সি মাথোঁ জুহাল আৰু ডেস্কখনৰ মাজত দীঘল হৈ বাগৰি আছিল। চকু মেলি সি চিলিঙৰ ফালে চাই আছিল। সেই অৱস্থাত, ওফোন্দ পতা যেন চেহেৰা এটা দেখুওৱা তাৰ মোটা ওঁঠ দুটা বিশেষভাৱে প্ৰকট হৈ পৰিছিল। 'আহা', —ডাৰুৱে মাতিলে। আৰবটো উঠিল আৰু তেওঁক অনুসৰণ কৰিলে। শোৱনিকোঠাত শিক্ষকজনে খিৰিকীৰ তলত থকা টেবুলখনৰ কাষৰ চকী এখনলৈ আঙুলিয়ালে। ডাৰুৰ মুখৰ পৰা চকু নাতৰোৱাকৈয়ে আৰবটো তাতে বহিল।

তোমাৰ ভোক লাগিছে নেকি?

'হয়', বন্দীটোৱে ক'লে।

ডাৰুৱে দুজন মানুহৰ বাবে টেবুল সজালে। তেওঁ ময়দা আৰু তেল ল'লে। ৰুটী এখন কৰি টাৱাত দিলে আৰু বটলত থকা গেছেৰে জ্বলা চুলা এটা জ্বলালে। ৰুটীখন সেকা যাবলৈ দি তেওঁ চীজ, কণী, খেজুৰ আৰু কনডেন্স মিল্ক আনিবলৈ চালিখনলৈ ওলাই গ'ল। ৰুটীখন সেকা হ'লত সেইখন ঠাণ্ডা হ'বলৈ খিৰিকীৰ চিকত থ'লে, অলপ কনডেন্স মিল্ক পানীত গুলিলে আৰু কণীবিলাক ফেটি অমলেট এটা কৰিলে। কোনোবা এবাৰ লৰাচৰা কৰোঁতে তেওঁ সোঁ পকেটত থকা ৰিভলভাৰটোত খুন্দা মাৰিছিল। গামলাটো তলত থৈ তেওঁ শ্ৰেণীকক্ষলৈ গ'ল আৰু ৰিভলভাৰটো তেওঁৰ ডেক্সৰ ড্ৰয়াৰত ভৰাই থ'লে। তেওঁ যেতিয়া কোঠাটোলৈ সোমাই আহিল, তেতিয়া আন্ধাৰ হৈছে। তেওঁ লাইটটো জ্বলালে আৰু আৰবটোক খাদ্য পৰিৱেশন কৰিলে। 'খোৱা'— তেওঁ ক'লে। আৰবটোৱে এডোখৰ ৰুটী ল'লে, আগ্ৰহেৰে সেইডোখৰ মুখলৈ নিবলৈ খুজি তৎক্ষণাৎ ৰৈ গ'ল।

'আৰু আপুনি'— সি সুধিলে।

'তোমাৰ পিছত ময়ো খাম।'

ডাঠ ওঁঠ দুটা অলপ মেল খালে। আৰবটোৱে অলপ ইতস্ততঃ কৰিলে, তাৰ পিছত ৰুটীডোখৰত নিশ্চিতভাৱে কামোৰ মাৰিলে। খোৱা শেষ হ'ল। আৰবটোৱে শিক্ষকজনলৈ চালে, 'আপুনিয়েই বিচাৰক নেকি?'

'নহয়, মই মাত্ৰ কালিলৈহে তোমাক ৰাখিম।'

'আপুনি কিয় মোৰ লগত খাইছে?'

'মোৰ ভোক লাগিছে।'

আৰবটো নিমাত হ'ল। ডাৰু থিয় হ'ল আৰু ওলাই গ'ল। তেওঁ চালিখনৰ পৰা কেম্পখাটখন লৈ উভতি আহিল, নিজৰ বিছনাৰ পৰা লম্বভাৱে টেবুল আৰু জুহালৰ মাজত তেওঁ সেইখন পাৰিলে। চুক এটাত থিয়কৈ থোৱা কাগজ থ'বৰ বাবে ছেল্‌ফ হিচাপে ব্যৱহৃত ডাঙৰ ছুটকেছ এটাৰ পৰা কম্বল দুখন উলিয়ালে আৰু কেম্পখাটখনত চিজিল লগাই থ'লে। অকণমান সময় ৰ'ল আৰু যেন একো কাম নাই, এনে অনুভৱ কৰিলে তেওঁ আৰু নিজৰ বিছনাখনতে বহি পৰিল। কৰিবৰ কাৰণে বা প্ৰস্তুত হ'বলৈ আৰু একো কামেই নাছিল। তেওঁ মানুহটোক ৰখিব লাগিছিল। সেয়েহে তেওঁ তাৰ মুখখন খঙত ফাটি পৰা যেন কল্পনা কৰিবলৈ চেষ্টা কৰি তালৈ চালে। কিন্তু কোনোমতেই তেওঁ সেইটো কৰিব নোৱাৰিলে। তেওঁ তাৰ ক'লা জলমলীয়া চকু দুটা আৰু জান্তৱ মুখখনৰ বাহিৰে

আন একো নেদেখিলে।

'তুমি তাক কিয় মাৰিলা?' — তেওঁ এনে এটা মাতেৰে সুধিলে যে সেই মাতটোৰ কঠোৰতাই তেওঁক নিজকেই অবাক কৰিলে।

আৰবটোৱে আনফালে চালে। 'সি দৌৰি পলাইছিল। মই তাৰ পাছে পাছে দৌৰিছিলোঁ।'

সি পুনৰ ডাৰুলৈ চকু তুলি চালে আৰু সেই দৃষ্টিত আছিল ভয়াৰ্ত জিজ্ঞাসা। 'তেওঁলোকে এতিয়া মোক কি কৰিব?'

'তোমাৰ ভয় লাগিছে নেকি?'

সি গোৰাৰৰ দৰে থৰ হৈ ৰৈছিল, চকু ঘূৰাই লৈছিল।

'তুমি অনুতপ্তনে?'

আৰবটোৱে মুখ মেলি তেওঁলৈ চাই ৰৈছিল। স্বাভাৱিকতেই সি একো বুজি পোৱা নাছিল। ডাৰুৰ বিৰক্তি আৰু বাঢ়িছিল। লগতে তেওঁ দুয়োখন বিছনাৰ মাজত থিলা যেন হৈ থকা তেওঁৰ প্ৰকাণ্ড দেহটোৰ বাবে অস্বস্তি আৰু আত্মসচেতনতাও অনুভৱ কৰিছিল।

'তাতে শুই পৰা'— তেওঁ অধৈৰ্যভাৱে ক'লে। সেইখন তোমাৰ বিছনা।'

আৰবটো লৰচৰ নহ'ল। সি ডাৰুক ক'লে, 'মোক কওক।'

শিক্ষকজনে তালৈ চালে।

'সশস্ত্ৰ চিপাহীজনে কাইলৈ ইয়ালৈ উভতি আহিব নেকি?'

'মই নাজানো।'

'আপুনিও আমাৰ লগত ওলাবনে?'

'মই নাজানো। কিয়?'

বন্দীজনে বিছনাত উঠিল আৰু তাৰ ভৰি দুখন খিৰিকীৰ ফালে দি কম্বলকেইখনৰ ওপৰতে দীঘল হৈ পৰিল। লাইটৰ বাল্বটোৰ পৰা পোহৰ আহি পোনে পোনে তাৰ চকুত পৰাত সি তৎক্ষণাৎ চকু মুদি দিলে।

'কিয়?' — বিছনাৰ কাষত থিয় হৈ ডাৰুৱে পুনৰ সুধিলে। আৰবটোৱে চকু চাট মাৰি ধৰা পোহৰতে চকু মেলিলে আৰু পলক নেপেলাবলৈ চেষ্টা কৰি তেওঁলৈ চাই ৰ'ল।

"আমাৰ লগত ব'লক",—সি ক'লে।

সময় মাজৰাতি। ডাৰুৰ তেতিয়াও টোপনি অহা নাছিল। তেওঁ কাপোৰ-কানি সম্পূৰ্ণৰূপে খুলি থৈ বিছনাত উঠে, সাধাৰণতে উলংগ হৈ শোৱে,

কিন্তু হঠাতে যেতিয়া তেওঁ অনুভৱ কৰিলে যে তেওঁ একো পিন্ধা নাই, তেতিয়া ইতস্ততঃ কৰিবলৈ ধৰিলে। কোনোবাই কিবা আঘাত কৰিব পাৰে নেকি বুলি এটা ভাব হ'ল আৰু কাপোৰখিনি পিন্ধি লোৱাৰ এটা স্পৃহা জাগিল। তাৰ পিছতে কিন্তু তেওঁ তেওঁৰ কান্ধ জোকাৰিলে, যিয়েই নহওক তেওঁ এটা সৰু ল'ৰা নহয়। যদি দৰকাৰ হয়, তেওঁ তেওঁৰ প্ৰতিপক্ষক দুই টুকুৰা কৰি পেলাব পাৰিব। বিছনাৰ পৰাই তেওঁ তীব্ৰ পোহৰৰ তলত চকু মুদি পিঠি পেলাই পৰি থকা তাক লক্ষ্য কৰিব পাৰিব। ডাৰুৱে লাইটটো নুমাই দিয়াৰ লগে লগে অন্ধকাৰ হঠাতে ঘনীভূত হৈ পৰা যেন লাগিল। লাহে লাহে ক্ৰমান্বয়ে খিৰিকীখনত ৰাতিটোৱে প্ৰাণ পাই উঠিল, য'ত নেকি তৰাবিহীন আকাশখন মৃদুভাৱে লৰাচৰা কৰি আছিল। শিক্ষকজনে সোনকালেই তেওঁৰ ভৰিৰ ফালে শুই থকা শৰীৰটো দেখা পাবলৈ সক্ষম হ'ল। আৰবটোৱে তেতিয়াও লৰচৰ কৰা নাছিল, কিন্তু তাৰ চকু খোলা আছিল যেন লাগিল। এজাক কোমল বতাহ স্কুলঘৰটোৰ চাৰিওফালে গোপনে উৰি ফুৰিছিল। সম্ভৱতঃ এই বতাহেই মেঘবোৰক আঁতৰাই লৈ যাব আৰু বেলিটো পুনৰ ওলাই আহিব।

ৰাতিটোৰ ভিতৰত বতাহ আৰু বাঢ়িল। কুকুৰাবিলাকে সামান্য পাখি কঁটালিলে, আৰু তাৰ পিছতে নিটাল মাৰিলে। আৰবটোৱে ডাৰুৰ ফালে পিঠি দি কাটি হৈ শুলে, তেওঁৰ এনে ভাব হৈছিল যেন বন্দীটোৱে কেঁকাইছিল। তাৰ পিছত তেওঁ তেওঁৰ অতিথিৰ উশাহ-নিশাহ ক্ৰমাৎ গভীৰ আৰু অধিক নিয়মীয়া হৈ অহা শুনিবলৈ পালে। সেই নিশাহৰ শব্দটো তেওঁ তেওঁৰ অতি ওচৰতে হোৱা শুনিলে আৰু নিজে টোপনি যাবলৈ চেষ্টা কৰিও বিফল হ'ল। নানা চিন্তা তেওঁৰ মনলৈ আহিবলৈ ধৰিলে। এই কোঠাটোত, যিটোত নেকি আজি এবছৰে তেওঁ অকলে শুই আহিছে, এই নতুন এজনৰ উপস্থিতিটোৱে তেওঁক বৰ অশান্তি দিছে, কিন্তু সেইজনৰ ওপৰত এক ধৰণৰ ভাতৃত্ববোধ আৰোপ কৰা কাৰ্যয়ো— যিটো তেওঁ ভালদৰেই জানে, কিন্তু বৰ্তমান পৰিস্থিতিত গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিছে— তেওঁক আমনি কৰিছে। একে কোঠাতে বাস কৰা মানুহবিলাকে, তেওঁলোক সৈনিকেই হওক বা বন্দীয়েই হওক, এক অদ্ভুত ধৰণৰ মিতিৰালি গঢ়ি তোলে, ঠিক যেন কাপোৰ-কানিৰ লগতে অস্ত্ৰ-শস্ত্ৰও দলিয়াই পেলাই বিভিন্ন ধৰণৰ মতবিৰোধ থকা সত্বেও স্বপ্ন আৰু ক্লান্তিৰ আৱহমান কালৰে পৰা চলি অহা সমাজখনত তেওঁলোকে প্ৰত্যেকটো গধূলিতে এক সৌহাৰ্দপূৰ্ণ ভাতৃত্ব ভাবৰ সৃষ্টি কৰে। কিন্তু... ডাৰুৱে নিজকে জোকাৰি দিলে, তেওঁ এনেধৰণৰ

চিন্তা-ভাবনাবোৰ ভাল নাপায় আৰু শোৱাটোহে অত্যন্ত জৰুৰী।

অলপ পিছত অৱশ্যে, আৰবটোৱে যেতিয়া সামান্য লৰচৰ কৰিছিল, শিক্ষকজন তেতিয়াও টোপনি যোৱা নাছিল। বন্দীটোৱে যেতিয়া দ্বিতীয়বাৰলৈ লৰচৰ কৰিলে তেওঁ সজাগ হৈ নিজকে ঠৰঙা কৰি পেলালে। আৰবটোৱে সাইলাখ টোপনিতে খোজ কঢ়া মানুহৰ ভংগিত হাতত ভৰ দি নিজকে তুলিলে। বিছনাতে চিধা হৈ বহিল, কিবা যেন কাণ পাতি শুনিছে— এনেদৰে ডাৰুৰ ফালে মূৰটো নুঘূৰোৱাকৈ নিঃসাৰ হৈ ৰ'ল। ডাৰুৱেও লৰচৰ কৰা নাছিল, তৎক্ষণাৎ তেওঁৰ মনলৈ ভাব আহিল যে ৰিভলভাৰটো তেতিয়াও তেওঁৰ ডেস্কৰ ড্ৰয়াৰতে আছে। তৎক্ষণাৎ কিবা এটা কৰা ভাল। তথাপি তেওঁ বন্দীটোক লক্ষ্য কৰি থাকিল, যিটোৱে সেই একে পিছলি যোৱা গতিৰে তাৰ ভৰি দুখন মাটিত থ'লে আৰু পুনৰ অলপ ৰ'ল, তাৰ পিছত লাহে লাহে থিয় হ'বলৈ আৰম্ভ কৰিলে। ডাৰুৱে তাক মাতিবলৈ ওলাওঁতেই আৰবটোৱে সম্পূৰ্ণ স্বাভাৱিকভাৱে, কিন্তু বিশেষ নীৰৱতাৰে খোজ কাঢ়িবলৈ আৰম্ভ কৰিলে। কোঠাটোৰ মূৰৰ ফালে থকা চালিখনলৈ যাব পৰা দুৱাৰখনৰ ফালে সি আগবাঢ়িল। সাৱধানতাসহকাৰে সি খিলিটো খুলি বাহিৰ ওলাই দুৱাৰখন পুনৰ তাৰ পিছফালে ঠেলি থৈ কিন্তু বন্ধ নকৰাকৈ ওলাই গ'ল। ডাৰুৱে লৰচৰ নকৰিলে। "সি পলাই গ'ল"— ডাৰুৱে মাত্ৰ ভাবিলে— "আপদ মুক্তি হ'ল।" তথাপি তেওঁ কাণ পাতি শুনিলে। কুকুৰাবিলাকে ধপ্‌ধপোৱা নাই, অতিথি নিশ্চয় মালভূমিটোতে আছে। এটা শুনা-নুশুনা পানীৰ শব্দ শুনিলে আৰু আৰবটোৱে পুনৰ দুৱাৰমুখত থিয় হৈ সাৱধানে দুৱাৰখন বন্ধ কৰি কোনো শব্দ নকৰাকৈ পুনৰ বিছনালৈ উভতি নহালৈকে তেওঁ সেইটো কিহৰ শব্দ জনা নাছিল। এইবাৰ ডাৰুৱে তাৰফালে পিঠি দি শুই থাকিল। পিছত টোপনিৰ গভীৰতাৰ মাজতো তেওঁৰ স্কুলঘৰৰ চাৰিওফালে সংগোপনে দিয়া খোজৰ শব্দ শুনা যেন লাগিছিল। 'মই সপোন দেখিছোঁ, সপোন দেখিছোঁ', — তেওঁ নিজকে নিজে বাৰে বাৰে ক'লে। আৰু শুয়েই থাকিল।

তেওঁ যেতিয়া সাৰ পালে তেতিয়া আকাশ পৰিষ্কাৰ আছিল, ঢিলা হৈ থকা খিৰিকীখনেৰে শীতল বিশুদ্ধ বায়ু ভিতৰলৈ সোমাই আহিছিল। আৰবটো এতিয়া কুঁচি-মুচি কম্বলকেইখনৰ তলত সোমাই শুই আছিল, মুখখন মেল খুৱাই সম্পূৰ্ণ উদ্বেগহীনভাৱে, কিন্তু ডাৰুৱে যেতিয়া তাক জোকাৰি দিলে তেতিয়া সি তাৰ বন্য চকু দুটাৰে ইমান ভয়ংকৰভাৱে ডাৰুলৈ চাই ৰ'ল যেন সি তেওঁক

কেতিয়াও দেখাই নাছিল আৰু এনে এটা ভয়লগা ধৰণৰ অভিব্যক্তিৰে চাইছিল যে শিক্ষকজন পিছুৱাই আহিছিল। 'ভয় নকৰিবা, এয়া মইহে, তুমি কিবা খাব লাগিব।' আৰবটোৱে মূৰ জোকাৰিলে আৰু 'হ'ব' বুলি ক'লে। তাৰ মুখলৈ পুনৰ প্ৰশান্তি নামি আহিল, কিন্তু অভিব্যক্তি আছিল ভাবলেশহীন আৰু অৱসন্ন।

কফি প্ৰস্তুত হৈয়েই আছিল। ফল্ডিং বিছনাখনত দুয়ো একেলগে বহি ৰুটী চোবাই চোবাই কফি খাইছিল। তাৰ পিছত ডাৰুৱে আৰবটোক চালিখনৰ তললৈ লৈ গৈ মুখ ধোৱা পানীৰ কলটো দেখুৱাই দিছিলগৈ। তেওঁ কোঠালিটোলৈ উভতি আহি কম্বলকেইখন আৰু বিছনাখন ভাঁজ কৰি থৈ নিজৰ বিছনাখন পাৰি কোঠাটো চিজিল কৰি পেলাইছিল। তাৰ পিছত তেওঁ শ্ৰেণীকক্ষৰ মাজেৰে বাহিৰৰ বাৰণ্ডালৈ ওলাই গৈছিল। ইতিমধ্যে নীল গগনত সূৰ্য উদয় হৈছিল, এটা কোমল উজ্জ্বল পোহৰে জনশূন্য মালভূমিটো ঢৌৱাই পেলাইছিল। শৈলসিৰাত ঠায়ে ঠায়ে বৰফ গলিছিল। শিলবিলাক প্ৰায় উন্মুক্ত হ'বৰ উপক্ৰম কৰিছিল। মালভূমিটোৰ প্ৰান্তত জুপুকা মাৰি থিয় হৈ শিক্ষকজনে জনপ্ৰাণীহীন বিস্তৃত ভূমিভাগ লক্ষ্য কৰিলে। তেওঁ বেলডুচিৰ কথা ভাবিলে। বেলডুচিক তেওঁ মনোকষ্ট দিলে, কাৰণ তেওঁ তেওঁক এনেধৰণে বিদায় দিয়ে যেন তেওঁ বেলডুচিৰ সৈতে সহযোগ কৰিব বিচৰা নাই। সশস্ত্ৰ চিপাহীজনৰ লগত হোৱা বিদায়কালীন কথা-বাৰ্তা তেওঁ এতিয়াও তেওঁৰ কাণত বাজি থকা শুনে আৰু কি কাৰণে হৈছে নজনাকৈয়ো তেওঁ আচৰিত ধৰণে ৰিক্ত আৰু পীড়িত অনুভৱ কৰে। ঠিক সেই সময়তে শ্ৰেণীকোঠাটোৰ আনটো দিশত বন্দীটোৱে কাহিলে। ডাৰুৰ শুনিবলৈ মন নোযোৱা সত্বেও কাহটো শুনিলে আৰু খঙতে এটা শিলগুটি এনেকৈ দলিয়ালে যে সেইটোৱে বৰফৰ মাজত পোত যোৱাৰ আগতে বতাহৰ মাজেৰে সোঁ-সোঁৱনি তুলি আগুৱাই গ'ল। সেই মানুহটোৰ কাণ্ডজ্ঞানহীন দুষ্কাৰ্যই তেওঁক বিদ্ৰোহী কৰি তুলিছিল, কিন্তু তাক শোধাই দিয়াটো সততাৰ পৰিপন্থী। অকল সেই কথাটো ভাবিলেই অপমানে তেওঁক দহিবলৈ ধৰে। আৰু তেওঁ কাৰোবাক, লগতে নিজৰ মানুহবোৰকো অভিশাপ দিয়ে, যিবিলাকে তেওঁৰ ওচৰলৈ এই আৰবটোক পঠিয়াইছে আৰু এই আৰবটোকো, যিটোৱে মাৰিবলৈ সাহ কৰিলে অথচ পলাই যাবলৈ সুবিধা কৰিব নোৱাৰিলে। ডাৰু উঠিল, বাৰাণ্ডাতে চক্ৰাকাৰে ঘূৰিলে, কিছুসময় নিথৰ হৈ ৰ'ল আৰু তাৰ পিছত স্কুলঘৰটোৰ ভিতৰলৈ উভতি আহিল।

আৰবটোৱে চালিখনৰ পকা মজিয়াৰ ওপৰত হাউলি নিজৰ আঙুলি দুটাৰে

তাৰ দাঁতবোৰ ঘঁহি ধুইছিল। ডাৰুৱে তালৈ চাই ক'লে 'আহা'। তেওঁ বন্দীটোতকৈ আগতে কোঠাটোলৈ উভতি আহিল। এটা হান্টিং জেকেট তেওঁ ছুৰেটাৰটোৰ ওপৰতে পিন্ধি ল'লে আৰু খোজ কাঢ়োতে পিন্ধা জোতাযোৰ পিন্ধিলে। তেওঁ আৰবটোৱে তাৰ ছেছে আৰু ছেণ্ডেলযোৰ পিন্ধালৈ থিয় হৈ ৰৈ থাকিল। তেওঁলোক শ্ৰেণীকক্ষটোত সোমাল আৰু শিক্ষকজন ওলাই যোৱা বাটটোলৈ আঙুলিয়াই ক'লে, 'আগবাঢ়া'। মানুহটোৱে লৰচৰ নকৰিলে। 'মই আহি আছো', — ডাৰুৱে ক'লে। আৰবটো ওলাই গ'ল। ডাৰু কোঠাটোলৈ উভতি গ'ল আৰু ৰুটীৰ মচমচীয়া টুকুৰা অলপ, খেজুৰ আৰু চেনিৰে টোপোলা এটা কৰিলে। বাহিৰলৈ ওলাই যোৱাৰ আগতে তেওঁ শ্ৰেণীকক্ষত থকা ডেক্সখনৰ সমুখত ৰৈ সামান্য হোঁহকা-পিছলা কৰিলে, তাৰ পিছত দুৱাৰডলি পাৰ হৈ দুৱাৰত তলা মাৰিলে। 'সেইটোৱেই বাট', তেওঁ ক'লে। তেওঁ পূবদিশে যাবলৈ ধৰিলে, বন্দীটোৱে তেওঁৰ পিছ ল'লে, কিন্তু স্কুলঘৰৰ পৰা অলপ দূৰতে তেওঁৰ ভাব হ'ল যেন তেওঁলোকৰ পিছফালে তেওঁ কিবা এটা সৰু শব্দ শুনিছে। তেওঁ তেওঁৰ খোজ পিছুৱাই নিলে আৰু ঘৰটোৰ চাৰিওফালে পৰীক্ষা কৰিলে, তাত কোনো নাছিল। আৰবটোৱে একো বুজি নাপাই তেওঁক চাই থাকিল। 'আহা', ডাৰুৱে ক'লে।

তেওঁলোকে এঘণ্টা খোজ কাঢ়িছিল আৰু তাৰ পিছত চূণশিলৰ উত্তুংগ চূড়া এটাৰ কাষত জিৰণি লৈছিল। বৰফবিলাক দ্ৰুতৰ পৰা দ্ৰুততৰ গতিত গলিবলৈ আৰম্ভ কৰিছিল আৰু সূৰুযে তৎক্ষণাৎ ডোঙা বন্ধা পানীবিলাক শুহি লৈ খৰতৰভাৱে মালভূমিটো পৰিষ্কাৰ কৰি পেলাইছিল— যিটো ক্ৰমান্বয়ে শুকান হৈ আহিছিল আৰু বতাহৰ কঁপনিৰ দৰে সেইটোৱো তিৰবিৰাবলৈ ধৰিছিল। তেওঁলোকে যেতিয়া পুনৰ খোজ কাঢ়িবলৈ আৰম্ভ কৰিছিল তেতিয়া তেওঁলোকৰ ভৰিৰ তলৰ মাটিত শব্দ হৈছিল। সময়ে সময়ে এটা চৰায়ে আনন্দৰ কলধ্বনিৰে তেওঁলোকৰ সন্মুখৰ অন্তৰীক্ষ ফালি সোমাই পৰিছিলহি। ডাৰুৱে পুৱাৰ সতেজ স্নিগ্ধ পোহৰত দীঘলকৈ উশাহ ল'লে। এতিয়া নীল আকাশৰ গম্বুজটোৰ তলত প্ৰায় সম্পূৰ্ণৰূপে হালধীয়া হৈ পৰা অতি চিনাকি বিশাল বিস্তাৰিত ভূমিভাগৰ আগত তেওঁ কিবা এক অনাবিল আনন্দ অনুভৱ কৰিলে। দক্ষিণৰ ফালে নামি আৰু এঘণ্টা খোজ কঢ়াৰ পিছত তেওঁলোকে ভংগুৰ শিলেৰে তৈয়াৰী এডোখৰ সমান ঠাই পালেগৈ। তাৰেপৰা মালভূমিটো তললৈ পূব দিশে দীঘল দীঘল লেংপেঙীয়া গছ কিছুমান থকা দ' সমভূমি এটালৈ আৰু

দক্ষিণে মাটিৰ ওপৰত প্ৰকট হৈ থকা শিলবিলাকৰ দিশে নামি গৈছে— যিবিলাকে প্ৰাকৃতিক দৃশ্যটোকে বিশৃংখল, খেলিমেলি ৰূপ এটা প্ৰদান কৰিছে।

ডাৰুৱে দুয়োটা দিশ মনযোগেৰে নিৰীক্ষণ কৰিলে। দিগন্তত আকাশখনৰ বাহিৰে আন একো নাছিল। এটা মানুহকো দেখা পোৱা নগৈছিল। তেওঁ, তেওঁলৈ ভাবলেশহীন দৃষ্টিৰে চাই থকা আৰবটোৰ পিনে ঘূৰিল। ডাৰুৱে পেকেটটো তালৈ আগবঢ়াই দিলে। 'এইটো লোৱা', তেওঁ ক'লে। 'তাত খেজুৰ, ৰুটী আৰু চেনি আছে। তুমি দুদিন চলাব পাৰিবা। ইয়াত এহেজাৰ ফ্ৰাংকো আছে।' আৰবটোৱে পেকেটটো আৰু ধনখিনি ল'লে, কিন্তু তাক যি দিয়া হৈছে, সেইখিনিৰে ঠিক কি কৰিব লাগিব নজনাৰ দৰে তাৰ পূৰ্ণ মুঠিটো সি তাৰ বুকুৰ ওপৰত ধৰি থাকিল। 'এতিয়া চোৱা', পূবফালে আঙুলি টোৱাই শিক্ষকজনে ক'লে, —"সেইফালে সেইটো টিংগুইটলৈ যোৱা বাট। তোমাৰ খোজ কাঢ়ি দুঘণ্টা লাগিব। টিংগুইটত তুমি প্ৰশাসন আৰু পুলিচক পাবা। তেওঁলোকে তোমালৈ অপেক্ষা কৰি আছে।" তেতিয়াও পেকেটটো আৰু ধনখিনি বুকুত ধৰি থাকিয়েই আৰবটোৱে পূৱফালে চালে। ডাৰুৱে তাৰ কিলাকুটিটোত ধৰি বে'ছ ৰুক্ষভাৱেই তাক দক্ষিণফালে ঘূৰাই দিলে। তেওঁলোক উঠি থকা চূড়াটোৰ পাদদেশত এটা শীৰ্ণ পথ দেখা পোৱা যায়। "মালভূমিটোৰ সিপাৰলৈ যোৱা সেইটোৱেই লুংলুঙীয়া বাট। ইয়াৰ পৰা এদিনৰ বাট খোজ কাঢ়ি আগবাঢ়িলে তুমি চৰণীয়া পথাৰসমূহ আৰু প্ৰথম অঘৰীবিলাকক পাবাগৈ। তেওঁলোকে তোমাক সাবটি ল'ব আৰু তেওঁলোকৰ নিয়মমতে আশ্ৰয় দিব।" আৰবটো এইবাৰ ডাৰুৰফালে ঘূৰিল আৰু তাৰ অভিব্যক্তিত একপ্ৰকাৰৰ ভয় মূৰ্ত হৈ উঠিল। 'শুনক', সি ক'লে। ডাৰুৱে মূৰ জোকাৰিলে, 'ওহোঁ, শান্ত হোৱা। মই এতিয়া তোমাক এৰি গ'লো। তেওঁ তাৰফালে পিঠি দি স্কুলৰ ফালে দুটা দীঘল খোজ দিলে আৰু তাৰ পিছত অলপ সংকোচেৰে নিথৰ হৈ থকা আৰবটোলৈ উভতি চাই পুনৰ যাবলৈ আৰম্ভ কৰিলে। কেইমিনিটমান সময় তেওঁ ঠাণ্ডা মাটিত নিজৰ ভৰিৰ শব্দ শুনাৰ বাহিৰে একো শব্দ শুনা নাছিল আৰু মূৰো ঘূৰাই চোৱা নাছিল। অলপ সময়ৰ পিছত অৱশ্যে তেওঁ ঘূৰি চাইছিল। আৰবটো তেতিয়াও পাহাৰৰ দাঁতিতে থিয় হৈ আছিল। এতিয়া তাৰ হাত দুখন তললৈ পৰি আছিল আৰু সি শিক্ষকজনলৈকে চাই আছিল। ডাৰুৱে তেওঁৰ ডিঙিত কিবা এটা উথলি উঠা যেন অনুভৱ কৰিছিল। কিন্তু অধৈৰ্য হৈ ডাৰুৱে শপত খালে, অৰ্থহীনভাৱে হাত জোকাৰিলে আৰু পুনৰ যাবলৈ আৰম্ভ কৰিলে। তেওঁ আকৌ এবাৰ বৈ

ঘূৰি চোৱাৰ সময়লৈ ইতিমধ্যে তেওঁ বেছ কিছুদূৰ আগবাঢ়িছিল। পাহাৰখনত তেতিয়া আৰু কোনো নাছিল।

ডাৰুৱে অলপ ইতস্ততঃ কৰিছিল। সূৰ্য এতিয়া আকাশৰ যথেষ্ট ওপৰলৈ উঠিছে আৰু তেওঁৰ তালুখন দহিবলৈ ধৰিছে। শিক্ষকজনে প্ৰথমে অনিশ্চয়তাৰে, কিন্তু তাৰ পিছত বে'ছ দৃঢ়ভাৱে অহা বাটেৰে পুনৰ উভতি খোজ ল'লে। তেওঁ যেতিয়া সৰু পাহাৰখন পালেগৈ, তেতিয়া তেওঁ ঘামেৰে গা-ধোৱাৰ নিচিনা হৈছিল। তেওঁ যিমান পাৰে সিমান খৰকৈ পাহাৰখন বগাইছিল আৰু তাৰ পিছত ওপৰত ৰৈ গেছিল। তেওঁৰ উশাহ বন্ধ হৈ গৈছিল। দক্ষিণৰ শিলৰ পথাৰবিলাক নীলা আকাশখনৰ বিপৰীতে জোঙা জোঙা হৈ ওলাই আছিল, কিন্তু পূবৰ সমতল ভূমিভাগত ইতিমধ্যে গৰম ভাব বাঢ়ি আহিবলৈ আৰম্ভ কৰিছিল আৰু সেই অস্পষ্টতাৰ মাজেৰে ডাৰুৱে গধুৰ অন্তৰেৰে দেখা পালে যে আৰবটো পোতাশালৰ ৰাস্তাটোত লাহে লাহে খোজ দি আগুৱাইছে।

অলপ পিছত শ্ৰেণীকক্ষৰ খিৰিকীৰ সমুখত থিয় হৈ শিক্ষকজনে মালভূমিটোৰ সমগ্ৰ অঞ্চল পৰিষ্কাৰ পোহৰে ঢৌৱাই পেলোৱা চাই আছিল যদিও তেওঁৰ দৃষ্টিত কিন্তু সেইবিলাক নাছিল। তেওঁৰ পিছফালে ব্লেকব'ৰ্ডত অকাই-পকাই যোৱা ফৰাচী নৈকেইখনৰ মাজত তেওঁ এইমাত্ৰ চকমাটিৰে অস্পষ্টভাৱে লিখি থোৱা শব্দকেইটাই ছটফট কৰি আছিল। 'তুমি আমাৰ ভাইক শোধাই দিলা। তাৰ প্ৰতিফল তুমি পাব লাগিব।' ডাৰুৱে আকাশখনলৈ, মালভূমিটো আৰু সুদূৰৰ সাগৰৰ পাৰলৈকে বিস্তৃত হৈ থকা চকুৰে মণিব নোৱাৰা ঠাইবোৰৰ সিপাৰলৈ চাই পঠিয়ালে। এই বিশাল বিস্তৃত প্ৰাকৃতিক দৃশ্যপটত, যিখনক তেওঁ ইমান ভাল পায়, তেওঁ একেবাৰে অকলশৰীয়া আছিল।◆

(**লেখকৰ চমু পৰিচিতি** ঃ এলবাৰ্ট ক্যেমু (১৯১৩-১৯৬০) — ১৯১৩ চনত আলজেৰিয়াত জন্মলাভ কৰা ফৰাচী সাহিত্যিক এলবাৰ্ট ক্যেমু-এ ১৯৫৭ চনত সাহিত্যত নোবেল বঁটা লাভ কৰিছিল। তেওঁ একাধাৰে গল্পকাৰ, ঔপন্যাসিক, নাট্যকাৰ আৰু প্ৰবন্ধকাৰ আছিল। যৌৱনকালটো আলজেৰিয়াতে কটাই পঁচিছ বছৰ বয়সতহে তেওঁ ফ্ৰান্সলৈ আহিছিল। সেয়েহে তেওঁৰ চিন্তাত, কল্পনাত আৰু লিখনীত আলজেৰিয়াৰ অভিজ্ঞতা প্ৰতিফলিত হোৱা দেখা যায়।)

# আগ্নিক

## মূল গল্প ঃ জেক লণ্ডন
## অনুবাদ ঃ ড° দীপশিখা ভাগৱতী

একুৰা জুইৰ দাম বাৰু কিমান হ'ব পাৰে? বৰফ মাথোঁ বৰফ, মৃতদেহৰ দৰে শীতল বিস্তীৰ্ণ বৰফৰ নীৰৱ, নিতাল অভেদ্য অৰণ্যত? হৃদয়, তেজ আৰু নিশ্বাস য'ত পাথৰ হৈ যায়?

...এই যে কিছুমান যাত্ৰা আৰম্ভ হয়। কঠিন, দুৰ্বাৰ যাত্ৰা। শৈত্যতেই যাৰ আৰম্ভণি, শৈত্যতেই শেষ।

ছাঁই ৰঙী, শীতল দোকমোকালি এটাৰে নিশা পোহৰ হৈছিল। পাইনৰ গভীৰ অৰণ্যৰ মাজেৰে, য়ুকনৰ মুখ্য বাটটোৰে মানুহজন ক্ৰমাৎ বৰফাবৃত বিশাল ক্ষেত্ৰখনৰ উচ্চতালৈ উঠি আহিছিল। পুৱা ন বাজিছিল, মেঘহীন বিস্তীৰ্ণ অন্তৰীক্ষত সূৰ্যৰ প্ৰতিশ্ৰুতি নাছিল, কিন্তু মানুহজন ইয়াক লৈ শংকিতও হোৱা নাছিল। কাৰণ, বহুদিন ধৰি তেওঁ সূৰ্যৰ মিঠা, জীৱনদায়িনী উষ্ণ আলোক দেখাই নাছিল। দিনবোৰ, ৰাতিবোৰ আছিল নীৰৱ, নিৰ্জন, শীতল বৰফৰ দুখী চাদৰেৰে ঢকা। যেন কোনো মৃতদেহত বৰ্ণহীন মৰচেওৰা।

তেওঁ পিছলৈ ঘূৰি চালে। সমগ্ৰ য়ুকন প্ৰণালী প্ৰায় তিনি ইঞ্চি ডাঠ বৰফৰ আস্তৰণেৰে আবৃত আছিল। এই কঠিন স্তূপৰ ওপৰত আছিল কোমল বৰফৰ আচ্ছাদন। বগা, ৰংহীন। উত্তৰ আৰু দক্ষিণ— যিমান বিস্তৃতিলৈ তেওঁৰ দৃষ্টি প্ৰসাৰিত হৈছিল, সকলোতে আছিল বৰফ আৰু বৰফ। ধূসৰ দৃষ্টিয়ে মনিব পৰা এডাল আন্ধাৰ, অৰ্ধ বলয় সদৃশ ৰেখা পাইনৰ অৰণ্যৰ মাজেৰে গৈ দূৰ দিগন্তত বিলীন হৈছিলগৈ। এই ৰেখাডাল আছিল গন্তব্যমুখী পথটো, মূল বাটটো। চিলকুট প্ৰণালীৰ পৰা পাঁচশ মাইল দক্ষিণে— ডছন প্ৰণালীলৈ পয়সত্তৰ মাইল উত্তৰে, তথাপিও "নুলাট"ৰ আৰু "ছেইণ্ট মাইকেল" গিৰিপথলৈ আছিল তেতিয়াও হাজাৰ মাইলৰ দূৰত্ব।

কিন্তু এই সমস্ত প্ৰতিকূলতা, দূৰৈৰ অদৃষ্ট ছাঁয়াময় পথ, সূৰ্যহীন ধূসৰ আকাশ, হিমশীতল শৈত্য— একোৱেই মানুহজনক দুৰ্বল কৰিব পৰা নাছিল। ইয়াৰ কাৰণ এয়া নহয় যে মানুহজন এই আৰণ্যক, অদ্ভূত প্ৰতিকূলতাৰ সৈতে

পূৰ্ব পৰিচিত আছিল, বৰঞ্চ তেওঁ আছিল এই হিমশীতল য়ুকন বৰফমালাত তেনেই নতুন। এজন স্বপ্নদ্ৰষ্টা মানুহ, জীৱনৰ সকলো ক্ষেত্ৰতেই সপোন সাকাৰ কৰিবলৈ যুঁজি যুঁজি জীয়াই থাকিব খোজা এজন সংগ্ৰামী যোদ্ধা। শূন্যতকৈ পঞ্চাছ ডিগ্ৰী নিম্ন উষ্ণতাৰ অৰ্থ আশী ডিগ্ৰী বৰফ। এই হাড় কঁপোৱা, মৃত্যুসম শীতলতাৰ অৰ্থ তেওঁ ভালদৰেই অনুভৱ কৰিছিল, কিন্তু মনৰ অৱচেতন গহ্বৰত থকা এক স্পৃহাই তেওঁক বাৰে বাৰে সেই প্ৰতিকূলতাৰ সমুখত হাৰ নামানিবলৈ উদ্বুদ্ধ কৰিছিল যে মানুহৰ জীয়াই থকাৰ শক্তিশালী স্পৃহা আৰু সামৰ্থ, প্ৰকৃতিৰ উত্তাপ আৰু শীতলতাৰ সত্য পৰিধিৰ দৰে সমানেই দৃঢ়মূল। মানুহৰ অমোঘ শক্তিৰ ওপৰত থকা সেই দৃঢ়তাৰ বাবেই কোনো ঋণাত্মক চিন্তাই তেওঁক সহজে গ্ৰাস কৰিব পৰা নাছিল।

প্ৰচণ্ড তুষাৰপাত আৰু হাড়কঁপোৱা জাৰৰ পৰা নিজকে ৰক্ষা কৰিবলৈ তেওঁ সমস্ত শৰীৰ জুৰি ডাঠ গৰম কাপোৰ আৰু ভৰি হাতত উমাল মোজা পৰিধান কৰিছিল। তাৰ পৰা আগুৱাই যাবলৈ উদ্যত হৈ তেওঁ মুখৰ পৰা অলপ পানী পৰীক্ষামূলকভাৱে ওপৰলৈ ফুৰাই দিলে। পৰম আশ্চৰ্যৰে তেওঁক ওপচাই সেই পানীৰ টোপালবোৰ মাটিত পৰাৰ আগতেই, শূন্যতেই বৰফৰ টুকুৰাত পৰিণত হ'ল আৰু টুকুৰা টুকুৰ হৈ ভাঙি পৰিল। সমগ্ৰ য়ুকন ক্ষেত্ৰ নিঃসন্দেহেই শূন্যতকৈও পঞ্চাছ ডিগ্ৰী নিম্নতম তাপমানত বুৰ গৈ আছিল, য'ত জীৱনৰ অস্তিত্ব ৰক্ষা কৰাটো আছিল এখন বিশাল, অতি কষ্টকৰ যুদ্ধ। এই মহাশৈত্যই প্ৰকৃততে কিমান শীতৰ সৃষ্টি কৰিব পাৰে তাক অনুমান কৰাৰ সামৰ্থ তেওঁৰ নাছিল, আচলতে ই আছিল সকলো মানুহৰ পক্ষেই প্ৰায় অসম্ভৱ। কিন্তু মানৱ জীৱনৰ সহজ, ভেদ্য অৰ্থ বা পৰজনমৰ স্বৰ্গমোহে তেওঁক কাহানিও প্ৰলুব্ধ কৰা নাছিল। তেওঁ মাথোন সংগ্ৰাম আৰু ইয়াৰ নিৰ্মোহ সত্যৰ ওপৰত বিশ্বাসী আছিল।

হেন্ডাৰছন প্ৰণালীত থকা পুৰণি খনিটোৰ সমতললৈ যাবলৈ তেওঁ বাট পোনালে, য'ত আগৰে পৰা তেওঁৰ সহকৰ্মী, চিনাকি ল'ৰাহঁত আছিল। তেওঁলোকে ইণ্ডিয়ান ক্ৰীক কান্ট্ৰি পাৰ হৈ অৰণ্য, সুউচ্চ জলধি আৰু পাহাৰৰ মাজে মাজে বহু কষ্টকৰ পথ অতিক্ৰম কৰি সেই হেন্ডাৰছন প্ৰণালীলৈ আহিছিল। তেওঁ য়ুকন হিমাঞ্চলৰ তলত থকা, গলিত বৰফৰ পানীৰে সৃষ্টি হোৱা ঠেক নদীখন পৰ্যবেক্ষণ কৰিলে, য'ত বহুতো কাঠৰ টুকুৰা উটি অহাৰ সম্ভাৱনা আছিল, যাৰে একুৰা জুইৰ সৃষ্টি হোৱাৰ কথা আছিল। তেওঁ এটা

হিচাপ কৰিলে। হয়তো সেইদিনা সন্ধ্যা ঠিক ছয়মান বজাত তেওঁ হেল্ডাৰছন প্ৰণালী পাবগৈ, হয়তো আন্ধাৰ আৰু গাঢ় হ'ব, কিন্তু সুহৃদ ল'ৰাহঁতে যিকুৰা জুই জ্বলোৱাৰ প্ৰবল সম্ভাৱনা আছে, তাৰ কাল্পনিক উত্তাপ আৰু এসাজ ধূমায়িত নৈশ আহাৰৰ উমাল ফেণ্টাচীয়ে তেওঁৰ মন পোহৰাই তুলিলে। গৰম কোটচোলাটোৰ জেপত ৰুমালেৰে মেৰিয়াই সুমুৱাই থোৱা মিটব্ৰেডৰ টুকুৰাকেইটা হেঁপাহেৰে উলিয়াই চাব খুজিও তেওঁ দুখ মনেৰে সামৰি থ'লে। কাৰণ বাহিৰলৈ উলিয়াই অনা মাত্ৰকেই ই পলকতে বৰফলৈ ৰূপান্তৰিত হ'ল, মাইডাচৰ অভিশপ্ত স্বৰ্ণ স্পৰ্শৰ দৰে!

আঃ জুই! একুৰা জুই!

মানুহজনে ধঁপাত চোবাই আছিল, কিন্তু ৰসখিনি পেলাব পৰা নাছিল। হালধীয়া, ক্ষীণ ধাৰা এটা তেওঁৰ মুখৰ পৰা বাহিৰলৈ ক্ষুৰৰ দৰে ওলমি আছিল। ওখ ওখ পাইনৰ গভীৰ অৰণ্যত ছাঁত তেওঁ ধীৰে ধীৰে ডুবি গ'ল। পথ সুগম মুঠেও নাছিল। বৰফৰ সুগভীৰ আস্তৰণে সমগ্ৰ যুকন উপত্যকা গ্ৰাস কৰিছিল। মোজা পিন্ধা হাত দুখনেৰে তেওঁ বাৰে বাৰে মুখত পৰি থকা বৰফৰ কঠিন টুকুৰাবোৰ আঁতৰোৱাৰ চেষ্টা কৰিছিল। মুখৰ ঘন দাড়িকোছাইও তেওঁক শীতৰ সেই নিৰ্মম আক্ৰমণৰ পৰা ৰক্ষা কৰিব পৰা নাছিল। কেইবামাইল জোৰা ডাঠ বননিৰ মাজেৰে তেওঁলোকৰ যাত্ৰা অবিৰতভাৱে চলি থাকিল। তাৰ পিছত তেওঁ সৰু সুঁতি এটাৰ বৰফাবৃত পাৰলৈ নামি গ'ল। ই আছিল হেল্ডাৰছন প্ৰণালী আৰু তেওঁ জানিছিল যে ই স্থললৈ গৈ দুভাগত বিভক্ত হৈছে, সেয়া বৰ্তমান তেওঁ থকা ঠাইৰ পৰা দহ মাইল দূৰত্বত অৱস্থিত। দহ বাজিছিল। ঘণ্টাত প্ৰায় চাৰি মাইলকৈ খোজকাঢ়ি তেওঁলোক আগবাঢ়ি গৈ থাকিল, একুৰা জুই, এসাঁজ আহাৰ, অলপ উষ্ণতাৰ আলিংগন বিচাৰি। তেওঁ এটা অংক কৰিলে, যে এই গতিৰে গৈ থাকিলে তেওঁ চাৰে বাৰ বজাত, অৰ্থাৎ মধ্যাহ্নৰ আহাৰৰ সময়তেই সেই স্থান পাবগৈ। অবিৰাম তুষাৰপাতত তেওঁৰ শৰীৰ লাহে লাহে অৱশ হৈ আহিছিল, কিন্তু পিছ মুহূৰ্ততে জীয়াই থকাৰ শক্তিশালী গতিশীলতাই তেওঁৰ স্পৃহাক জাগ্ৰত কৰি তুলিছিল।

মানুহজনৰ পদাংক অনুসৰণ কৰি তেওঁৰ পিছে পিছে আহি আছিল তেওঁৰ বিশ্বাসী এটা প্ৰকাণ্ড দেশী কুকুৰ। ই আছিল সন্ধিয়াৰ কোমল পোহৰৰ দৰে ছাঁইৰঙী নোমেৰে আবৰা, এটা কুকুৰনেছীয়া বাঘৰ দৰেই ক্ষিপ্ৰ আৰু তেজাল। প্ৰচণ্ড শীতত অমাত জীৱটোৱেও ভয় খাইছিল। নেজডাল তললৈ পেলাই

ই তেওঁৰ পিছে পিছে গৈ আছিল। গোট মাৰি যোৱা সুঁতিটোৰে তেওঁ খোজ ল'লে। শ্লেজ গাড়ী চলাৰ পুৰণি চিহ্নবোৰ তেতিয়াও ধূসৰকৈ মনিব পৰা হৈ আছিল, যাৰ অৰ্থ এয়াই যে যোৱা এমাহ জুৰি সেই বাটেৰে কোনোৰেই যাতায়ত কৰা নাছিল। মানুহজন বৰ বেছি গভীৰ চিন্তাশীল ব্যক্তি নাছিল। সেই মূৰ্হূতত দুপৰীয়াৰ আহাৰ আৰু সুঁতিটো বিভক্ত হোৱা চিহ্নই দিক্‌বিন্যাসিত কৰা গন্তব্যস্থান, ছয় বজাত পাবলগীয়া শিবিৰটো আৰু তাত থকা ল'ৰাহঁতৰ সান্নিধ্যৰ মধুৰ স্বপ্নৰ বাহিৰে আন কোনো চিন্তাই তেওঁৰ মনলৈ অহাই নাছিল, কথা পাতিবলৈ কোনো নাছিল, কথা পতাও সম্ভৱ নাছিল, সেই ধূ ধূ শূন্যতা আৰু নীৰৱতাৰ মাজত শীতৰ ভয়ংকৰ প্ৰবাহৰ কথাই বাৰে বাৰে তেওঁৰ মনলৈ আহি আছিল। চকু, নাক, মুখত নিৰৱচ্ছিন্নভাৱে সৰি পৰা বৰফৰ গুৰিবোৰ আঁতৰাই আঁতৰাই তেওঁ ভাগৰি পৰিছিল, কিয়নো এক মুহূৰ্ত ৰ'লেই মুখখন পুনৰ বৰফেৰে ভৰি পৰে। কিয়নো এখন নসিকা আৱৰণ নানিলে, তাকে ভাবি তেওঁ দুঃখীও হৈছিল। ছেলছিয়াছৰ হিচাপো যেন যুকন প্ৰণালীৰ সেই ভয়ংকৰ শীতলতাক জুখিব পৰাকৈ নিখুঁতভাৱে শক্তিশালী নাছিল। গৰাকীক অনুসৰণ কৰি ই যাবলৈ ধৰিলে। সিও একুৰা জুই বিচাৰিছিল, অগ্নিসম্ভূত জীৱনদায়িনী উত্তাপেৰে ই জীয়াই থাকিব বিচাৰিছিল, নহ'লে হয়তো সি তাৰ স্বভাৱজাত প্ৰবৃত্তিৰে বৰফত গাত খান্দি, তাৰ তলত সোমাই নিজকে উষ্ণ কৰাৰ চেষ্টা কৰিলেহেঁতেন। তাৰ শৰীৰৰ কোমল নোমবোৰত বৰফৰ গুৰিবোৰ মগ্ন হৈ লাগি ধৰিছিল।

নিৰ্জনতা যেতিয়া সৰ্বগ্ৰাসী হয়, মানুহৰ মনে হয়তো সকলো পৰিস্থিতি বেছি সূক্ষ্মভাৱে পৰ্যবেক্ষণ কৰিব পাৰে। তেওঁ প্ৰণালীটোৰ ভাঁজবোৰ আৰু একে-বেঁকাবোৰ লক্ষ্য কৰিলে, আৰু লগতে নিজৰ ভৰিৰ অৱস্থান। এনেদৰেই এটা ভাঁজত ভৰি দি তেওঁ হঠাৎ ভয়খোৱা বনৰীয়া ঘোঁৰা এটাৰ দৰে জাঁপ মাৰি, প্ৰণালীটোৰ বহু পিছলৈ আঁতৰি গ'ল। এয়া আছিল এক পাহাৰসম্ভূত, বিপদসংকুল বনৰীয়া জলাধাৰ। তেওঁ জানিছিল যে সেই প্ৰণালীটো তললৈ বৰফত পোত গৈ আছে, কিন্তু এইটোও জানিছিল যে বৰফৰ ডাঠ আস্তৰণৰ তলেৰে তাত সেই পাহাৰীয়া জলস্ৰোত বৈ থাকিবও পাৰে, ই কিমান গভীৰ, তাক জনাটোও সম্ভৱ নহয়, ই তিনি ইঞ্চি দও হ'ব পাৰে, তিনি ফুটো হ'ব পাৰে। কেতিয়াবা উপৰিভাগৰ বৰফৰ আচ্ছাদন আধা ইঞ্চি ডাঠ হ'ব পাৰে। কেতিয়াবা ক্ষীণ বৰফ আৰু পানী দুয়োটাই থাকিব পাৰে আৰু কোনো মানুহৰ

ভৰি যদি তাত সোমাই যায়, তেওঁ অতিকৈ জুৰুলি-জুপুৰি হৈ পৰাটো নিশ্চিত।

সেইবাবেই তেওঁ অতি ক্ষিপ্ৰভাৱে জাঁপ মাৰি আঁতৰি আহিল। বৰফৰ ছালৰ তলত হিমস্তুপ ভঙাৰ কোলাহল তেওঁ শুনিবলৈ পাইছিল আৰু এইহেন শীতলতাত ভৰিহাল তিতি যোৱা মানেই বিপদ আৰু পলম হোৱা, ভৰিৰ মোজা আৰু পাতল চামৰাৰ জোতাটোৰ নুশুকোৱালৈকে তেওঁ ৰৈ থাকিবই লাগিব, কিয়নো এইসমূহৰ সুৰক্ষাকৱচ অবিহনে সেই ঠাইত খোজকঢ়া অতিকৈ অসম্ভৱ।

ভালদৰে থিয় হৈ তেওঁ প্ৰণালীৰ তলচোৱা আৰু পাৰসমূহ নিৰীক্ষণ কৰিলে, সিদ্ধান্ত ল'লে যে প্ৰবাহমান জুৰিৰ পানীৰ ধাৰ সোঁফালৰ পৰাই আহিছে। নাক-মুখৰ বৰফ মচি তেওঁ বাঁওহাতলৈ বাট পোনালে। বিপদটোৰ পৰা হাত সাৰি এইবাৰ তেওঁ চাৰি মাইল বেগেৰে খোজ কাঢ়িবলৈ আৰম্ভ কৰিলে।

পিছৰ দুঘণ্টাত তেওঁ এনে বহু বিপদৰ মুখামুখি হ'ল। সাধাৰণতে যিকোনো জলাশয়ৰ উপৰিভাগৰ বৰফৰ বহিঃৰূপ ডুবন্ত যেন হয়। যাহওক, তেওঁ পুনৰ এবাৰ বৰফৰ মাজত বাগৰি পৰাৰ উপক্ৰম হৈছিল, এবাৰ বিপদৰ উমান পাই তেওঁ সংগী কুকুৰটোকে প্ৰথমে আগুৱাই দিছিল। ই যাবলৈ ইচ্ছা কৰা নাছিল, যেতিয়ালৈকে গৰাকীয়ে তাক হেঁচুকি আগুৱাই পঠোৱা নাছিল। তাৰ পাছত ই ক্ষিপ্ৰতাৰে অক্ষত উপৰিভাগেৰে পাৰ হৈ গৈছিল। হঠাতে ই বৰফৰ মাজত বাগৰি পৰিছিল, কিন্তু তৎক্ষাৎ উঠি থিয় হৈছিল। ইয়াৰ ভৰি কেইখন বৰফৰ পানীয়ে তিয়াই পেলাইছিল, কিন্তু মুহূৰ্ততেই সেই পানী বৰফ হৈ গৈছিল। দাঁতেৰে কামুৰি কুকুৰটোৱে ভৰিৰ পৰা সেই টুকুৰাবোৰ এৰুৱাবলৈ ধৰিলে, ই জনা নাছিল যে টুকুৰাবোৰ লাগি থকা মানেই জঠৰ ভৰি, ই মাত্ৰ অন্তৰৰ গভীৰৰ পৰা অহা এক নিৰ্দেশহে পালন কৰিছিল।

কিন্তু মানুহজনক অভিজ্ঞতাই এই তত্ত্ববোৰ শিকাইছিল। সোঁহাতৰ মোজাযোৰ খুলি, তললৈ দোঁ খাই তেওঁ কুকুৰটোক বৰফৰ টুকুৰাবোৰ আঁতৰোৱাত সহায় কৰিবলৈ ধৰিলে। আঙুলিবোৰ আধা মিনিটো উন্মুক্ত হৈ থকা নাছিল, কিন্তু সেই নগণ্য সময়তেই তাত তেওঁ মৰণসম শীতৰ জঠৰতাক অনুভৱ কৰিছিল। ততাতৈয়াকৈ মোজাপাত পিন্ধি তেওঁ ৰক্তসঞ্চালন কিছু তীব্ৰ কৰিবলৈ বুকুৰ বিপৰীতে হাতখন জোকাৰিবলৈ আৰম্ভ কৰিলে।

বাৰ বাজিছিল। দিনটো অতি উজ্জ্বল হৈ পৰিছিল, কিন্তু আকাশত সূৰ্য

দৃশ্যমান নাছিল। চাৰে বাৰ বজাত প্ৰণালীটোৰ বিভাজকত উপস্থিত হৈ, নিজৰ খোজকঢ়াৰ গতিত তেওঁ নিজেই সুখী হ'ল। এনেকৈ হ'লে সন্ধ্যা ছয় বজাত তেওঁ ল'ৰাহঁতক নিশ্চয়কৈ লগ পাব পাৰিব।

জেকেটটোৰ বুটামকেইটা খুলি, হাতমোজাযোৰ কিছু সময়ৰ বাবে সোলোকাই তেওঁ খাদ্যৰ বাকচটো উলিয়ালে, সেই মুহূৰ্তৰ সময়তেই নিঃসাৰতাই তেওঁৰ দুভৰিৰ মাজত চেপি ধৰা আঙুলিবোৰ জঠৰ কৰি পেলোৱাৰ উপক্ৰম কৰিলে। খাদ্য এগৰাহ মুখত দিবলৈ গৈও বৰফাবৃত মুখমণ্ডলৰ বাবে তেওঁ বিফল হ'ল।

জুই একুৰা নজ্বলাই, নিজকে উষ্ণ কৰি নোলোৱা নিজৰ মূৰ্খামিত মানুহজনে নিজেই হাঁহিলে। জঠৰতাৰ অনুভূতি ভৰিৰ আঙুলিৰ পৰা দেহৰ আন ঠাইলৈ বিয়পি পৰিছিল, এই তীব্ৰতাত তেওঁ শংকিত হৈছিল। লৰালৰিকৈ হাতমোজাযোৰ পিন্ধি তেওঁ চালফাৰ প্ৰণালীত লগ পোৱা মানুহজনে কোৱা কথাখিনিৰ সত্যতা অনুভৱ কৰিলে, যে সময়ে সময়ে দেশখনত কি ভয়ানক শীতপ্ৰবাহৰ সৃষ্টি হয়হু যে মানুহে কেতিয়াও কোনো কথাক লৈ অতি বেছি নিশ্চিন্ত হৈ থাকিব নালাগে। জোপোহাবোৰৰ মাজত, উচ্চ জলাধাৰে এৰি যোৱা কিছু লাগনি খৰিৰ টুকুৰাৰে স্তুপ এটা কৰি তেওঁ দিয়াচলাই দুটামান লৈ একুৰা জুই জ্বলালে আৰু হাউলি প্ৰথমে মুখ ঢাকি ৰখা বৰফৰ টুকুৰাবোৰ গলাই ল'লে। জুইৰ উত্তাপ লৈ তেওঁ খাদ্যখিনি খালে, শূন্য হৈ যোৱা ধঁপাতৰ নলীডাল পুনৰ পূৰ্ণ কৰি আৰামদায়কভাৱে অলপ তাৰ আমেজ ল'লে, শীতৰ প্ৰবাহ কিছু সময়ৰ বাবে আঁতৰি গ'ল। কুকুৰটোৱেও নিৰাপদ দূৰত্বত বহি নিজকে উষ্ণ কৰাৰ সুখ ল'লে। এইবাৰ মোজাযোৰ পিন্ধি তেওঁ পুনৰ প্ৰণালীটোৰ বাটেৰে বাঁওহাতলৈ যাত্ৰা আৰম্ভ কৰিলে।

কুকুৰটোৱে জুইকুৰাৰ সুখ এৰি যাবলৈ মন কৰা নাছিল, কিয়নো যদিওবা মানুহজনৰ বাবে এই অভিজ্ঞতা নতুন আছিল, কুকুৰটোৱে বা ইয়াৰ সমস্ত পূৰ্ব পুৰুষে এই ভয়ংকৰ শীতৰ কথা ভালদৰেই জানিছিল, জানিছিল যে এই পৰিস্থিতিত খোজকঢ়াটো মুঠেই সুচল নহয়। দৰাচলতে মানুহজন আৰু তাৰ মাজত কোনো আত্মিক সম্পৰ্ক নাছিল, কোনো কাৰো বিশেষ শুভ চিন্তক নাছিল আৰু ইজনে সিজনৰ ভৃত্যৰ দৰেহে আছিল। অনিচ্ছাসত্বেও ই মানুহজনৰ সুঁহুৰি আৰু শব্দৰ চাবুকৰ জোৰত তেওঁৰ ভৰিৰ পিছে পিছে খোজ ল'বলৈ ধৰিলে।

মুখত আৰু বেছি ধঁপাত সুমুৱাই তেওঁ গৈ থাকিল আৰু চাৰিওফালে

চাই গম পালে যে হেন্ডাৰছন প্ৰণালীৰ বাঁওফাললৈ বৰফৰ আৱৰণৰ তলত বহু বেছি সংখ্যক জলাশয় আছে। আধাঘণ্টালৈকে এনে কোনো জলাশয় দৃষ্টিগোচৰ নহ'ল আৰু ঠিক তেনেতে মনিব নোৱাৰা, বাম পানীৰ আধাৰ এটাত সোমাই তেওঁ আঁঠুলৈকে তিতি গ'ল। চিঞৰি চিঞৰি তেওঁ নিজৰ ভাগ্যকেই শাওপাত দিলে। কিয়নো এতিয়া তেওঁ ছয় বজাত পাবলগীয়া গন্তব্যস্থানৰ সময় এঘণ্টা পিছুৱাই যাব, আকৌ একুৰা জুই জ্বলাই জোতা মোজা নুশুকুওৱাকৈ তাৰ পৰা যোৱা মুঠেই সম্ভৱ নহয়।

ওচৰৰ জলাশয়ৰ পাৰলৈ নামি গৈ তেওঁ যোৱা বছৰৰ প্ৰবল স্ৰোতে এৰি থৈ যোৱা পাইনৰ বিভিন্ন আকাৰৰ খৰিবোৰ গোটাই আনি একুৰা জুই ধৰিলে। অগ্নিৰ শিশু শিখাবোৰক ডাঙৰ আকৃতিৰ খৰিৰ আহাৰেৰে তেওঁ সুঠাম কৰি তুলিলে। শূন্যতকৈ পয়সত্তৰ ডিগ্ৰী নিম্ন উষ্ণতাত এজন মানুহে একুৰা জুই জ্বলোৱাৰ প্ৰথম প্ৰচেষ্টাতেই সফল হোৱাৰ বাহিৰে গত্যন্তৰ নাই, বিশেষকৈ যেতিয়া ভৰিহাল সিক্ত হৈ থাকে। যদি ভৰিহাল শুকান হৈ থাকে, তেনেহ'লে জুইকুৰা প্ৰথমবাৰতেই জ্বলাব নোৱাৰিলেও প্ৰণালীৰ বাটটোৰে আধা মাইল দৌৰি দৌৰিও শৰীৰলৈ কিছু উষ্ণতা আনিব পৰা যাব, কিন্তু তিতি থকা ভৰিৰ গোট মাৰি যোৱা তেজেৰে সেই কথা তেনেই অসম্ভৱ। দৌৰিব বিচাৰিলেও সিক্ত ভৰিহাল আৰু বেছিহে কঠিন হৈ পৰিব। তেনে সময়তে তেওঁৰ মনত পৰিল চালফাৰ প্ৰণালীত লগ পোৱা সেই বৃদ্ধ ব্যক্তিজনৰ কথা, যিটো এই মৰণসম শৈত্যৰ বিষয়ে তেওঁক আগতেই অৱগত কৰিছিল। ঘণ্টাত চাৰি মাইলকৈ কৰা গতিয়ে তেওঁৰ হৃদয়ক সমগ্ৰ শৰীৰলৈ ৰক্ত সঞ্চালন কৰাত সহায় কৰিছিল, কিন্তু পলক মাত্ৰৰ জিৰণিয়ে হৃদস্পন্দন নিম্নগামী কৰি তুলিছিল। শীতৰ ধ্বংসাত্মক শক্তি তেওঁ এতিয়া বাৰুকৈয়ে অনুভৱ কৰিছিল। তেজবোৰ উজাই আহিছিল, সাৰে আছিল কুকুৰটোৰ দৰেই। কুকুৰটোৰ দৰেই ই জাৰৰ পৰা নিজকে লুকুৱাব বিচাৰিছিল, ইতিমধ্যেই নাক-মুখ মৃতদেহৰ দৰে জঠৰ হৈ পৰিছিল আৰু ছালখন ৰক্তহীনৰ দৰে শীতল হৈ পৰিছিল।

কিন্তু তেওঁ সুৰক্ষিত আছিল। জুইকুৰা দপদপাই জ্বলি থকাৰ বাবে তেওঁৰ ভৰিৰ আঙুলি আৰু নাক-মুখ সামান্যকৈ শীতল হৈ আছিল, তিতি থকা জোতা-মোজাবোৰ খুলি শুকুৱাব পাৰিছিল আৰু সেই উত্তাপে ভৰিহালো গৰম কৰি ৰাখিছিল। জুইকুৰা সফল হৈছিল, তেওঁ সুৰক্ষিত আছিল।

ঠিক তেতিয়াই চালফাৰ প্ৰণালীৰ সেই বৃদ্ধজনৰ কথা মনত পৰি তেওঁৰ

হাঁহি উঠিল, যিয়ে কৈছিল যে শূন্যতকৈ পঞ্চাছ ডিগ্ৰী কম উষ্ণতাত সেই দেশত কোনোৱেই অকলে যাত্ৰা কৰা উচিত নহয়, কিন্তু তেওঁ অকলেই আহিল আৰু জীয়াইও থাকিল, যদিও আশ্চৰ্যকৰভাৱে তেওঁৰ মুখমণ্ডল আৰু নাক গোট মাৰি আহিছিল। সেই বৃদ্ধসকল ছাগে কিছু মহিলাসুলভ আছিল, তেওঁ ভাবিলে। তেওঁৰ উন্মুক্ত হাতৰ আঙুলিবোৰ যেন শিল হৈ আহিছিল। কিছু আঁতৰৰ খৰিকেইডাল বুটলি আনিবলৈও তেওঁ আঙুলিবোৰ লৰচৰ কৰিব পৰা নাছিল। যি গুৰুত্বপূৰ্ণ আছিল, সেয়া হ'ল একুৰা জুই আৰু ইয়াৰ নৃত্যৰত শিখাবোৰত থকা জীৱনৰ প্ৰতিশ্ৰুতি। মোজাযোৰ ভৰিত নিকপকপীয়াকৈ আঁত খাই ধৰিছিল, চুৰি এখনেৰে কাটি তাক খুলিবলৈ লওঁতেই তেওঁ তেওঁৰ চৰম মূৰ্খামি অনুভৱ কৰিলে, যে জুইকুৰাৰ স্থান এজোপা গছৰ তলত হ'ব নালাগিছিল। গছজোপাত ভৰ হৈ ওলমি থকা বৰফৰ টুকুৰাবোৰে বহুদিন ধৰি বতাহৰ দোলনাত খেলিবলৈ পোৱা নাছিল, সামান্য জোকাৰণিতেই ইয়াৰ হিমমগ্ন ডাল এটা সৰি পৰি জুইকুৰা নুমুৱাই পেলালে।

নিজৰ মৃত্যুৰ আদেশহে যেন শুনিলে তেওঁ। চালফাৰ প্ৰণালীৰ সেই বৃদ্ধৰ কথা সত্য যেন লাগিবলৈ ধৰিলে। বেছি চিন্তা-চৰ্চা নকৰি এইবাৰ এটুকুৰা মুকলি ঠাইত তেওঁ পুনৰ জুইকুৰাৰ আয়োজনত ব্যস্ত হৈ পৰিল। জঠৰ হৈ পৰা হাতেৰেই খৰিবোৰ গোটোৱাৰ আপ্ৰাণ চেষ্টা চলিল, হাতবোৰ গোট মাৰি যোৱাৰ বাবে দাঁতেৰেই হাতমোজাযোৰ ওপৰলৈ টানি তেওঁ বাহু দুটা জোকাৰিবলৈ আৰম্ভ কৰিলে। সকলো সময়তেই তেওঁৰ দৃষ্টিয়ে প্ৰকৃতিৰ আচ্ছাদনৰ তলত উমাল হৈ থকা জীৱটোলৈ ঈৰ্ষাৰ দৃষ্টিৰে চাই থাকিল।

শৰীৰৰ অংগ প্ৰত্যংগ ইমানেই জঠৰ হৈ পৰিছিল যে আত্মাৰ সমস্ত শক্তি সঞ্চিত কৰিও তেওঁ জুইকুৰা পুনৰ জ্বলাবলৈ হাতৰ আঙুলিবোৰ গোট খুৱাব নোৱাৰিলে। বিছবাৰ চেষ্টা কৰাৰ অন্তত দাঁত আৰু ভৰিৰ সহায়ত কোনোমতে জুইশলা কাঠি এটা জ্বলাবলৈ সমৰ্থ হ'ল, কিন্তু তাৰ পোৱা গোন্ধ নাকেৰে উজাই গৈ তেওঁ কাহি উঠিল আৰু জুইশলাডাল বৰফত সৰি পৰি নিৰ্বাপিত হৈ গ'ল।

চালফাৰ প্ৰণালীৰ বৃদ্ধজন সত্য। তেওঁ অকলে আহিব নালাগিছিল। দুবাহুৰ সমস্ত শকতিৰে মানুহজনে এইবাৰ সত্তৰটা জুইশলা বাঁহ একেলগে জ্বলাই দিলে। লেলিহান শিখাৰে একুৰা জুই দাওদাওকৈ জ্বলি উঠিল। নিজৰ হাতখনৰ পোৰা গোন্ধ তেওঁৰ নাকত লাগিল, হাত দুখনেই অগ্নিৰ সিংহভাগ শুহি লৈছিল।

নুমুৰাব খোজা জুইকুৰাত আলফুলে সেউজীয়া ঘাঁহ জাপি তেওঁ ইয়াক জীয়াই ৰাখিব খুজিলে, কাৰণ ই জীৱনৰ স্পন্দন, ই নুমাব নালাগিব।

তেজৰ সোঁতে শৰীৰৰ উপৰিভাগক বিদায় জনাইছিল, ঠৰঠৰাই কঁপিবলৈ আৰম্ভ কৰিছিল তেওঁ। কঁপি থকা দুৰ্বল দেহাৰেই জুইকুৰা যেনেতেনে জ্বলাই ৰখাৰ আপ্ৰাণ চেষ্টাত তেওঁ ব্ৰতী হ'ল। অগ্নিৰ ধ্বংসাৱশেষত নিশ্চিন্তমনে শুই থকা কুকুৰটোলৈ চাই, বহুদিন আগতে শুনা কাহিনী এটা মনত পৰি তেওঁৰ মনত এটা বন্য জিঘাংসাৰে ভৰা চিন্তাই ভৰ কৰিলে যে কেনেকৈ এবাৰ ধুমুহাত দিক্‌বিদিক হেৰুওৱা মানুহ এজনে জন্তু এটাক হত্যা কৰি ইয়াৰ দেহগহ্বৰত সোমাই নিজকে ৰক্ষা কৰিছিল।

তেওঁ কুকুৰটোক মাত দিলে, কিন্তু সেই আহ্বানত এনে এক অদ্ভুত সুৰ আছিল যে ই এক বিপদৰ আগজাননী অনুমান কৰিব পাৰিছিল। অসাৰপ্ৰায় শৰীৰেৰে তেওঁ আত্মদেহৰ অংগ-প্ৰত্যংগৰ চলাচলেই অনুভৱ কৰিব পৰা নাছিল। আঁতুৰাই অহা গৰাকীৰ অস্বাভাৱিক আচৰণ দেখি কুকুৰটো পিছুৱাই গ'ল।

যেতিয়া তেওঁ কিছু স্বাভাৱিক সুৰেৰে তাক আহিবলৈ আদেশ দিলে, ই আগুৱাই আহিল। অসাৰ শৰীৰে তাক গবা মাৰি ধৰিবলৈ অনুমতি নিদিলে, কিন্তু এক অজান জিঘাংসাৰে তেওঁ তাক হেঁচা মাৰি ধৰিলে, তাৰ চটফটনিক আওকান কৰি। তেওঁ অনুভৱ কৰিলে যে তেওঁ তাক হত্যা কৰিব নোৱাৰে, জঠৰ হাতেৰে তেওঁ তাৰ জীৱন ল'বলৈ চুৰিখনো উঠাই ল'ব নোৱাৰে। আৰ্তনাদ কৰি থকা কুকুৰটোক উন্মুক্ত কৰি দিলে তেওঁ। জঁপিয়াই, প্ৰাণৰ মমতাত ই চল্লিছ ফুট দূৰলৈ আঁতৰি গ'ল।

মানুহজনৰ হৃদয় তেতিয়াও স্পন্দিত হৈ আছিল, কিন্তু বাহু দুটা পক্ষাঘাতগ্ৰস্তৰ দৰে হৈ পৰিছিল। দুচকুৰে বাৰে বাৰে চাই তেওঁ ভাবিছিল, হাত দুখন তেতিয়াও তেওঁৰ অসাৰপ্ৰায় বাহুত সংলগ্ন হৈ আছেনেহ্নু

মৃত্যুভয়ে তেওঁক গ্ৰাস কৰিবলৈ আৰম্ভ কৰিছিল। তেওঁ উপলব্ধি কৰিলে, যে জীৱন আৰু মৃত্যুৰ সীমাৰেখা য'ত চুটি গৈ আহিবলৈ ধৰিছে, তাত আৰু অসাৰ অংগ-প্ৰত্যংগ চিন্তাৰ বিষয় নহয়। জীয়াই থকাৰ হেঁপাহত, হৃদয়ৰ স্পন্দনক জাগ্ৰত কৰি ৰাখিবলৈ দৌৰি থকাৰ বাহিৰে আৰু আন উপায় নাই। মৃত্যু ভয়ত দিক্‌বিদিক হেৰুৱাই তেওঁ দৌৰিবলৈ আৰম্ভ কৰিলে, যিমান দেৰি তেওঁ দৌৰি থাকিব, দেহৰ ৰক্তসঞ্চালনো চলি থাকিব, ৰৈ গ'লেই সেই মৰণসম

শৈত্যই পলকতে জঠৰ কৰি পেলাব দেহ আৰু তাৰ ভিতৰৰ তেজৰ স্ৰোত। কুকুৰটোৱেও তেওঁক অনুসৰণ কৰি দৌৰিবলৈ ধৰিলে। এবাৰ তেওঁ ভাবিলে যে মুখ, নাক বা আঙুলি কেইবাটাও হেৰুৱাই হ'লেও তেওঁ ছাগৈ শিবিৰৰ ল'ৰাহঁতক লগ পাবগৈ পাৰিব, ল'ৰাহঁতে তেওঁৰ যতন ল'ব, সমান্তৰালকৈ এই চিন্তায়ো অন্তৰ দহি আনিলে যে এই ভয়ংকৰ শীত আৰু বহু বহু মাইলৰ দূৰত্বই তেওঁক আৰু সেই গন্তব্যস্থলী পাবলৈ নিদিব। শক্তিশালী অভিযাত্ৰীজনে এই চিন্তাক পাছলৈ থৈ দৌৰি থাকিল। পৰম আশ্চৰ্যৰে তেওঁ ভাবিলে, "এই অনুভূতিহীন, জঠৰ ভৰিহালেৰে মই দৌৰিছোঁ কেনেকৈহু" বহুবাৰ তেওঁ বৰফৰ মৃত্যু শয্যাত বাগৰি পৰিল, মৰচেওৰাৰ স্পৰ্শই যেন জীৱনৰ শিখা নুমুৱাব ধৰিলে, কিন্তু তেওঁ জানিছিল যে বৈ যোৱা মানেই মৃত্যুহু

অলপ জিৰণি ল'বলৈ বহি তেওঁৰ কিছু উষ্ণতাৰ অনুভৱ হ'ল, কিন্তু শৰীৰৰ উপৰিভাগ প্ৰায় প্ৰাণহীন হৈ পৰিছিল। সমুখৰ উষ্ণদেহী কুকুৰটোৰ আৰামদায়ক ভংগীমাই তেওঁক ক্ৰোধিত কৰি তুলিছিল। শীতৰ সৈতে যুদ্ধত তেওঁ ধীৰে ধীৰে আত্মসমৰ্পণ কৰিবলৈ আৰম্ভ কৰিছিল। এয়া আছিল ভয়ৰ শেষ মুহূৰ্ত, এক নতুন চেতনাই তেওঁৰ অন্তৰাত্মাক জগাই তুলিলে, তেওঁ অনুভৱ কৰিলে তেওঁ ভাগৰুৱা, তেওঁক নিদ্ৰাৰ প্ৰয়োজন। পৃথিৱী এৰি যোৱাৰ বহু শেষ পথ মানুহৰ হাতত থাকে। এই অসহায় মুহূৰ্তত টোপনিৰ কোলাত ঢলি পৰি মৃত্যুক আলিংগন কৰাই তেওঁৰ বাবে উত্তম উপায় হ'ব, তেওঁক বিশ্ৰামৰ প্ৰয়োজন, অনন্ত বিশ্ৰাম, তেওঁ ক্লান্ত। অন্ততঃ মৃত্যুমুখী বহু নিকৃষ্ট পথতকৈ এয়া বহুগুণে শ্ৰেয়।

অৱচেতন মনেৰে, মনৰ চকুৰে তেওঁ নিজৰ প্ৰাণহীন কায়াক সুহৃদ ল'ৰাহঁতৰ আলিংগনত প্ৰত্যক্ষ কৰিলে, মৰণশীল শৰীৰ সঁজাৰ পৰা ওলাই তেওঁ যেন ল'ৰাহঁতৰ সৈতেই থিয় হৈ নিজৰ মৃতদেহলৈ দৃষ্টি নিক্ষেপ কৰিলে। নিঃসন্দেহে এই ভূমি শীতল আছিল, বৰ শীতল। যিদিনা আকৌ তেওঁ আমেৰিকালৈ যাব, তাৰ মানুহক ক'ব, প্ৰকৃত শৈত্য কিহুহু

চালফাৰ প্ৰণালীৰ বৃদ্ধৰ মুখ তেওঁৰ অন্তৰ্নাদত স্পষ্ট হৈ জিলিকি উঠিল। "আপুনি শুদ্ধ আছিল, বৃদ্ধ মহাশয়, আপুনি শুদ্ধ আছিলহু"

চিৰ প্ৰশান্তিৰ সুখনিদ্ৰাত মানুহজন ঢলি পৰিল। কুকুৰটোৱে তেওঁৰ ওচৰতে বহি, তেওঁৰ মুখলৈ চাই তেওঁ সাৰ পোৱাৰ প্ৰতীক্ষা কৰিলে। হ্ৰস্বদৈৰ্ঘৰ দিনটো এটা সুদীৰ্ঘ গধূলিৰে শেষ হৈ আহিল। একুৰা জুই জ্বলি উঠাৰ কোনো

লক্ষণ নাছিল। তাৰ দীৰ্ঘদিনৰ অভিজ্ঞতাৰে অমাত প্ৰাণীটোৱে কোনো মানুহকেই জুই একুৰা জ্বলাবলৈ চেষ্টা নকৰি এনেদৰে বৰফৰ শেতেলীত শুই থকা দেখা নাছিল। গধূলি যিমানেই গভীৰ হৈ আহিল, জুই একুৰাৰ প্ৰয়োজন অধিক তীব্ৰতৰ হ'বলৈ ধৰিলে। ভৰি দুখন উঠাই কোমল মাতেৰে উচুপি থকা জীৱটোৱে এইবাৰ চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে, মৃত্যুৰ শীতল গোন্ধ ইয়াৰ নাকত লাগিল। ভয় খাই ই দুখোজ পিছুৱাই গ'ল আৰু উজ্জ্বল নক্ষত্ৰভৰা আকাশে সিঁচি দিয়া পোহৰৰ বাটেৰে তাৰ চিনাকি শিবিৰ এটাৰ অভিমুখে দৌৰিবলৈ আৰম্ভ কৰিলে। য'ত আহাৰ আছে, জুই আছে, উত্তাপ আছে। মৃত বৃক্ষই ছাঁ দিব নোৱাৰে।◆

**(লেখকৰ পৰিচয়** ঃ জন গ্ৰীফিথ 'জেক' লণ্ডন (জন্ম ঃ ১২ জানুৱাৰি, ১৮৭৬, ছান ফ্ৰান্সিসকো, কেলিফৰ্ণিয়া, মৃত্যু ঃ ২২ নবেম্বৰ, ১৯১৬, গ্লেন এলেন, কেলিফৰ্ণিয়া) আছিল এজন প্ৰসিদ্ধ মাৰ্কিন ঔপন্যাসিক, সংবাদকৰ্মী আৰু সামাজিক কৰ্মকৰ্তা। আমেৰিকাৰ আলোচনীসমূহত সৃষ্টি হোৱা বাণিজ্যিকমূলীয় গল্পসমূহৰ তেখেত আছিল এগৰাকী আগৰণুৱা আৰু বাটকটীয়া। গল্পকাৰ আৰু ঔপন্যাসিক হিচাপে তেওঁৰ খ্যাতি বৈ বৈ গৈছিল। তেওঁৰ কিছু বিখ্যাত সৃষ্টি হৈছে "দ্য কল অফ দ্য ৱাইল্ড", 'হোৱাইট ফেং", "মাৰ্টিন ইডেন", "দ্য চি ৱল্ফ', "দ্য আইৰণ হিল", "টু বিল্ড এ ফায়াৰ", "দ্য পিপল অফ দ্য এবিজ", "দ্য মেক্সিকান", "দ্য আনপেৰেলেলড ভিশ্যন", "এন ওডিচি অফ দ্য নৰ্থ", "হ'ম অফ লাইফ" আৰু বহুতো।

১৯০২ চনত প্ৰথমবাৰৰ বাবে প্ৰকাশিত "টু বিল্ড এ ফায়াৰ" গল্পটো অতি সোনকালে সৰ্বজন সমাদৃত ক্লাছিকত পৰিণত হৈছিল। ইয়াত উত্তৰ-পশ্চিম কানাডাৰ বৰফাবৃত য়ুকন প্ৰণালীত ভয়াবহ শীতলতাৰ সৈতে যুঁজ কৰি এজন মানুহৰ জীয়াই থকাৰ নিৰৱচ্ছিন্ন সংগ্ৰাম আৰু প্ৰকৃতিৰ অমোঘ শক্তিৰ সমুখত মানুহৰ তুচ্ছতাৰ কাহিনী অতি সাৱলীলভাৱে বৰ্ণিত হৈছে।)

# ফাউষ্ট

## মূল ঃ উলফ্ গ্যাং ফন্ গ্যেটে
## অনুবাদ ঃ পংকজনয়ন ভট্টাচাৰ্য

মেফিষ্ট' ফিলিছ, অৰ্থাৎ চয়তানৰ লগত ঈশ্বৰৰ এদিন ভীষণ তৰ্ক লাগিল। চয়তানে মানুহৰ মাজত থকা নীতি আৰু মহত্ত্ববোধৰ অস্তিত্ব অস্বীকাৰ কৰিলে। ক'লে— সৃষ্টিৰ সৃষ্টি হৈছে ধ্বংসৰ বাবে।

তেতিয়া ঈশ্বৰে বাচনি কৰিলে ফাউষ্টক। তেওঁ বয়স্ক আৰু পণ্ডিত লোক। তেওঁৰ চিত্ত সাধুৰ দৰে। ঈশ্বৰে ক'লে— তেওঁৰ জৰিয়তে মই প্ৰমাণ কৰিম যে পৃথিৱীত অন্ততঃ এজন ভাল মানুহ আছে।

চয়তানে ক'লে— ঠিক আছে, তেওঁক কিছুদিনৰ বাবে মোৰ হাতত এৰি দিয়ক। মই তেওঁৰ আত্মাক ৰসাতললৈ পঠিয়াম।

নোৱাৰিবা। —ঈশ্বৰে হাঁহি মাৰি ক'লে।

দেখা যাওক। —চয়তানে উত্তৰ দিলে।

ঈশ্বৰে চয়তানৰ এই প্ৰত্যাহ্বান গ্ৰহণ কৰি আকৌ ক'লে— মই অৱশ্যে ফাউষ্টে ভুল নকৰিব বুলি নকওঁ। ভুল কৰাটো মানুহৰ ধৰ্ম। কিন্তু তথাপি তোমাক কওঁ, ৰাতি যিমানেই গভীৰ নহওক অথবা অন্ধকাৰ যিমানে গাঢ় হওক কিয়, পোহৰৰ ফালেই ধাৱমান হ'ব।

চয়তান তেতিয়া পৃথিৱীলৈ নামি আহিল। দেখিলে যে ফাউষ্ট জীৱনৰ প্ৰতি নিস্পৃহ। তেওঁ ক'লে— মোৰ আৰ্জিত বিদ্যা আৰু জ্ঞানে মোক এই শিক্ষাই দিছে যে মানুহে কি কেৱল ৰক্তক্ষয়ী আত্মঘাতী পথেৰে অগ্ৰসৰ হ'বহু জীৱনক বিচাৰি গৈ মানুহে কি কেৱল মৃত্যুৰ মুখত অন্ধভাৱে জঁপিয়াই পৰিব?

মেফিষ্ট' ফিলিছে তেওঁক ক'লে— মই তোমাক নৱ যৌৱন দিব পাৰিম, নতুন জীৱন দিব পাৰিম আৰু নিজকে তোমাৰ দাস হিচাপে সমৰ্পণ কৰিব পাৰিম। কিন্তু এটা চৰ্ত আছে, পৰলোকত তুমি মোৰ দাস হ'ব লাগিব।

নতুন আনন্দ, ৰোমান্স আৰু জীৱন সম্ভোগৰ লোভত চয়তানৰ প্ৰস্তাৱত ৰাজী হৈ গ'ল ফাউষ্ট। এফোঁটা তেজ দি এই চৰ্ত হ'ল দুয়োৰে মাজত।

মেফিষ্ট' ফিলিছে তেতিয়া বৃদ্ধ ফাউষ্টক পৰম ৰূপৱান যুৱকত পৰিণত কৰালে। তাৰ পিছত দুয়ো নতুন আনন্দৰ সন্ধানত যাত্ৰা আৰম্ভ কৰিলে। এটা পান্থশালাত সোমাই চয়তানে কাঠৰ টেবুলৰ পৰা মদ উলিয়ালে আৰু তৎক্ষণাত সেই মদক জুইলৈ ৰূপান্তৰ কৰিলে। কিছুদূৰতে আছিল ডাইনীবোৰৰ ৰন্ধনশালা। চয়তানে ফাউষ্টক তললৈ নি নতুন একধৰণৰ ৰস পান কৰালে আৰু ইয়াৰ পিছতে ফাউষ্টৰ শৰীৰৰ শিৰাই শিৰাই নাৰী সম্ভোগৰ জুই জ্বলি উঠিল।

তাৰ পিছত পথলৈ ওলায়েই মাৰ্গাৰেটৰ সৈতে দেখা-দেখি হ'ল ফাউষ্টৰ । মাৰ্গাৰেট অতি সুন্দৰী যুৱতী। ফাউষ্টে তেওঁক ঘৰত থৈ অহাৰ প্ৰস্তাৱ দিলে। কিন্তু মাৰ্গাৰেটে ফাউষ্টক তিৰস্কাৰ কৰি গুচি গ'ল। ইয়াৰ বিপৰীতে ফাউষ্ট তেতিয়া মাৰ্গাৰেটৰ ৰূপত উন্মাদ হৈ উঠিল। তেওঁ চয়তানক ক'লে— মাৰ্গাৰেটক মই আজি ৰাতিয়েই মোৰ বাহুবন্ধনত পাবলৈ বিচাৰোঁ।

মেফিষ্ট'ফিলিছে ক'লে— কিন্তু মাৰ্গাৰেট যে পৱিত্ৰ স্বীকাৰোক্তিৰ পাছত গীৰ্জাৰ পৰা আহিছে।

মই সেইবোৰ নাজানো। তেওঁক মোক লাগিবই। তুমি যদি ইয়াৰ ব্যৱস্থা কৰিব নোৱাৰা, তেন্তে মই ধৰি ল'ম যে তোমাৰ আৰু মোৰ মাজত চুক্তি ভংগ হল। — ফাউষ্টে ক'লে।

অগত্যা মেফিষ্ট'ফিলিছে মায়াজালেৰে মাৰ্গাৰেটক বশ কৰি প্ৰতিৱেশীৰ বাগানত তেওঁলোক দুজনৰ দেখা কৰাৰ ব্যৱস্থা কৰিলে। যুৱক ফাউষ্টৰ ৰূপ আৰু গুণত মাৰ্গাৰেট মোহিত হল। ফাউষ্টক পুনৰবাৰ আহিবলৈ তেওঁ অনুৰোধ জনালে। ফাউষ্টে সেই অনুৰোধ ৰাখিলে। কিন্তু দ্বিতীয়বাৰ আহি তেওঁ মাৰ্গাৰেটক অনুৰোধ কৰিলে— তোমাৰ মা যেতিয়া টোপনি যাব, তেতিয়া মোক তোমাৰ শোৱনি কোঠালৈ যোৱাৰ অনুমতি দিয়া।

— নাই নাই, মায়ে সকলো জানি যাব। সৰ্বনাশ হ'ব।

— নাই, সৰ্বনাশ নহয়। মই তোমাক এটা টোপনিৰ ঔষধ দিম। সেইটো ৰাতি খোৱা-বোৱাৰ পিছত কফিৰ সৈতে মাক খাবলৈ দিবা, তেতিয়া তেওঁ টোপনি যাব।

সেই ব্যৱস্থাই হ'ল। টোপনিৰ ঔষধ খাই মাৰ্গাৰেটৰ মাক লালকাল দিলে আৰু লগে লগে কাষৰ কোঠাত দুয়োগৰাকীৰ প্ৰণয়লীলা উদ্দাম হৈ উঠিল।

কিন্তু পৰিণাম ভাল নহ'ল। টোপনিৰ ঔষধৰ বিষক্ৰিয়াত মাৰ্গাৰেটৰ মাকৰ

মৃত্যু হ'ল আৰু মাৰ্গাৰেট হ'ল সন্তানসম্ভৱা।

মাৰ্গাৰেটৰ ভ্ৰাতৃ ভেলেনটিন বহুদিনৰ পিছত যুদ্ধৰ পৰা ঘূৰি আহি ভগ্নীৰ অসন্মানৰ কথা শুনিলে। তৎক্ষণাত তেওঁ ওলাই গৈ প্ৰতিশোধ ল'বৰ বাবে ফাউষ্টক দ্বন্দ্বযুদ্ধলৈ আহ্বান কৰিলে। দুয়োজনৰ ভীষণ যুদ্ধ হ'ল। তাৰ পিছত ফাউষ্টৰ ছুৰীৰ আঘাতত ভেলেনটিনৰ মৃত্যু হ'ল। মৃত্যুৰ পূৰ্বে ভেলেনটিনে অভিশাপ দি গ'ল ভগ্নী মাৰ্গাৰেটক।

ইয়াৰ পিছৰ পৰাই ফাউষ্ট অলৌকিক খেলাত সিদ্ধহস্ত হৈ উঠিল। ডাইনীবোৰৰ আড্ডালৈ গৈ তেওঁ দুষ্ট আত্মাবোৰৰ লগত খেলাত মগ্ন হ'ল। কিন্তু যিয়েই নকৰক লাগে, বেচেৰা ফাউষ্টে মাৰ্গাৰেটক এক মুহূৰ্তৰ বাবেও পাহৰিব নোৱাৰিলে। তেওঁক মাৰ্গাৰেটৰ ওচৰলৈ লৈ যাবলৈ মেফিষ্ট'ফিলিছক আদেশ দিলে।

কিন্তু তেতিয়া বহুত পলম হৈ গৈছিল। সন্তান হত্যাৰ দোষত মাৰ্গাৰেট তেতিয়া জে'লত। ফাউষ্টে মাৰ্গাৰেটক উদ্ধাৰৰ প্ৰস্তাৱ দিলে, কিন্তু তেওঁ সেই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিলে। মাৰ্গাৰেটে ক'লে— মোৰ অপৰাধৰ যাতে শাস্তি হয়, তাৰ বাবে ঈশ্বৰে মোক সহায় কৰক।

সেয়াই হ'ল। মৃত্যু হ'ল মাৰ্গাৰেটৰ। লগে লগে ফাউষ্টৰ সম্ভোগৰ আনন্দও শেষ হ'ল। সলনি হ'ল ফাউষ্ট। জগতৰ সমস্ত বেদনাৰ প্ৰতি হৃদয় উন্মুক্ত কৰি দিবলৈ বিচাৰিলে তেওঁ। মানুহৰ হাঁহি আৰু চকুপানীৰ গভীৰ অৰ্থ বুজিবলৈ চেষ্টা কৰিলে। ফাউষ্টৰ বাবে মাৰ্গাৰেট হৈ ৰ'ল চিৰন্তন নাৰীত্বৰ শাশ্বত প্ৰতীক।

অৱসাদগ্ৰস্ত মেফিষ্ট' ফিলিছে তেতিয়া ফাউষ্টক আন একধৰণৰ আনন্দত প্ৰলুব্ধ কৰিবলৈ চেষ্টা কৰিলে। তেওঁক সৰু পৃথিৱীৰ পৰা এখন বৃহৎ পৃথিৱীলৈ লৈ যাব খুজিলে। তেওঁ ফাউষ্টক জাৰ্মান সম্ৰাটৰ দৰবাৰলৈ লৈ গ'ল। তাত অনতিপলমে নিজৰ প্ৰতিভাৰ প্ৰদৰ্শন কৰি সম্ৰাটৰ প্ৰিয়পাত্ৰ হ'ল ফাউষ্ট। সম্ৰাটে তেওঁক কাউন্সিলাৰৰ মৰ্যাদা দিলে। কিন্তু এই সমস্ত পুৰস্কাৰো অৰ্থহীন অনুভৱ হ'ল ফাউষ্টৰ। তেওঁৰ মনত পৰি থাকিল প্ৰণয়-ৰোমাঞ্চিত জীৱনৰ কথা। একধৰণৰ তীব্ৰ অশান্তি আৰু অতৃপ্তিৰ জ্বালাত তেওঁ জ্বলি-পুৰি মৰিবলৈ ধৰিলে। তেওঁ যাদুৰ বলত অতীত যুগৰ পৰা হেলেনৰ আত্মাক আহ্বান কৰিলে। তাৰ পিছত সেই আত্মাক তেজ-মঙহৰ ৰূপ দি শয্যাসংগিনী কৰাৰ চেষ্টা কৰিলে। কিন্তু সৌন্দৰ্য আৰু শালীনতাৰ প্ৰতীক হেলেনে তেওঁক প্ৰত্যাখ্যান কৰিলে।

হেলেন গুচি গ'ল, ৰাখি থৈ গ'ল ফাউষ্টৰ হাতত তেওঁৰ এখন বস্ত্ৰ।

প্ৰতিটো খোজৰ এই ব্যৰ্থতাৰ মাজেদিয়েই ফাউষ্টে প্ৰকৃত সুখৰ সন্ধানত আন একধৰণৰ পৰীক্ষামূলক অভিজ্ঞতাৰ মাজেদি যোৱাৰ চেষ্টা কৰিলে। কিন্তু তাতো তেওঁ পালে কেৱল ব্যৰ্থতা আৰু শূন্যগৰ্ভ বিজয়ৰ গ্লানি। তেওঁৰ অনুভৱ হ'ল, এয়া যেন তেওঁৰ ভাগ্যলিপি। আনকি জাৰ্মান সম্ৰাটৰ এখন ডাঙৰ যুদ্ধত বৃহৎ জয়লাভ কৰি আহিও তেওঁৰ অনুভৱ হ'ল, এয়া যেন পৰাজয়ৰেই নামান্তৰ।

এইবাৰ মেফিষ্ট'ফিলিছে মেলি দিলে সৰ্ববৃহৎ প্ৰলোভন। তেওঁ ফাউষ্টক সাম্ৰাজ্য দিবলৈ বিচাৰিলে। লগতে সৰ্বশ্ৰেষ্ঠ ৰূপহী নাৰীসকলক তেওঁৰ ভৰিৰ তলত হাজিৰ কৰিবলৈ বিচাৰিলে। দিব বিচাৰিলে পাৰ্থিৱ অমৰত্ব, যশ আৰু জয়ৰ গৌৰৱ। কিন্তু সকলো মিছা হ'ল। ফাউষ্টৰ যেন আন ক'তোৰেই আকৰ্ষণ নাইহ্ল

ঠিক আগৰ দৰেই এই নতুন জীৱনো প্ৰৌঢ়ত্বৰ ফালে আগবাঢ়ি যাবলৈ ধৰিলে। সকলো অভিজ্ঞতাই বিফল হ'ল। তেওঁৰ এই দ্বিতীয় যৌৱন আৰু প্ৰৌঢ়ত্বই কঢ়িয়াই আনিলে কেৱল মোহভংগৰ ইতিহাস। বাৰ্ধক্যতো আত্মাৰ ৰিক্ততাই তেওঁক পীড়া দিবলৈ ধৰিলে। ফাউষ্টে ভাবিলে— একোৱেই থাকি নগ'ল, কেৱল ৰৈ গ'ল অপৰিসীম একাকীত্ব আৰু বিগত যৌৱনৰ স্মৃতিৰ অনুৰণন। তেওঁ স্থিৰ কৰিলে, এই অন্ধ অন্বেষণ শেষ কৰি দিব লাগিব একেবাৰেই। ফাউষ্টে ক'লে— সুখ এটা মৰীচিকা মাত্ৰ। সুখ পৃথিৱীত নাই, আছে সুখৰ স্বপ্ন। হঠাৎ তেওঁ এটা কামত ধৰিলে। সমুদ্ৰতীৰৰ পতিত মাটি অধিকাৰ কৰি তাত শ্ৰমিকসকলৰ বাবে বাসস্থান নিৰ্মাণত মন দিলে, য'ত মানুহে স্বাধীনভাৱে বাস কৰিব পাৰিব। এই মাটি আৰু ঘৰ তেওঁ লাখ লাখ খাটিখোৱা মানুহক দান কৰি যাব। এই উদ্দেশ্য লৈ কাম কৰি তেওঁ যেন নিজকে পাহৰি গ'ল। পৰম আনন্দ পালে তেওঁ। এই আনন্দত ফাউষ্টে এইবাৰ বিচাৰি পালে মানুহৰ সুখৰ প্ৰকৃত তথা মূল উৎস।

কিন্তু ঠিক এই সময়তে ফাউষ্টৰ মৃত্যু হ'ল। মেফিষ্ট' ফিলিছৰ ভাব হ'ল যে তেওঁ ঈশ্বৰৰ সৈতে বাজিত জিকিছে, কাৰণ ফাউষ্টে বহুত পাপ কৰিলে। চয়তানে এই বৃদ্ধ পণ্ডিতৰ আত্মাটো দাবী কৰিলে। কিন্তু দেখা গ'ল— পুষ্পবৃষ্টি কৰি কৰি নামি আহিল দেৱদূতসকল আৰু চয়তানক স্তব্ধ কৰি ফাউষ্টৰ আত্মাক স্বৰ্গধামলৈ লৈ গ'ল।

কাৰণ অতিপাত ভুলৰ মাজতো ফাউষ্টৰ জীৱনৰ পথ আছিল আলোকৰ দিশে ধাৱমান।

মাৰ্গাৰেট— যাৰ পাপ আৰু মৃত্যুৰ বাবে দায়ী আছিল ফাউষ্ট, তেওঁ আগুৱাই আহিল ফাউষ্টক প্ৰথমতেই অভিনন্দন জনাবলৈ। এতিয়াৰে পৰা মাৰ্গাৰেট হ'ব ফাউষ্টৰ পথপ্ৰদৰ্শক। কাৰণ নাৰীয়েই যে পুৰুষৰ চিৰকালৰ ৰক্ষাকৰ্তাহ্ণ◆

(**লেখকৰ চমু পৰিচিতি** ঃ বিশ্বৰ মহান কবিসকলৰ অন্যতম গ্যেটেৰ সম্পূৰ্ণ নাম আছিল ব'হান উল্ফ গাং ফিন্ গ্যেটে। জাৰ্মানৰ ফ্ৰাংকফুৰ্টত ১৭৪৯ চনত তেওঁৰ জন্ম হৈছিল। তেওঁ লিপ্জিগ আৰু ষ্ট্ৰাছবুৰ্গত আইন আৰু ভেষজ অধ্যয়ন কৰিছিল। গ্যেটেৰ প্ৰথমখন গ্ৰন্থ ২০ৰ পৰা ২৫ বছৰ বয়সৰ ভিতৰত প্ৰকাশ পায়। জাৰ্মান সাহিত্য আৰু চিন্তাধাৰাত গ্যেটেৰ অপৰিসীম প্ৰভাৱ আছিল। তেওঁ ১৭৭৫ চনৰ পৰা ডিউক চাৰ্লছ আগষ্টাছৰ অধীনত মুখ্যমন্ত্ৰী হিচাপে কাম কৰিছিল। 'ফাউষ্ট' হৈছে গ্যেটেৰ সৰ্ববন্দিত নাট্যকাব্য। যৌৱনকালত তেওঁ ইয়াৰ প্ৰথমভাগ আৰু বাৰ্ধক্যত দ্বিতীয়ভাগ ৰচনা কৰে। তেওঁ ১৮৩২ চনত মৃত্যুবৰণ কৰে।)

# এটা কুকুৰৰ কাহিনী

## মূল ঃ মাৰ্ক টোৱেন
## অনুবাদ ঃ বিপুল খাটনিয়াৰ

মোৰ দেউতা আছিল সেণ্ট বাৰ্ণাৰ্ড বংশোদ্ভুত। মা আছিল ভেৰাপালকৰ দলত, কিন্তু মই নিজে পুৰোহিত বংশৰ সন্তান। এই কথা মোক মায়েই কৈছিল, পিছে এনে সূক্ষ্ম কথাৰ অৰ্থ মই একেবাৰে নুবুজো। মোৰ বাবে এইবোৰ কেৱল অৰ্থহীন ডাঙৰ ডাঙৰ কথা মাত্ৰ। এইবোৰ মায়ে জানিছিল আৰু কৈ ভাল পাইছিল। অৱশ্যে ইমানবোৰ কথা যে তেওঁ কেনেকৈ জানিলে তাকে ভাবি অন্যবোৰ কুকুৰ আচৰিত হৈছিল আৰু ঈৰ্ষা কৰিছিল। প্ৰকৃতপক্ষে কিন্তু এইবোৰ আছিল মাত্ৰ ফিতাহি মৰা কথাহে। কিয়নো, খোৱাৰ মজিয়া বা পৰ্টিকত আলহী-অভ্যাগত গোটখালে মায়ে তেওঁলোকৰ কথা-বতৰাবোৰ কাণপাতি শুনিছিল, ল'ৰা-ছোৱালীবোৰৰ লগত দেওবাৰে বিদ্যালয়লৈ গৈও তেওঁ কাণ উণাই থাকিছিল, কোনো গুৰুত্বপূৰ্ণ কথা শুনিলেই বাৰে বাৰে আওৰাই সেইটো কণ্ঠস্থ কৰি লৈছিল আৰু তাৰ পিছত আশে-পাশে থকা কুকুৰবোৰ গোট খালেই সেই কথাবোৰ তাত বতিয়াই দিছিল। তেওঁৰ কথাই সৰু সৰু মৰম আকলুৱাবোৰৰ পৰা বলবান দুৰ্দান্ত পৰ্যন্ত আটাইবোৰ কুকুৰকে অবাক কৰি দিছিল আৰু তাতেই তেওঁৰ সকলো দুখ-কষ্টৰ উপশম হৈছিল। কোনো অচিনাকিজন সেই মেলত উপস্থিত থাকিলে তেওঁৰ অৱশ্যে সন্দেহ হৈছিল আৰু পেঘেনিয়াই পেঘেনিয়াই সেই কথাবোৰৰ অৰ্থ জানিব বিচাৰিছিল। মায়েও অৰ্থ ভাঙিছিল। অচিনাকি কুকুৰটোৱে কিন্তু ইমানখিনি আশা কৰা নাছিল, ধৰি লৈছিল মাক জব্দ কৰিব, কিন্তু মায়ে যেতিয়া অৰ্থটো কৈ দিছিল—তেতিয়া সি লাজ পাই নেগুৰ কোঁচাইছিল। আনবোৰেও এনে পৰিস্থিতিৰ বাবে অপেক্ষা কৰি ৰৈছিল, মাৰ কাৰণে আনন্দিত হৈছিল আৰু গৌৰৱবোধ কৰিছিল। মায়ে যেতিয়াই এটা ডাঙৰ কথাৰ অৰ্থ কৈ দিছিল তেতিয়াই আনবোৰে প্ৰশংসাত বিগলিত হৈ পৰিছিল। কিন্তু অৰ্থটো সঠিক হ'লনে নাই তেনে সন্দেহ পৰ্যন্ত কেতিয়াও কোনো কুকুৰে কৰা নাছিল, সন্দেহ নকৰাই স্বাভাৱিক। কিয়নো তেওঁ ইমান উশাহ নুঘূৰোৱাকৈ

উত্তৰ দিছিল যেন এখন অভিধানেহে কথা কৈছে, আনহাতে অৰ্থটো সঠিক হয়নে নহয় সেইটো বা তেওঁলোকে কাৰ পৰা জানিব? তাত মোৰ মায়েই আছিল একমাত্ৰ 'দুটা কথা' জনা কুকুৰ। লাহে লাহে মই যেতিয়া আৰু ডাঙৰ হ'লো তেতিয়া মায়ে নতুন কথা আমদানি কৰিলে— 'অকথিত বক্তব্য' আৰু সপ্তাহটোৰ সাতোটা দিনেই বিভিন্ন সমাৰেশত এই শব্দ যোৰা ব্যৱহাৰ কৰিবলৈ ধৰিলে। আৰু সেই সময়তেই মই লক্ষ্য কৰিলো যে, কোনো এসপ্তাহত মুঠতে আঠোটা ভিন্ন ভিন্ন সমাৰেশত এই কথাযাৰৰ অৰ্থ সোধা হ'ল, প্ৰতিবাৰেই তেওঁ এটাকৈ নতুন সংজ্ঞা দিবলৈ ধৰিলে। ইয়াৰ পৰাই মই বুজিব পাৰিলো যে, জ্ঞানতকৈ তেওঁৰ উপস্থিত বুদ্ধিয়েই সৰহীয়া, মই কিন্তু মুখ নেমেলিলো। তেওঁ এটা শব্দ সকলো সময়তে ৰক্ষা কবচৰ দৰে হাতেৰে ঢুকি পোৱাতে ৰাখি থৈছিল, হঠাৎ বেকায়দাত পৰিলে জৰুৰী আশ্ৰয় হিচাপে সেইটোৰ ফালে হাত আগুৱাই দিছিল— শব্দটো হ'ল 'সমাৰ্থবাচক'। কেতিয়াবা কোনো নতুন শব্দৰ অৰ্থত ইফাল-সিফাল লাগিলেই তেওঁ অসংকোচে কৈ দিছিল, এইটো হ'ল 'কুঁ-কুঁ-ওঁ'ৰ স'তে সমাৰ্থবাচক, প্ৰশ্নকৰ্তাই ভেবা লাগি মাৰ মুখলৈ চাই ৰৈছিল।

দীঘল দীঘল বাক্যৰ ক্ষেত্ৰতো সেই একে কাৰবাৰ। দুৰ্বোধ্য কোনো বাক্য পালেই মায়ে দুনিশামান বাৰে বাৰে আওৰাই নতুন নতুন অঞ্চলত নতুন নতুনভাৱে সেইটোকে বুজাই ঘূৰি ফুৰিছিল। তেওঁৰ বাবে বাক্যযাৰেই আছিল ডাঙৰ কথা। সেই বাক্যৰ অৰ্থক লৈ তেওঁৰ কোনো মূৰ কামোৰণি নাছিল। আকৌ, মাজে মাজে তেওঁ এনে কিছুমান সৰু সৰু মজাৰ কাহিনী শুনি আহি নিজৰ মতে কৈছিল যে — সেইবোৰ শুনি ঘৰৰ অন্যান্যৰ লগতে অতিথিসকলো হাঁহি হাঁহি মাটিত বাগৰি পৰিছিল। অৱশ্যে তেওঁ যথাৰীতি এটা গল্পৰ আৰম্ভণিৰ সৈতে আন এটা গল্পৰ নেগুৰডাল জুৰি দি এনে এবিধ উৰণীয়া বগলী-কাছৰ গল্প বনাইছিল— যাৰ আগ-গুৰি একোকে বুজা সম্ভৱ নহৈছিল। সেয়ে সেইবোৰ গল্প কৈ কৈ মায়ে যেতিয়া গোটেইখন মজিয়াত বাগৰি বাগৰি হাঁহিছিল আৰু পাগলৰ দৰে ঘেউ ঘেউ কৰি ভুকিছিল— তেতিয়া মই বুজিব পাৰিছিলো মায়েও নিজে অবাক হৈ ভাবিছিল যে, তেওঁ যেতিয়া প্ৰথমে গল্পটো শুনিছিল তেতিয়া যিমান ৰসাল যেন লাগিছিল— এতিয়া আৰু সিমান ৰসাল লগা নাই। কিন্তু তাৰবাবে কোনো হীন-ডেঢ়ি ঘটা নাছিল, কাৰণ অন্য কুকুৰবোৰেও লুটি-বাগৰ মাৰিছিল আৰু ঘেউ-ঘেউকৈ ভুকিছিল। হাঁহিৰ কাৰণটো ধৰিব নোৱাৰি মনে মনে লাজ পালেও সিহঁতে দোষটো নিজৰ বুলি কেতিয়াও সন্দেহ কৰিব পৰা নাছিল,

দৰাচলতে সেইটো বুজাৰ সমান বুদ্ধিও সিহঁতৰ নাছিল।

ইয়াৰ পৰাই বুজিব পাৰিছে যে মা আছিল অহংকাৰী আৰু চেল্‌বেলীয়া ধৰণৰ, তথাপি তেওঁৰ এনে কিছুমান গুণ আছিল যিবোৰে তেওঁৰ দোষ-ত্রুটিবোৰ ঢাকি ৰাখিছিল। তেওঁ আছিল দয়ালু, চাল-চলন আছিল শান্ত, কোনোবাই তেওঁৰ প্রতি কোনো ধৰণৰ অন্যায় কৰিলে সেইটো ধৰি নাথাকিছিল আৰু সহজেই মনৰ পৰা তেনে কথা মোহাৰি পেলাইছিল। ল'ৰা-ছোৱালীবোৰকো মায়ে এই শিক্ষাকেই দিছিল। তেওঁৰ পৰাই আমি সাহসী হ'বলৈ, বিপদ দেখিলে তৎপৰ হ'বলৈ আৰু বন্ধু অথবা অপৰিচিত কোনোবা বিপন্ন হ'লে পলাই নগৈ বা ফলাফল চিন্তা নকৰি তেওঁক সহায় কৰিবলৈ আৰু বিপদত যুঁজিবলৈ শিকিলোঁ। আৰু এইবোৰ তেওঁ আমাক কেৱল মুখেৰে নহয়, হাতে-কামে কৰিবলৈ শিকাইছিল। দৰাচলতে এনে শিক্ষাইতো শ্রেষ্ঠ, নিশ্চিত আৰু স্থায়ী। কিমানবোৰ যে সাহসী কাম, আচৰিত কাম মায়ে কৰিছেহু তেওঁ আছিল প্রকৃতপক্ষে সৈনিক। আকৌ তেওঁ ইমান বিনয়ী যে আপুনি তেওঁক প্রশংসা নকৰাকৈ, তেওঁৰ দৃষ্টান্ত অনুসৰণ নকৰাকৈ থাকিব নোৱাৰে। সেয়ে বুজিবই পাৰিছে, শিক্ষাতকৈও তেওঁৰ গুণ আছিল ভালেখিনি বেছি।

।। দুই।।

অৱশেষত মই যেতিয়া ডাঙৰ হ'লো— মই বিক্রী হৈ গ'লো। মোক বহুত দূৰলৈ লৈ যোৱা হ'ল। ইয়াৰ পিছত মাক আৰু কাহানিও দেখিবলৈ নাপালো। বিদায় পৰত তেওঁৰ বুকু ভাঙি গৈছিল। আমি হিয়া আফালি কান্দিলো, মায়ে তাৰ মাজতে মোক সাধ্য অনুসৰি সান্ত্বনা দিবলৈ ধৰিলে, তেওঁ ক'লেও, একো একোটা বিশেষ সৎ উদ্দেশ্য আগত ৰাখিয়েই আমাক এই পৃথিৱীলৈ পঠোৱা হৈছে, সেয়ে, চকুপানী নেপেলাই বাৰে বাৰে নিজৰ কর্তব্য পালন কৰি যাব লাগিব, ভালভাৱে জীয়াই থাকিব লাগিব, ফলাফল আশা নকৰি আনৰ কাৰণে কাম কৰি যাব লাগিব। যিবিলাক মানুহে এইভাৱে চলি জীৱন অতিবাহিত কৰে, পৰজন্মত তেওঁলোকে অনেক ভাল পুৰস্কাৰ পায়, কিন্তু আমি জন্তু হিচাপে যদিও সেই ঠাইলৈ (স্বৰ্গলৈ) যাব নোৱাৰিম তথাপি ভালভাৱে বাচি থাকিলে এই জীৱনতেই যি যোগ্যতা আৰু মর্যাদা অর্জন কৰিব পাৰিম— সেয়াইতো পুৰস্কাৰ।

এইদৰে আমি পৰস্পৰৰ পৰা বিদায় ল'লো, চকুলোৰে বাট নেদেখা হৈ পৰস্পৰক শেষবাৰৰ বাবে দর্শন কৰিলো আৰু মই যাতে ভালকৈ মনত ৰাখিব

পাৰো সেই উদ্দেশ্যে সৰ্বশেষত মায়ে মোক ক'লে, যেতিয়াই আনৰ কোনো বিপদ দেখিবি, তেতিয়াই মোক স্মৰণ কৰিবি, নিজৰ কথা সমূলি নাভাবিবি, মাৰৰ কথা ভাবিবি, আৰু মাৰে যি কৰিছিল সেইভাৱে কাম কৰিবি।

সেই কথা জানো মই কেতিয়াবা পাহৰিব পাৰো? নাই নোৱাৰো।

।। তিনি।।

মোৰ নতুন ঘৰটো কি সুন্দৰহু অতি ডাঙৰ ঘৰ, কত ছবি, কত সাজ-সজ্জা, দামী আচবাব পত্ৰ, ক'তো আন্ধাৰৰ ছায়া পৰ্যন্ত নাই, পৰিপূৰ্ণ সূৰ্যৰ পোহৰত চৌদিশ চিক্‌মিকাই থাকে, চাৰিওফালে বিস্তীৰ্ণ খেল পথাৰ, আহল-বহল বাগিচা— ঘাঁহনি, ভাল ভাল গছ আৰু ফুলৰ শেষ নাই। আৰু ময়ো যেন এই পৰিয়ালৰে এজন। তেওঁলোকে মোক ভাল পায়, আদৰ কৰে, নতুনকৈ এটা নাম নিদি মায়ে দিয়া প্ৰিয় নাম 'আইলীন মাভুৰনীন' বুলিয়েই তেওঁলোকে মোক মাতিছিল। মায়ে এই নামটো এটা গানৰ পৰা পাইছিল, গ্ৰে-পৰিবাৰে সেই গানটো জানিছিল, সেয়ে তেওঁলোকেও কৈছিল—নামটো সুন্দৰ।

শ্ৰীমতী গ্ৰেৰ বয়স প্ৰায় ত্ৰিছ বছৰ। তেওঁ কেনে মৰমলগা আৰু ৰূপৱতী আপুনি কল্পনাও কৰিব নোৱাৰিব, তেওঁৰ সন্তান স্যাডিৰ বয়স দহ বছৰ, দেখিবলৈ মাকৰ দৰেই, ঠিক যেন তেওঁৰেই এটি সৰু প্ৰতিমূৰ্তি, জপৰা সোণালী চুলিখিনি পিঠিৰ ওপৰলৈ নামি অহা, গাত সৰু ফ্ৰক। তেওঁলোকৰ সৰু কেঁচুৱাটোৰ বয়স এবছৰ মাত্ৰ, লোপ-খোপ, গালত এটা টোল পৰে। শ্ৰীযুত গ্ৰেৰ বয়স আঠত্ৰিছৰ আশে-পাশে, হটঙা, সুন্দৰ চেহেৰা, মূৰৰ সমুখ ভাগ সামান্য তপা, চট্‌ফটীয়া, খোজ-কাটল খৰ, দেখিলেই বুজা যায় কামৰ মানুহ, সমগ্ৰ মুখমণ্ডলত বুদ্ধিৰ দীপ্তি জলমলাই থাকে। তেওঁ এজন বিখ্যাত বিজ্ঞানী। কথাষাৰৰ অৰ্থ অৱশ্যে মই নাজানো, মায়ে হয়তো জানিব পাৰে। এটা কথা অৱশ্যে ইয়াত প্ৰায়ে শুনো— লেবৰটাৰী। লেবৰটাৰী কিন্তু কিতাপ নহয়, ছবি নহয়, হাত ধোৱা ঠায়ো নহয়— যদিও কলেজৰ প্ৰেচিডেণ্টৰ কুকুৰটোৱে কৈছিল যে নহয়, সেইটো দেখোন লেভৰটাৰী— পায়খানাগাৰ। আচলতে লেবৰটাৰী সম্পূৰ্ণ বেলেগ বস্তু, তাত পাত্ৰ থাকে, বটল থাকে, বিদ্যুৎ থাকে, তাঁৰ থাকে, আৰু বহুত অদ্ভুত যন্ত্ৰপাতি থাকে, প্ৰতি সপ্তাহতে অন্য বিজ্ঞানীসকল আহে, বহে, যন্ত্ৰপাতিবোৰ ব্যৱহাৰ কৰে, আলোচনা কৰে, আৰু এনে কিছুমান কাম কৰে যাক কোৱা হয় পৰীক্ষণ আৰু আৱিষ্কাৰ, কেতিয়াবা থিয়ৈ থিয়ৈ ময়ো সকলোবোৰ কথা শুনো,

চাওঁ, আৰু মাৰ দৰে শিকিবলৈ চেষ্টা কৰো, কিন্তু মোৰ দ্বাৰা সেইবিলাক কোনো কালে হোৱাৰ সম্ভাৱনা নাই।

কেতিয়াবা গৃহকৰ্ত্ৰীৰ কোঠাৰ মজিয়াত শুই পৰো, মোক ভৰি মচা কঠ ভাবি তেওঁ মোৰ গাত ভৰি মচে, তেওঁ জানে— তেনে কৰিলে মই পুলকিত হওঁ, কাৰণ তেনেকৈয়ে তেওঁ মোক আদৰ কৰে। কেতিয়াবা নাৰ্চাৰীলৈ গৈ কেইঘণ্টামান কটাই আহো— আটায়ে মোক লৰাচৰা কৰি আদৰ কৰে, আকৌ কেঁচুৱাটো টোপনি গ'লে নাৰ্চ যদি কেইমিনিটমানৰ বাবে বাহিৰলৈ যায় ঝুলনাৰ কাষলৈ গৈ মই তাক ৰখি থাকো, কেতিয়াবা স্যাডিক লগত লৈ খেল-পথাৰ আৰু বাগানত দৌৰা-দৌৰি কৰো, ভাগৰ লাগিলে গছৰ ছাঁত গা এৰি দিওঁ আৰু স্যাডিয়ে কিতাপ পঢ়ে, কেতিয়াবা কেতিয়াবা কাষৰ কুকুৰবোৰৰ লগত দেখা কৰিবলৈ যাওঁ। কাষতে কেইটামান ভাল কুকুৰ আছে, তাৰ ভিতৰত এটাতো যেনে সুন্দৰ-সুঠাম তেনে ভদ্ৰ, কেঁকোৰা নোমেৰে এটা আইৰিচ কুকুৰ— নাম ৰবিন অ্যাডেয়াৰ, সিও মোৰ দৰেই পুৰোহিত বংশৰ সন্তান, তাৰ মালিক এজন স্কচ মন্ত্ৰী।

ঘৰৰ লগুৱা সকলোৰেই মোৰ প্ৰতি সদয়, মোক ভাল পায়, সেয়ে মোৰ জীৱন প্ৰায় সুখতেই কাটি গৈছে। মোতকৈ সুখী আৰু কৃতজ্ঞ কুকুৰ যেন অন্য এটা নাই। এই কথা কড়াই-গণ্ডাই সত্য। যাৰ স্মৃতিক স্মৰণ কৰি তেওঁৰ শিক্ষা অনুসৰি কাম-কাজ কৰিবলৈ যথা সাধ্য চেষ্টা কৰো, আৰু মাৰ বিশ্বাস তাৰ ফলতেই এই সুখ লাভ কৰিছো।

এনেতে মোৰ বুকুলৈ কেঁচুৱাটো আহিল আৰু মোৰ সুখৰ পিয়লাও পূৰ্ণ হৈ পৰিল। কেনেকৈ যে ঢলি ঢলি খোজ দিয়ে, কোমল, ভেলভেটৰ দৰে গা, সুন্দৰ সৰু সৰু হাতোৰা, মায়া ভৰা দুটা চকু, মৰললগা নিষ্পাপ চাৱনি। ল'ৰা-ছোৱালী আৰু সিহঁতৰ মাকহঁতেও তাক যে কিমান ভাল পায়, মৰম 'নকৰে'হুঁ জীৱনটো যে কিমান মধুময় হৈ উঠিল।

তাৰপিছতে আহিল অভাৱনীয় দুখৰ দিন। — এদিন মই নাৰ্চাৰীত পহৰাত আছিলো, অৰ্থাৎ মোৰ বিছনাত শুই মূৰ গুজি আছিলো। কেঁচুৱাটো ঠিক জুইকুৰাৰ একাষে তাৰ ঝুলনাখনতে শুই আছিল। দোলনাখন এখন ওখ তম্বুৰ আঁঠুৱাৰ দৰে স্বচ্ছ ঢাকনিৰে ঢাকি থোৱা আছিল, নাৰ্চগৰাকী বাহিৰলৈ গৈছিল আৰু আমি শুই আছিলো। ঠিক তেনেতে জুইৰ এটা ফিৰিঙতি ওফৰি গৈ তম্বুৰ দৰে আঁঠুৱাখনৰ ওপৰত পৰিলগৈ। এতিয়া ভাবিলে এনে লাগে যেন বেছ কিছু

সময় কাটি যোৱাৰ পিছত কেঁচুৰাটোৰ চিয়ঁৰত মোৰ টোপনি ভাগি গ'ল। দেখিলো, তম্বুটো জ্বলিছে, জুই চিলিং পৰ্যন্ত পাইছেগৈ। কোনো কথা মনলৈ অহাৰ আগতেই ভয়তে জঁপিয়াই মই দৰ্জাৰ ফালে দৌৰিব ধৰিলো, কিন্তু আধা ছেকেণ্ডমানৰ পিছতেই মাৰ সেই বিদায় বেলাৰ বাণী কাণত বাজিবলৈ ধৰিলে। বিছনাৰ কাষলৈ ঘূৰি আহিলো। জুইৰ মাজলৈ মূৰটো ঠেলি কঁকালৰ বেল্টডাল ধৰি টানি টানি কেঁচুৰাটোক বাহিৰ কৰি আনিলো আৰু দৰ্জাৰ কাষ পায়েই ধোঁৱাৰ কুণ্ডলীৰ মাজত পথ হেৰুৱাই মজিয়াত পৰি গ'লো, কিন্তু সামান্য সময়ৰ বাবেহে, তাৰ পিছতে কেঁচুৰাটোক পুনৰ আজুৰি টানি দৰ্জাৰ বাহিৰলৈ লৈ আহিলো। কেঁচুৰাটোৱে এতিয়াও সমানে চিৎকাৰ কৰিছে, আৰু ময়ো হলঘৰৰ বাৰাণ্ডাৰে ঘূৰি আগুৱাই গৈছো, আনন্দ, গৰ্ব আৰু উত্তেজনাত মই ফাটি পৰিছো, আৰু এনে সময়তে গিৰীহঁতৰ টেঁটুফলা চিঞৰ মোৰ কাণত পৰিল—

'ছেই ছেই, এৰিলিনে হাৰামজাদীহঁত'

নিজকে বচাবৰ বাবে জঁপিয়াই আঁতৰি আহিলেও গিৰীহঁতে এক অভাৱনীয় বেগেৰে সৌকা এডাল লৈ মোক খেদি আহিল আৰু প্ৰাণৰ মায়াত মই যিফালেই পাৰো সেইফালেই চেঁকুৰি পলাব ধৰিলো। কিন্তু হ'লে হ'ব কি? কোনোবা এপাকত দৌৰি আহি তেওঁ মোৰ সমুখৰ সোঁ ঠেঙত গাৰ জোৰেৰে কোব সোধালেহি, আৰ্তনাদ কৰি মই পৰি গ'লো। তেওঁ সৌকাডাল আকৌ দাঙি ল'লে, কিন্তু ভবা মতে নামি নাহিল। 'নাৰ্চাৰিত জুই লাগিছে মহাশয়।' — এনেতে নাৰ্চগৰাকীৰ চিঞৰ ভাহি আহিল আৰু সৌকাডাল পেলাই তেওঁ সেইফালে চেঁকুৰিব ধৰিলে। মোৰ বাকী হাড়কেইডাল যেনিবা এনেকৈয়ে ৰক্ষা পৰিল।

ঠেংখন খুব বিষাইছিল, বিষাওক, এতিয়া আৰু সময় নষ্ট কৰিলে নহ'ব, যিকোনো মুহূৰ্ততে তেওঁ ঘূৰি আহিব পাৰে, তিনিটা ঠেঙেৰে খোৰাই খোৰাই হলঘৰৰ অন্য দিশলৈ আঁতৰি আহিলো। তাৰ পৰা এডাল ছিৰি গুদাম ঘৰৰ ফালে উঠি গৈছে। সেইফালেৰে গৈ এটা অন্ধকাৰ কুঠৰীত ভঙা-ছিঙা লাম-লাকটু, অলাগতিয়াল বস্তু আদি দ'মাই ৰখা হৈছে। ঘৰৰ মানুহ কদাচিৎহে তালৈ যায়। কোনোমতে সেই কুঠৰীত সোমাই ভঙা-ছিঙা বস্তুৰ জাঁজত লুকাই পৰিলো। ইয়াত ভয় খোৱাৰ কোনো কাৰণ নাই যদিও মোৰ বৰ ভয় লাগিল। ইমান ভয় লাগিল যে আহঃ উহঃ কৰিও যে বিষৰ সামান্য উপশম ঘটাম তাৰো সাহস নোহোৱা হ'ল। ঠেংটো চেলেকি চেলেকিয়েই সামান্য আৰাম পাবলৈ চেষ্টা

কৰিলো।

আধা ঘন্টা ধৰি তলত হৈ-হুলস্থুল, দৌৰা-দৌৰিৰ পাছত সকলো চুপচাপ হৈ গ'ল। লাহে লাহে মোৰ ভয়ো আঁতৰি যাবলৈ ধৰিলে। অলপ পিছতে আকৌ এটা শব্দ শুনি মোৰ বুকুখন জিকাৰ খাই উঠিল। তেওঁলোকে মোক মাতিছে, বিচাৰি নাপাই গালি-গালাজো কৰিছে।

সেই শব্দ শুনিও কিন্তু মোৰ ভয় নকমিল। ইমান ভয়ংকৰ শব্দ কিজানি কেতিয়াও শুনা নাছিলো। ইফালে-সিফালে একেলেঠাৰীয়ে মাতামাতি চলিল, হলঘৰত, দুয়োটা মহলাত, মাটিৰ তলৰ কোঠাত, তাৰপিছত বাহিৰত, দূৰৰ সেই শব্দ আকৌ ঘৰৰ ভিতৰলৈকে ঘূৰি আহিল। এনে লাগিল, সেই শব্দ যেন কোনোকালে বন্ধ নহ'ব।

অৱশেষত সেই শব্দ বন্ধও হ'ল। তেতিয়ামানে সন্ধিয়াৰ শেষ পোহৰকণো হেৰাই গৈছে আৰু নিশাৰ আন্ধাৰে গোটেই কোঠাটোকে আবৰি ধৰিছে।

তাৰপিছত সেই শান্ত পৰিৱেশৰ মাজত ধীৰে ধীৰে মোৰ ভয় কাটি গ'ল, মই পৰম নিচিন্তে শুই পৰিলো। জিৰণি ভালেই হ'ল। টোপনি যেতিয়া ভাগিল তেতিয়ামানে আকৌ এবাৰ গধূলি নামি আহিছে। এনে লাগিল এতিয়া মানে যেন বহুখিনি আৰাম পাইছো। মনে মনে পলোৱাৰ বাবেও এটা বুদ্ধি পাঙিলো। এটা ভাল উপায়ো মনলৈ আহিল, কিন্তু হঠাৎ এনে লাগিল মোৰ নিজৰ পেটৰ পোৱালিটোক এৰি পলাই গৈ বাচি থাকিনো কি হ'ব।

পুনৰ গভীৰ হতাশাই বেৰি ধৰিলে। কৰিবলৈও একো নাই। বুজিব পাৰিলো, য'তে আছো ত'তেই থাকিব লাগিব, থাকি অপেক্ষা কৰিব লাগিব, যি ঘটিব তাকে মানি ল'ব লাগিব— আচলতে এইটো মোৰ ভাবিব লগা বিষয়েই নহয়, এয়েতো জীৱন। — মায়েতো তাকেই কৈছিল।... তাৰ পিছত আকৌ সেই মাতামাতি চিঞৰ-বাখৰ আৰম্ভ হ'ল। ভাব হ'ল, মালিকে মোক কেতিয়াও ক্ষমা নকৰে। অৱশ্যে তেওঁ যে কিয় মোৰ প্ৰতি এনে বিৰূপ আৰু ক্ষমাহীন হৈ পৰিছে তাকেহে গমি উলিয়াব নোৱাৰিলো। হয়তো কুকুৰৰ পক্ষে এনে কাৰণ বুজা সম্ভৱ নহয়, মানুহ হোৱা হ'লে নিশ্চয় বুজিব পাৰিলোহেঁতেন।

'ঔচ্‌ ঔচ্‌ আহ, আহ।'

এনে লাগিল এই ঔচ্ ঔচ্ যেন দিনে ৰাতিয়ে চলিব ধৰিছে। ভোক-পিয়াহে মোক ক্ৰমাৎ অস্থিৰ কৰি তুলিছে। বুজিব পাৰিছোঁ— মই ক্ৰমাৎ দুৰ্বল হৈ পৰিছোঁ। এনে অৱস্থাত সকলোৱে প্ৰচুৰ পৰিমাণে শোৱে, ময়ো শুব ধৰিলো।

আৰু তেনেতে এসময়ত অতিশয় ভয় খাই মই সাৰপাই উঠিলো। এনে লাগিল, মাতটো যেন এই বন্ধ কুঠৰীটোৰ ভিতৰৰ পৰাই আহিছেহু হয়, ঠিকেইতোহু মাতটো স্যাডিৰ, সি কান্দিছে, মোৰ নামটো কঁপি কঁপি তাৰ ওঁঠৰ পৰা সৰি পৰিছে, আৰু সি যিবোৰ কথা কৈছে— কাণেৰে শুনিও যেন মোৰ বিশ্বাস হোৱা নাই।

'ঘূৰি আহ আইলীন, আমাৰ কাষলৈ ঘূৰি আহ, ক্ষমা কৰ— তই নথকা কাৰণে আমাৰ বৰ কষ্ট হৈছে— আইলীন।'...

মনৰ আনন্দত এটা সকৃতজ্ঞ কোঁ-কোৰনি মোৰ মুখৰ পৰা ওলাই আহিল, আৰু পিছমুহূৰ্ততেই অন্ধকাৰৰ মাজেদি ভঙা আবৰ্জনাবোৰ পাৰহৈ সি মোৰ ফালে আগুৱাই আহি আহি চিৎকাৰ কৰিব ধৰিলে। 'পোৱা গৈছে। আহাঁ, আটায়ে আহাঁ। আইলীনক পোৱা গৈছে।'

তাৰপিছৰ দিনবোৰ— আঃ কি সুন্দৰহু মালিক, স্যাডি, লগুৱা-লিক্‌চৌ, আয়া— সকলোৱে যেন মোক পূজাহে কৰিবলৈ ধৰিলে। মোৰ বিছনা জাপি দি যেন তেওঁলোকৰ আটাইৰে মন নভৰা হ'ল। ভাল ভাল খোৱাবস্তু নিদিলে তেওঁলোকৰ মন অশান্ত হৈ পৰে। ইফালে মোৰ বীৰত্বৰ কথা শুনিবলৈ বন্ধু আৰু প্ৰতিবেশীসকলে প্ৰতিদিনে দল বান্ধি আহিবলৈ ধৰিলে। দিনে অন্ততঃ বাৰ-তেৰবাৰ শ্ৰীমতী গ্ৰে আৰু স্যাডিয়ে নবাগতসকলক সেই কাহিনী শুনাইছিল। কথাৰ মাজতে তেওঁলোকে আমাৰ দুয়োজনৰ গাৰ পোৱা দাগবিলাকো দেখুৱাইছিল। কিন্তু অতিথিসকলে যেতিয়া মই খোৱা কেনেকৈ হ'লো সুধিছিল, তেতিয়া তেওঁলোকে লাজপাই অন্য কথা উলিয়াইছিল।

মোৰ গৌৰবৰ কিন্তু তাতেই শেষ নহ'ল। গিৰীহঁতৰ বন্ধুবিলাক আহিছিল, বিছজন বিশিষ্ট মানুহৰ এটা দল আহি মোক লেবৰটৰিলৈ লৈ গৈছিল, মোৰ বিষয়ে আলোচনা কৰিছিল, যে ময়ো তেওঁলোকৰ এক নতুন আৱিষ্কাৰহে হৈ পৰিলো। কোনো এজনে কৈছিল, এজনী মুক প্ৰাণীৰ এইটো এক আচৰিত ৰূপ, যিমান দূৰ তেওঁলোকে মনত পেলাব পাৰে তাৰ ভিতৰত এইটোৱেই প্ৰবৃত্তিৰ সূক্ষ্মতম প্ৰকাশ, কিন্তু গিৰীহঁতে বাধা দি কৈছিল, 'এইটো প্ৰবৃত্তিৰো বহু ওপৰৰ বস্তু, এইটো হ'ল বিচাৰ বুদ্ধি, আৰু এই বস্তুটো মানুহতকৈও এই বেচেৰী চাৰিঠেঙীয়া প্ৰাণীটোৰ মাজতেই বহু বেছি পৰিমাণে আছে।' তাৰপিছত তেওঁ হাঁহি হাঁহি কৈছিল, 'আপোনালোক মোলৈকে চাওঁকচোনহু ইমান তীক্ষ্ণ বুদ্ধিৰ অধিকাৰী হৈয়ো মই দেখোন ধৰি ল'লো যে কুকুৰজনীয়ে পাগল হৈহে

মোৰ ল'ৰাটোক মাৰি পেলাব বিচাৰিছে, অথচ এই পশুজনীৰ বুদ্ধি আৰু বিচাৰ শক্তি নাথাকিলে শিশুটি দেখোন মৰাই গ'লহেঁতেন।'

মোকেই কেন্দ্ৰ কৰি তেওঁলোকৰ এই দীঘলীয়া তৰ্ক-বিতৰ্কতু মোৰ এনে ইচ্ছা জন্মিছিল মোৰ এই পৰম সন্মানৰ কথা মোৰ মায়ে জানক, জানিলে তেওঁ কত গৰ্বই যে নকৰিব।

তাৰপিচত তেওঁলোকে আলোক বিজ্ঞান সম্পৰ্কত আলোচনা আৰম্ভ কৰিলে। আলোচনাৰ বিষয় আছিল— মস্তিষ্কৰ এটা নিৰ্দিষ্ট ক্ষতিৰ ফলত জীৱ অন্ধ হৈ যাব পাৰে নে নোৱাৰে? একমত হ'ব নোৱাৰি তেওঁলোকে স্থিৰ কৰিলে— এই বিষয়টো পৰীক্ষা কৰি চোৱা হ'ব। তেওঁলোকৰ কথা-বাৰ্তা আমনি লগা হোৱাত মই এসময়ত শুই পৰিলো, তাৰপিচত আৰু তেওঁলোকৰ আলোচনাৰ বিষয়ে একোকে জানিব নোৱাৰিলো।

চাওঁতে চাওঁতে বসন্ত কাল আহি পৰিল। চৌদিশ ৰ'দে উজ্বলাই তুলিলে। সকলোবোৰ সুন্দৰ, মনোৰম হৈ উঠিল। শ্ৰীমতী গ্ৰেয়ে ল'ৰা-ছোৱালীবিলাকক লৈ বাহিৰত ফুৰিবলৈ দীঘলীয়াকৈ ওলাই গ'ল। যোৱাৰ সময়ত মোক আৰু মোৰ পোৱালিটোক কিমান যে আদৰ নকৰিলেহু মালিক তেওঁৰ কাম লৈয়ে ব্যস্ত। সেয়ে আমি মাক-পুতেক দুটাই খেলি-ধূলি মনৰ সুখত দিন কটাই কেতিয়াকৈনো গৃহকৰ্তী আৰু ল'ৰা-ছোৱালীকেইটা ঘূৰি আহিব তাকে ভাবি দিন কটাব ধৰিলো।

এনেতে এদিন সেই বিজ্ঞানীসকল আকৌ আহিল। জানিব পাৰিলো, এইবাৰ পৰীক্ষাটো কৰা হ'ব। অলপ সময়ৰ পিছতে তেওঁলোকে মোৰ পোৱালিটোক লেবৰেটৰীলৈ লৈ গ'ল আৰু ময়ো তিনিটা ঠেঙেৰে খোৰাই খোৰাই লেবৰেটৰী পালোগৈ। পোৱালিটোৰ প্ৰতি আটাইৰে ইমান মনযোগ দেখি মোৰ মন ওফন্দি উঠিল, গৰ্ব হোৱাৰে কথাহু তেওঁলোকে ভালেমান সময় আলোচনা কৰিলে, পৰীক্ষা-নিৰীক্ষা চলালে। তাৰপিছত, কিয়জানো হঠাতে পোলালিটোৱে চিৎকাৰ কৰি উঠিল আৰু আটায়ে ধৰাধৰি কৰি তাক মজিয়ালৈ নমাই দিলে। সিও ঢলং-পলংকৈ খোজ কাঢ়িব ধৰিলে। তাৰ মূৰটো চমকা-চমক তেজে বুৰাই পেলাইছিল।

হঠাতে শুনিলো, মালিকে হাত-তালি দিছে, 'সেয়া চাওক, মোৰ কথাই সঁচা প্ৰমাণিত হৈছে। মই জিকিছো। এতিয়া আপোনালোকে স্বীকাৰ কৰক। চাওকচোন সেইটো বাদুলীৰ দৰে অন্ধ হৈ গৈছে।'

সকলোৱে হাত চাপৰি বজালে, 'হয় ঠিকেই। আপোনাৰ থিয়ৰি প্ৰমাণিত হৈছে। আজিৰ পৰা বিপন্ন মানুহ আপোনাৰ কাষত বহু পৰিমাণে ধৰুৱা হ'ল।' মালিকক আটায়ে প্ৰশংসা কৰিবলৈ ধৰিলে।

তাৰপিছত তেওঁলোকৰ আনন্দ-উৎসৱৰ ভাগ ল'বলৈ মই আৰু সুবিধা নাপালো। দৌৰি গৈ মই পোৱালিটোক আঁকোৱালি লৈ তাৰ মূৰৰ তেজ চেলেকিবলৈ ধৰিলো। সিও মোৰ কোলাত মূৰ থৈ গৰ্‌গৰাব ধৰিলে। এনে লাগিল, মাতৃৰ স্পৰ্শ পাই বুকুভঙা যন্ত্ৰণাৰ মাজতো যেন সি সামান্য সান্ত্বনা পাইছে। কিন্তু সামান্য সময়ৰ বাবেহে, তাৰপিছতে সি মজিয়াত নাক থেকেচা খাই পৰি গ'ল আৰু সেইভাগেই নিতাল মাৰিলে। তাৰপিছত সি আৰু এবাৰো লৰচৰ কৰিব নোৱাৰিলে।

আলোচনা এৰি মালিক আগুৱাই আহিল আৰু বনকৰা মানুহ এটাক মাতি নিৰ্দেশ দিলে, 'হেৰৌ, শুনিছ নহয়। 'যা সেইটোক বাগানৰ একোণত কবৰ দেগৈ।' কৈ উঠি তেওঁ পুনৰ আলোচনাত যোগ দিলেগৈ। — মই কিন্তু বনকৰা মানুহটোৰ পিছ নেৰিলো। মনে মনে আনন্দিত হৈ উঠিলো, কাৰণ পোৱালিটোৱে এতিয়া আৰু একো কষ্ট নোপোৱা হৈছে। সি শান্তিৰে টোপনি গৈছে।...আমি বাগিচাৰ এমূৰত উপস্থিত হ'লোঁগৈ। গ্ৰীষ্মকালত সেইখিনিৰ বিৰাট দেবদাৰু জোপাৰ ছাঁত আমি দুটাই যে খেলি, জঁপিয়াই কত আনন্দ কৰিছিলোঁ। বনকৰা মানুহটোৱে সেইখিনিতে এটা গাঁত খান্দি পোৱালিটোক শুৱাই দিয়াৰ ব্যৱস্থা কৰিব ধৰিলে। স্যাডিয়ে যেনেকৈ গছপুলি ৰোৱে— বনকৰা মানুহটোৱেও মোৰ পোৱালিটোক চাগে তেনেকৈ মাটিত পুতি থ'ব। মোৰ আনন্দ লগাৰে কথা, কিয়নো তেনে কৰিলে মোৰ পোৱালিটোও লাহে লাহে ডাঙৰ হৈ উঠিব, ৰবিন আডেয়াৰৰ দৰে সুন্দৰ সুঠাম হৈ উঠিব আৰু শ্ৰীমতী গ্ৰেয়ে ঘৰলৈ ঘূৰি আহি তাক দেখি অবাক হৈ যাব। তাকে ভাবি বনকৰা মানুহটোক পাৰোমানে সহায় কৰিলো। কাম শেষ কৰি সিও মোৰ পিঠিত থপৰিয়াই দিলে। তাৰ চকুত চকুলো, 'বেচেৰীহঁ' সি ক'লে, 'এইজন গিৰীহঁতৰ এধানমানি ল'ৰাটোকেই জুইৰ লগত খেলি তই বচাইছিলিহঁ'

তাৰ পিছত সম্পূৰ্ণ দুটা সপ্তাহ ধৰি মই গাঁতটোৰ কাষতেই অপেক্ষা কৰি আছো। কিন্তু সি দেখোন গছপুলিৰ দৰে গজি নুঠিল। এই সপ্তাহত মোৰ কিবা ভয় ভয় লাগিছে। এনে লাগিছে, কিবা এটা ভয়ংকৰ ঘটনা যেন ঘটি গৈছে। কি ঘটিছে মই বুজিব পৰা নাই, কিন্তু ভয়-শংকাই মোক ক্ৰমাৎ কাবু কৰি আনিছে।

লগুৱাবোৰে দেবদাৰু জোপাৰ তললৈকে ভাল ভাল খোৱা বস্তুবোৰ আনি দিছে, পিছে মই গিলিবহে পৰা নাই। সিহঁতে মোক আদৰ কৰে, ৰাতিও কাষলৈ আহি নিচুকাই নিজেও উচুপে, 'আই অ'হু তাৰ কথা তই পাহৰি পেলা। ভিতৰলৈ ব'ল, নিজৰ লগতে তই আমাকো বৰ কষ্ট দিছ।' মোৰ আৰু ভয় লাগে, আতংক বাঢ়ে, মই আৰু দুৰ্বল হৈ পৰিছো। কালিটো ঠেংকেইটাৰ ওপৰত ভৰ দি থিয় হৈ থকাৰ শক্তিও হেৰুৱাই পেলালো। ... আৰু আজি, এতিয়া বেলি লহিয়াইছে। হিম চেঁচা নিশাটো লাহে লাহে নামি আহিছে। লগুৱাবোৰে কিবোৰ যে কোৰাকুই কৰিব ধৰিছে মই তাৰ অৰ্থ বুজিব পৰা নাই, কিন্তু মোৰ বুকুখন যেন লাহে লাহে ঠাণ্ডা হৈ আহিছে।

বেচেৰীহু তাই একোকে বুজা নাই। পুৱাতে মালিকনী ঘূৰি আহিব, যিজনী কুকুৰে নিজৰ প্ৰাণৰ মমতা এৰি তেওঁৰ কেঁচুৱাটোক বচাইছিল— আহিয়েই তাইৰ বিচাৰ কৰিব, তেতিয়ানো কোন সাহসত ভৰ দি তেওঁক সঁচা কথাষাৰ শুনাম। জীৱ-জন্তু মৰিলে য'লৈ যায় আমাৰ অকনমানি বন্ধুটিও তালৈকে আঁতৰি গৈছে।◆

(**লেখকৰ চমু পৰিচিতি** ঃ চুটিগল্পৰ জন্ম-যন্ত্ৰণাৰ মাথোন দহ-এঘাৰ বছৰৰ পিছতে আমেৰিকাৰ ফ্লৰিডা চহৰত ১৮৩৫ চনত মাৰ্ক টোৱেনৰ জন্ম। তেওঁৰ প্ৰকৃত নাম আছিল স্যামুৱেল ল্যাংহৰ্ণ ক্লিমেন্স। হেমিংৱে, জ্যাক্ লণ্ডনকে ধৰি কেইবাগৰাকী বিশ্ববৰেণ্য লেখকৰ দৰেই মাৰ্ক টোৱেনৰ ব্যক্তিগত জীৱনো আছিল বিস্ময়কৰভাৱে বৈচিত্ৰ্যময়। আঠ বছৰ বয়সতে ছপাশালৰ কৰ্মী, কেইবা বছৰো ধৰি ভয়াৱহ মিচিচিপি নদীৰ ভাপ নাৱৰ পাইলট, খনিজ সম্পদৰ সন্ধানত দুৰ্গম অৰণ্য অঞ্চলৰ অভিযাত্ৰী, ভাৰ্জিনিয়াত সংবাদসেৱী আৰু শেহলৈ জীৱনৰ এনে সমৃদ্ধ অভিজ্ঞতাৰে সাহিত্য সেৱাৰ জগতত প্ৰৱেশ।

চৌসত্তৰ বছৰ বয়সত (১৯১০ চন) জীৱন অৱসান ঘটা এইজনা মহান লেখকৰ কাপৰ পৰাই (*The Adventures of Tom Sawyer, Huckleberry Fin, Life on the Mississipi)* আদি কেইবাখনো যুগজয়ী উপন্যাসৰ উপৰি অজস্ৰ গল্প, ৰস ৰচনা, ভ্ৰমণ কাহিনী ইত্যাদি সৃষ্টি হৈছিল।)

# বৰষুণত ভিজা মেকুৰীটো

## মূল গল্প ঃ আৰ্নেষ্ট মিলাৰ হেমিংৱে

## অনুবাদ ঃ অৰুণিমা ভট্টাচাৰ্য্য

হোটেলখনত থকা মানুহবোৰৰ ভিতৰত তেওঁলোক দুজনেই মাত্ৰ আমেৰিকাৰ আছিল। হোটেলৰ চিৰিৰে কোঠালৈ অহা-যোৱা কৰোঁতে লগ পোৱা কোনো মানুহ তেওঁলোকৰ চিনাকি নাছিল। তেওঁলোকৰ কোঠাটো দ্বিতীয় মহলাত সাগৰৰ ফালে আছিল। তাৰ পৰা ৰাজহুৱা উদ্যানখন আৰু যুদ্ধৰ স্মৃতিসৌধটো দেখা গৈছিল। উদ্যানখনত সেউজীয়া ঠাল-ঠেঙুলিৰে ডাঙৰ প্লামৰ গছ কিছুমান আছিল। ভাল বতৰত চিত্ৰকৰে তাত সদায় ছবি আঁকাত ব্যস্ত থকা দেখা গৈছিল। চিত্ৰশিল্পীবোৰে প্লামৰ গছবোৰৰ উজ্জ্বল ৰঙটো আৰু তাৰ স'তে মিলি যোৱা সাগৰ আৰু হোটেলৰ অৱস্থানটো পছন্দ কৰিছিল। ইটালীবাসী বহু দূৰ দূৰণিৰ পৰা যুদ্ধৰ স্মৃতিসৌধটো চাবলৈ আহিছিল। ব্ৰঞ্জেৰে বনোৱা সৌধটো বৰষুণত জিলিকি উঠিছিল। প্লামৰ গছবোৰৰ পৰা টোপ টোপকৈ বৰষুণৰ পানী পৰিছিল। পুখুৰী আৰু শিলগুটি দিয়া ৰাস্তাবোৰত পানী জমা হৈছিল। দীঘলীয়া বৰষুণজাকত সাগৰৰ ঢৌবোৰ পাৰলৈ অহা-যোৱা কৰি আছিল। মটৰ গাড়ীবোৰ স্মৃতিসৌধৰ কাষেৰে পাৰ হৈছিল। ৰাস্তাৰ সিটো পাৰে থকা ৰেস্তোৰাখনৰ লগুৱা এটাই দুৱাৰমুখত থিয় দি বাহিৰলৈ চাই আছিল। আমেৰিকাৰ মহিলাগৰাকীয়ে কোঠাৰ খিৰিকীৰে বাহিৰলৈ চাই আছিল। ঠিক খিৰিকীখনৰ তলত বাহিৰত মেকুৰী এটা টেবুল এখনৰ তলত বৈ আছিল। বৰষুণৰ টোপাল গাত নপৰিবলৈ সি অহৰহ চেষ্টা কৰিছিল। "মই সেই মেকুৰী পোৱালিটো আনিবলৈ যাওঁ", মহিলাগৰাকীয়ে ক'লে। "মই আনি দিওঁ", তেওঁৰ স্বামীয়ে বিচনাত বাগৰি থকাৰ পৰা ক'লে। "নালাগে, ময়েই আনিম। বেচেৰা মেকুৰী পোৱালিটোৱে নিজক নিভিজাকৈ ৰাখিবলৈ বৰ চেষ্টা কৰিছে।" মহিলাগৰাকীৰ স্বামীয়ে বিচনাত বাগৰি পঢ়ি থকা কিতাপৰ পৰা মূৰ নোতোলাকৈ ক'লে, "বৰষুণত নিতিতিবা।" মহিলাগৰাকী তললৈ নামি আহি হোটেলৰ মালিক বহা ঠাইখিনি পালে। ওখ, বয়সস্থ এই মানুহজনে তেওঁক থিয় হৈ সম্ভাষণ জনালে। "বৰষুণ দি আছে", মহিলাগৰাকীয়ে ক'লে। "হয়,

বৰ বেয়া বতৰ", মানুহজনে উত্তৰত ক'লে। মহিলাগৰাকীয়ে হোটেলৰ মালিকজনৰ গভীৰভাৱে যিকোনো অভিযোগ গ্ৰহণ কৰা, সন্মানজনক ব্যৱহাৰ, সেৱা আগবঢ়াবলৈ যিকোনো সময়তে সাজু হৈ থকা এই আটাইবোৰ গুণ পছন্দ কৰিছিল। মহিলাগৰাকীয়ে দুৱাৰমুখ খুলি বাহিৰলৈ চালে। বৰষুণ বেছি হৈছিল। মেকুৰীটো সোঁফালে থাকিব লাগে। অৱশ্যে সি অলপ দূৰলৈ যাব পাৰে। তেওঁ দুৱাৰমুখত থিয় দিয়াৰ লগে লগে কোনোবাই ছাতি মেলি পিছফালে থিয় হ'ল। তেওঁ ঘূৰি চাই দেখা পালে তেওঁলোকৰ কোঠাৰ পৰিচাৰিকাজনী। "আপুনি বৰষুণত ভিজাটো উচিত নহয়", তাই হাঁহি হাঁহি ইটালীয়ান ভাষাত ক'লে। নিশ্চয় হোটেলৰ মালিকজনে তাইক পঠিয়াইছে। পৰিচাৰিকাজনীৰ ছাতিৰ তলত তেওঁ শিলগুটি দিয়া পথটো পাৰ হৈ তেওঁলোকৰ কোঠাৰ খিৰিকীখনৰ তল পালেগৈ। টেবুলখন তাত আছিল, কিন্তু মেকুৰীটো নাছিল। তেওঁৰ মনটো বেয়া লাগি গ'ল। পৰিচাৰিকাজনীয়ে তেওঁৰ ফালে চাই সুধিলে, "আপোনাৰ কিবা হেৰাইছে নেকি?" "ইয়াত এটা মেকুৰী আছিল", মহিলাগৰাকীয়ে ক'লে। "মেকুৰী?" পৰিচাৰিকাজনীয়ে হাঁহি হাঁহি ক'লে, "বৰষুণত মেকুৰী?" "এই টেবুলখনৰ তলতে আছিল। মোক মেকুৰী পোৱালিটো লাগিছিল।" "আহক" পৰিচাৰিকাজনীয়ে ক'লে, "আমি ভিতৰলৈ যাব লাগে। আপুনি ভিজাটো উচিত নহয়।" মহিলাগৰাকীয়ে তাইৰ কথাটো সমৰ্থন কৰিলে আৰু উভতি আহি ভিতৰ সোমালহি। তেওঁ যেতিয়া হোটেলৰ কাৰ্যালয় আৰু মালিক বহা ঠাইখিনি পাৰ হ'ল, মালিকজনে তেওঁক আকৌ এবাৰ সম্ভাষণ জনালে। হঠাৎ মানুহগৰাকীৰ নিজকে বৰ হেয় প্ৰতিপন্ন হোৱা যেন লাগিল। মনত কিবা এটাই হেঁচা মাৰি ধৰা যেন লাগিল। হোটেলৰ মালিকজনে যেন তেওঁক একে সময়তে খুব সৰু আৰু খুব দৰকাৰী, সন্মানজনক দুয়োটা ভাবেৰে চাইছিল। তেওঁ কোঠাৰ দুৱাৰখন খোলাৰ লগে লগে পঢ়াত ব্যস্ত থকা তেওঁৰ স্বামী জৰ্জে সুধিলে, "তুমি মেকুৰীটো পালানে?" "গুচি গ'ল।" "আচৰিত, ক'লৈ গ'ল?" পঢ়াৰ পৰা মূৰ তুলি স্বামীয়ে সুধিলে। মহিলাগৰাকী বিচনাত বহিল আৰু ক'লে, "মই বিচাৰিছিলোঁ। বেচেৰা মেকুৰীটো, এই বৰষুণত ঘূৰি ফুৰাটো ধেমালি কথা নহয়।" জৰ্জে আকৌ পঢ়িবলৈ ধৰিলে। তেওঁৰ পত্নীয়ে এইবাৰ আইনাৰ ওচৰলৈ উঠি গৈ নিজৰ মুখখন চাবলৈ ধৰিলে আৰু স্বামীক উদ্দেশ্য কৰি ক'লে, "তুমি ভাবানে মই মোৰ চুলি দীঘলকৈ ৰখাটো ভাল হ'ব বুলি?" "মই যেনেদৰে

আছে তেনেকৈ থকাটোৱে ভাল বুলি ভাবোঁ।" "মোৰ যে এনেদৰে আমনি লাগিছে।" পত্নীয়ে ক'লে। জৰ্জে বিচনাত বাগৰাৰ ভংগীটো সলনি কৰিলে আৰু পত্নীৰ ফালে চাই ক'লে, "তোমাক এনেকৈয়ে ভাল দেখায়।" তেওঁ আইনাখন এৰি খিৰিকীৰ ওচৰ পালেগৈ। বাহিৰত এন্ধাৰ হৈ আহিছিল। "মই মোৰ চুলিখিনি পিছফালে টানি বান্ধিব খোজোঁ", পত্নীগৰাকীয়ে ক'লে, "মই এটা মেকুৰী পোৱালি ৰাখিব খোজোঁ, যিটোৱে মোৰ কোলাতো আলফুলে শুব। আৰু মই ৰূপৰ থালত মমবাতিৰ পোহৰত ৰাতিৰ আহাৰ গ্ৰহণ কৰিব খোজোঁ। মই এতিয়া বসন্তকাল হোৱাটো বিচাৰোঁ আৰু নতুন কাপোৰ কিছুমান বিচাৰোঁ।" "অস্ বন্ধ কৰা আৰু কিবা এটা পঢ়িবলৈ লোৱা!" জৰ্জে ক'লে। তেওঁ আকৌ পঢ়াত মন দিলে। কিন্তু তেওঁৰ পত্নীয়ে খিৰিকীৰে বাহিৰলৈ চাই থাকিল। বাহিৰত তেতিয়া এন্ধাৰ বেছি হৈছিল আৰু প্লামগছবোৰত বৰষুণ পৰি আছিল। "যেনেকৈ নহওক মোক এটা মেকুৰী লাগে। যদি মই দীঘল চুলি ৰাখিব নোৱাৰোঁ, অন্য স্ফূৰ্তি কৰিব নোৱাৰোঁ, মেকুৰী এটাতো ৰাখিব পাৰোঁ।" জৰ্জে কথাবোৰ শুনা নাছিল। তেওঁ পঢ়ি আছিল। মহিলাগৰাকীয়ে আকৌ খিৰিকীৰে বাহিৰলৈ চালে, বাহিৰত বিজুলী চাকিৰ পোহৰ। কোনোবাই দুৱাৰত শব্দ কৰিলে। "সোমাই আহক", জৰ্জে কিতাপৰ পৰা মূৰ তুলি ক'লে। দুৱাৰমুখত কোঠাৰ পৰিচাৰিকাজনী থিয় হৈ আছিল। তাই এটা কাছৰ চলঙেৰে বনোৱা মেকুৰী কোঁচত লৈ আছিল। "এইটো হোটেলৰ গৰাকীয়ে মহাশয়াৰ কাৰণে পঠাই দিছে।" পৰিচাৰিকাজনীয়ে ক'লে।◆

**(লেখকৰ চমু পৰিচিতি** ঃ ১৯৫৪ চনৰ সাহিত্যৰ নবেল বঁটা বিজয়ী আমেৰিকাৰ সাহিত্যিক আৰ্নেষ্ট মিলাৰ হেমিঙৱেৰ "Cat in the Rain" এটা জনপ্ৰিয় চুটিগল্প। "The Old Man and the Sea" দৰে উপন্যাসৰ বাবে পৃথিৱী বিখ্যাত হেমিঙৱেৰ চুটিগল্পসমূহ নাটকীয় উপস্থাপন আৰু সাৱলীল বৰ্ণনাৰে ভৰা।)

# অদৃশ্য সংগ্ৰহ

## মূল ঃ ষ্টিফান জোৰেইগ (অষ্ট্ৰিয়া)

## অনুবাদ ঃ ভাৰতী ভূঞা

গাড়ীখন ড্ৰেছডেন পাৰ হোৱাত এজন বয়স্ক ভদ্ৰলোক আমাৰ কেবিনটোত উঠিল আৰু সকলোলৈকে চাই মোৰ ওপৰত চকু পৰাত কিছুপৰ চাই থাকি মূৰ দুপিয়ালে। মই যেন তেওঁৰ বহুদিনৰ চিনাকিহে মোক হতবুদ্ধি হোৱা যেন দেখি তেওঁ নিজৰ নামটো ক'লে। মানুহজন সঁচাকৈয়ে মোৰ চিনাকি। তেওঁ আছিল বাৰ্লিনৰ এজন ছবি আৰু কিতাপৰ বিখ্যাত ব্যৱসায়ী। যুদ্ধৰ আগতে মই তেওঁৰ পৰা কিছু অটোগ্ৰাফ আৰু দুষ্প্ৰাপ্য কিতাপ কিনিছিলোঁ।

মোৰ বিপৰীত দিশৰ খালী আসনখনত বহাৰ পাছত আমাৰ দুজনৰ মাজত বিভিন্ন আলোচনা চলিল। এসময়ত প্ৰসংগ পৰিৱৰ্তন কৰি মই তেওঁ কি কাৰণত কোন ঠাইলৈ গৈছিল সেই কথা সুধিলোঁ। তেওঁ ক'লে, নিজৰ ছয়ত্ৰিছ বছৰীয়া ব্যৱসায়ী জীৱনত বোলে এইবাৰৰ দৰে বিচিত্ৰ অভিজ্ঞতা কাহানিও হোৱা নাছিল। মই আগ্ৰহ প্ৰকাশ কৰাত তেওঁ নিজৰ অভিজ্ঞতা বৰ্ণাবলৈ ধৰিলে— আপোনালোকেতো জানেই, টকাৰ দাম গেছৰ দৰে ওপৰলৈ উঠি গৈ থাকিলে আমাৰ ব্যৱসায়ৰ অৱস্থা কেনে হয়হে যুদ্ধৰ আমোলৰ মুনাফাখোৰ ব্যৱসায়ীসকলৰো ৰুচি সলনি হয়। মেডোনা জাতীয় পুৰণি শিল্পৰীতিৰ দ্ৰব্য আৰু প্ৰাচীন ৰীতিৰ পৰ্দা-দলিচাৰ আদৰ তেওঁলোকৰ কাৰণে বাঢ়ি যায়। আমাৰ দৰে সৰু সৰু ব্যৱসায়ীৰ কাৰণে এইবিলাক চাহিদা পূৰণ কৰাটো বৰ কঠিন। গ্ৰাহকৰ পছন্দমতে বস্তু যোগাৰ কৰা ক্ৰমে অসম্ভৱ হৈ উঠিছে। আজোককাৰ দিনৰে পৰা চলি অহা ব্যৱসায়ত বাধা আহি পৰিছে। সেইবাবে ভাবিলোঁ— এই সংকটৰ দিনত আমাৰ দোকানৰ পুৰণি যিসকল গ্ৰাহক আছিল তেওঁলোকক বিচাৰি উলিয়াই তেওঁলোকৰ ওচৰত থকা পুৰিণ বস্তুবোৰ কিনি আনিম। সেই পুৰণি গ্ৰাহকসকলৰ নামৰ এখন তালিকা প্ৰস্তুত কৰি প্ৰত্যেকলৈকে চিঠি দিলোঁ। সৰহভাগৰেই মৃত্যু হৈছে। ভাবিলোঁ, ভাল বস্তু তেওঁলোকৰ ওচৰত নিশ্চয় নাই। হয়তো সকলো বিক্ৰী কৰি পেলাইছে।

এনেকুৱা সময়তে আমাৰ ককাদেউতাৰ দিনৰে পুৰণি এজন গ্ৰাহকৰ চিঠি

কিছুমান বিচাৰি পালোঁ। আমাৰ গ্ৰাহকসকলৰ ভিতৰত তেৱেঁই আছিল সবাতোকৈ পুৰণি আৰু জীৱিত মানুহ। কিন্তু ১৯১৪ চনৰ যুদ্ধৰ পাছত তেওঁ আমাৰ দোকানৰ পৰা কোনো বস্তু ক্ৰয় কৰা নাই। মোৰ ছয়ত্ৰিছ বছৰীয়া ব্যৱসায়ী জীৱনত তেওঁৰ লগত কোনো চিনা-পৰিচয় নাছিল। আমাৰ পৰা কিনা বস্তুবোৰৰ তালিকাৰ তলত তেওঁ নিজে চহী কৰাৰ উপৰি নিজৰ পদবীৰ নামো উল্লেখ কৰিছিল। তাৰ পৰা বুজিলোঁ তেওঁ আছিল এজন ফাৰ্ষ্টক্লাছ আইৰন ক্ৰছধাৰী লেফটেনেন্ট, যিজনে ১৮৭০ চনত যুদ্ধত কৃতিত্বৰে অংশগ্ৰহণ কৰিছিল। হিচাপ কৰি চাই দেখিলোঁ, তেওঁৰ বৰ্তমান বয়স হ'ব প্ৰায় আশী। মানুহজনৰ ভাল ছবি আৰু কিতাপ সংগ্ৰহ কৰাৰ চখ আছিল। শিল্পানুৰাগ আৰু ৰুচিবোধো তেওঁৰ অত্যন্ত উচ্চমানৰ আছিল। এই বিষয়ত তেওঁ টকা-পইচাও যথেষ্ট খৰচ কৰিছিল। আমাৰ দোকানৰ পৰা আগতে তেওঁ যি বস্তু-বাহানি কিনিছিল, তেতিয়াৰ দিনত তাৰ দাম বৰ বেছি নাছিল যদিও এতিয়া যথেষ্ট বেছি।

কিন্তু সমস্যা হ'ল, তেওঁৰ লগত বা এতিয়া কি কি আছে? আকৌ ভাবিলোঁ, কাৰোবাৰ ব্যক্তিগত ভাল ছবি বা কোনো চৌখিন শিল্পদ্ৰব্য কিনা-বেচা হ'লে সেয়া অন্ততঃ আমি গম পাম। যদি তেওঁৰ মৃত্যুও হৈছে, তেনেহ'লে উত্তৰাধিকাৰীসকলে বস্তুবিলাক নিশ্চয় ঠিকেই সংৰক্ষণ কৰি ৰাখিব।

সেয়া যি নহওক, এটা চেষ্টাকে কৰি চাওঁ বুলি পিছদিনাই সন্ধিয়া ছেক্সনিৰ অন্তৰ্গত চহৰখনলৈ ৰাওনা হ'লোঁ। ৰে'ল ষ্টেচনৰ পৰা মূল পথেদি আহোঁতে আশে-পাশে থকা ঘৰ-বাৰীবোৰ দেখি একেবাৰেই ভাল নালাগিল। মনত ভাব হ'ল— এনে ঘৰত যি বাস কৰে, তেওঁলোকৰ ওচৰতনো কিয় ৰেমব্ৰাঁৰ দৰে নামকৰা শিল্পীৰ বিখ্যাত ছবি থাকিব? স্থানীয় পোষ্ট অফিচত খবৰ কৰি জানিব পাৰিলোঁ, অৱসৰপ্ৰাপ্ত লেফ্টেনেন্ট এজন এতিয়াও জীৱিত আছে। অফিচৰ মানুহে ঘৰটোৰ বিষয়ে ভালকৈ বুজাই দিলে। বেলা তেতিয়াও দুপৰ হোৱা নাই। মোৰ হৃদয়স্পন্দন যেন দ্ৰুত হৈ উঠিল।

কলিং বেল টিপাৰ লগে লগেই এগৰাকী বৃদ্ধাই দৰ্জা খুলি দিলে। তেওঁক মোৰ পৰিচয়যুক্ত কাৰ্ডখন দি ঘৰৰ মালিকক লগ পাব খোজাৰ কথা ক'লোঁ। বৃদ্ধা ভিতৰলৈ যোৱাত ভিতৰত দুয়োজনৰ কথোপকথন শুনিবলৈ পালোঁ। ভদ্ৰলোকে ক'লে—'বাৰ্লিনৰ পৰা হেৰ ৰ্যাকনাৰ নামৰ সেই ব্যৱসায়ীজন আহিছে। মই নিশ্চয় দেখা কৰিম তেওঁক।'

বৃদ্ধাই আহি মোক ভিতৰলৈ নিমন্ত্ৰণ জনালে। সস্তীয়া আচবাব-পত্ৰৰে ভৰা

কোঠা এটাত বৃদ্ধ বহি আছিল। বিশেষ আন্তৰিকতাৰে তেওঁ মোক অভ্যৰ্থনা জনাবলৈ হাতখন আগবঢ়াই দিলে, কিন্তু নিজে আগবাঢ়ি নহা দেখি ময়েই প্ৰথম কৰমৰ্দন কৰিলোঁ। বুজিলোঁ, ভদ্ৰলোক অন্ধ। তেওঁৰ কাৰণে মোৰ বৰ দুখ অনুভৱ হ'ল। পিছে তেওঁ নিজেই হাঁহিমুখে কৈ উঠিল— 'আজি সঁচাই বৰ শুভদিন। আপোনাৰ দৰে ইমান বিখ্যাত ব্যৱসায়ী এজনে যে আমাৰ নিছলা পঁজাত ভৰি দিলেহিহ্ন আপোনাৰ বৰ্তমান ব্যৱসায় কেনে? মইতো আজিকালি ছবি-তবি কিনিব নোৱাৰোঁ।'

মই লৰালৰিকৈ মাত লগালোঁ— নাই, মই কোনো বস্তু বিক্ৰীৰ বাবে অহা নাই। আমাৰ ব্যৱসায়ৰ এজন পুৰণি গ্ৰাহক আৰু জাৰ্মানিৰ এজন বিখ্যাত ছবি সংগ্ৰহকাৰীৰ সৈতে দেখা কৰিবলৈহে আহিছোঁ। 'ছবি সংগ্ৰহকাৰী' শব্দটো শুনাৰ লগে লগে তেওঁৰ ম্লান মুখখন উজ্বলি উঠিল আৰু পত্নীক উদ্দেশ্যি উল্লাসিত স্বৰে ক'লে— 'হেৰা, বোলো শুনিছানে?' তাৰ পাছত মোৰফালে চাই কোমল মাতেৰে ক'লে— "কেৱল চা-চিনাকি হৈয়েই ঘূৰি গ'লে মই বৰ দুখ পাম।" আপোনাক দেখুৱাব পৰাকৈ মোৰ ছবি এখন এতিয়াও আছে। ৰেমব্ৰাঁৰ এই ছবিখন বাৰ্লিন বা ভিয়েনা ক'তো নাপাব। পঞ্চাছ বছৰ ধৰি বিচাৰি বিচাৰি এই ছবিখন সংগ্ৰহ কৰিছিলোঁ। লিছবেথ— চাওঁ, মোক আলমাৰিৰ চাবিটো দিয়াচোন।"

তেওঁৰ পত্নীয়ে হাত দুখন যোৰ কৰি বৰ কৰুণভাৱে মোৰফালে চাই মূৰ জোকাৰিলে। মই একো বুজিব নোৱাৰিলোঁ। তাৰ পিছত স্বামীক উদ্দেশ্যি তেওঁ ক'লে—"প্ৰিয় ফ্ৰাঁৎস, তুমি দুপৰীয়াৰ খোৱাৰ কথা পাহৰিয়েই গ'লা নেকি?" মোৰফালে কাতৰ চাৱনিৰে চাই তেওঁ আকৌ ক'লে— "আমি বৰ হতভগীয়া, দুপৰীয়া অহা সাক্ষাৎ দামোদৰজনক আপ্যায়ন কৰাৰ উপায়ো আমাৰ নাই। তথাপি কফি খুৱাব পাৰিলে মই সুখী হ'ম। আমাৰ ছোৱালী অন্না মেৰিয়া আহিব, তাই ছবিৰ বিষয়ে ভালকৈ জানে।"

অৰ্থাৎ বৃদ্ধাই যেন ক'ব বিচাৰিছে, তেওঁ মোক এতিয়াই ছবিখিনি দেখুৱাব খোজা নাই। মই লৰালৰিকৈ ক'লোঁ— 'গল্ডেন ষ্টেগ হোটেলত দুপৰীয়াৰ সাঁজ খাম বুলি মই কৈ আহিছোঁ। মই বাৰু তিনি বজাত ছবি চাবলৈ আহিম। ছয় বজাত মই যাবগৈ লাগিব।'

ভদ্ৰলোকে কৈ উঠিল— "মোৰ ওচৰত সাতাইছখনমান ছবি আছে। চাওঁতে দুই-তিনি ঘণ্টা লাগিব। তথাপি আপুনি যদি তিনি বজাত আহে, তেন্তে

ছয় বজাৰ আগে আগে ছবি চোৰা শেষ হ'ব।"

মই বিদায় লৈ ওলাই অহাৰ সময়ত ভদ্ৰ মহিলাই মোৰ ওচৰলৈ আহি খুব সৰু সৰুকৈ ক'লে—"যদি আপুনি বেয়া নাপায়, তেন্তে আমাৰ ছোৱালীজনীয়ে গৈ আপোনাক এবাৰ দেখা কৰিব পাৰিবনে? কিছু কথা আছে। এতিয়া সেয়া বুজাই ক'ব নোৱাৰিম।"

—"ঠিক আছে, হ'ব। আপোনাৰ ছোৱালীজনীক হোটেললৈকে পঠাই দিব।"

গল্ডেন ষ্টেগ হোটেলত আহাৰ খাই উঠাৰ পিছতেই আন্না মেৰিয়া আহি উপস্থিত হ'লহি। তেওঁ কুমাৰী যদিও যথেষ্ট বয়স হৈছে। পিন্ধনত এযোৰ তেনেই সাধাৰণ পোছাক। বহাৰ পাছত মই তেওঁক সুধিলোঁ— 'কওকচোন কি কথা আছিল।'

বহু সময় ইতস্ততঃ কৰি থকাৰ পাছত তেওঁ কুণ্ঠিতভাৱে ক'লে— 'আমি আপোনাৰ পৰা অলপ অনুগ্ৰহ ভিক্ষা কৰিছোঁ। আপুনি গ'লেই দেউতাই আটাইখিনি ছবি দেখুৱাবলৈ ক'ব। কিন্তু হায়হু চাওকচোন, এখনো ছবিৰ অৱশিষ্ট নাই।"

আন্না মেৰিয়াই কম্পিত স্বৰেৰে ক'লে— "আপোনাক মই চব কথা খুলি ক'ম। তেতিয়াহে বুজিব পাৰিব। আপুনি হয়তো নাজানে, কি দুঃসময়ৰ মাজেৰে আমি দিন পাৰ কৰিছোঁ। সত্তৰ বছৰ বয়সত যুদ্ধলৈ গৈ দেউতাই চকু দুটা হেৰুৱালে। তাৰ বাহিৰে তেওঁৰ শৰীৰটো ভালেই। বৰ্তমান ছবিৰ বাহিৰে যেন তেওঁৰ আৰু কোনো অৱলম্বন নাই। মুখত অনবৰতে ছবিৰ কথা। দেউতাইতো নাজানে দেশৰ মুদ্ৰাস্ফীতিয়ে কেনেকৈ আমাৰ সৰ্বস্বান্ত কৰিছে। তেওঁৰ মাহেকীয়া পেন্সনৰ টকাকেইটাৰে আমাৰ আটাইকেইজনৰ এদিনৰ খোৱাও যোগাৰ নহয়। আমাৰ তিনিজনৰ উপৰি মোৰ ভনীজনীৰ লগতে তাইৰ চাৰিটা ল'ৰা-ছোৱালীকো খুওৱা-পিন্ধোৱা, মানুহ কৰাৰ দায়িত্ব আমাৰ। কাৰণ ভনীজনীৰ স্বামীৰ মৃত্যু হৈছে। সাংসাৰিক খৰচ যিমান পাৰি কমাই দিলেও দুবেলা পেট ভৰাই খাবলৈ নোজোৰে। প্ৰথমে ছবিবিলাক বাদ দি ইটো-সিটো বিক্ৰী কৰিয়েই চলিছিলোঁ। কিন্তু তাৰ পাছত আৰু দিন নাযায়-নুপুৰায়। এনেকুৱা এটা দিন আহিল, যেতিয়া ছবিত হাত নিদিলে শুকাই মৰিব লাগিব আৰু দেউতাকো শুকুৱাই মাৰিব লাগিব। সেই কাৰণে আমি আৰু অনুমতিৰ কাৰণে বাট চাবই নোৱাৰিলোঁ।

দুগালেদি বৈ যোৱা চকুলো মচি আন্না মেৰিয়াই পুনৰ কৈ গ'ল— "প্ৰথমতেই আমি ৰেমব্ৰাঁই আঁকা এখন বিখ্যাত ছবি বিক্ৰী কৰিলোঁ। সেইবাৰ দুহেজাৰ টকা পাই ভাবিলোঁ, দুবছৰমান চলিব পাৰিম। কিন্তু 1822 চনত টকাৰ দাম কিদৰে কমি গৈছিল জানেই নহয়। ফলত ছমাহতে সকলো শেষ। তাৰ পাছত আৰু এখন বিক্ৰী কৰিলোঁ। এনেকৈয়ে ক্ৰমান্বয়ে চব ছবিয়েই নিলামত বিক্ৰী কৰিব লগা হ'ল। সেইবাবেই আপুনি ছবি চাবলৈ অহাত মায়ে ভয় খাইছে। ছবিৰ প'ৰ্টফলিঅ' খুলিলেই দেখা যাব, তাত কোনো ছবিয়েই নাই। অথচ দেউতাই একোৱেই নাজানে। কাৰণ প্ৰতিখন ছবিৰ ঠাইত খালী কাৰ্টিজ পেপাৰ ৰাখি থৈছোঁ। দেউতাই তাত হাত দি ভাবে, চব ঠিকেই আছে। মোৰ একান্ত অনুৰোধ, আপুনি দয়া কৰি এই ভুল নাভাঙিব। তেওঁ যেতিয়া ছবিবিলাকৰ কথা আপোনাৰ আগত বৰ্ণনা কৰিব, তেতিয়া আপুনি চব ঠিকেই আছে বুলি ক'ব। কি কৰিম কওক? পুৰণি কেইখনমান ছবিতকৈ কেইটামান জীৱনৰ দাম বহুত বেছিহে দয়া কৰি যদি আপুনি আমাৰ এই প্ৰতাৰণাৰ কাৰ্যটো সমৰ্থন কৰে তেন্তে খুব উপকাৰ হয়।"

আন্না মাৰিয়াৰ কাতৰ অনুৰোধটো কিমান মৰ্মস্পৰ্শী আছিল, সেয়া মই ঠিক বুজাব নোৱাৰিম। মোৰ সুদীৰ্ঘ ব্যৱসায়ী জীৱনত অনেক মানুহৰ ক্ষয়ক্ষতি দেখিছোঁ, কিন্তু কেতিয়াও ইমান বিচলিত হোৱা দেখা নাছিলোঁ। মেৰিয়াৰ কথাত মই ৰাজী হ'লোঁ।

মই যেতিয়া তেওঁলোকৰ ঘৰ পাওঁগৈ, ভদ্ৰলোকে তেতিয়া টেবুলৰ ওপৰত কেইখনমান মৃত ছবিৰ প্ৰেতমূৰ্তি লৈ মোৰ বাবেই অপেক্ষা কৰি আছিল। এখনৰ পিছত এখনকৈ, তেওঁ ছবি বুলি খালী কাৰ্টিজ পেপাৰবিলাককে দেখুৱাই খুব আৱেগজড়িতভাৱে বুজাবলৈ লাগিল। কেতিয়া, কেনেকৈ তেওঁ ছবিবিলাক সংগ্ৰহ কৰিছিল, কিমান আগ্ৰহেৰে এইবিলাক সঞ্চয় কৰিছে, তাকো বৰ্ণনা কৰি গ'ল। "এইখন 'এপোকেলিপ্‌ছ', এইখন 'মেলাংকলিয়া', এইখন 'পেছান আৰ্টিঅ'প'...। কিন্তু এইখন বন্ধাই থোৱা কাঠৰ ফ্ৰেমটো ক'লৈ গ'ল? কাঠৰ কাৰুকাৰ্য থকা ইয়াৰ ফ্ৰেমটো?"

মই লৰালৰিকৈ ক'লোঁ— সকলো ঠিকেই আছে হেৰ ৰনফেল্ড। মই ছবিখনৰ বিষয়ে ভালকৈ জানিছিলোঁ বাবেই তাত যি আছিল সকলো বৰ্ণনা কৰি দিলোঁ। সন্তুষ্ট হৈ তেওঁ পত্নীক কৈ উঠিল— 'দেখিছা, ছবি সম্বন্ধে এওঁ কিমান খবৰ ৰাখেহে তুমি এদিন কৈছিলা নহয়, মই বাজে কামত টকা খৰচ কৰিছোঁ

বুলি। আজি দেখিলাতো, মোৰ ছবিৰ মূল্য কিমানহু'

ছবিবিলাক দেখুওৱা হৈ গ'লত মোৰ বুকুখন কঁপি উঠিল। বেদনাত গধুৰ হৈ পৰিল মন, কিন্তু ভদ্ৰলোক ক্লান্ত হৈ পৰিলেও তেওঁক দেখি এনে লাগিল যেন তেওঁ নতুন জীৱনহে লাভ কৰিছে।

আমি একেলগে কফি খাই থাকোঁতে ভদ্ৰলোকে মোক ক'লে— 'কষ্ট কৰি আহিও যে আপুনি ছবিখিনি চালেহি, তাত মই বৰ আনন্দ পাইছোঁ। আপুনি দয়া কৰি ছবিবিলাকৰ এখন তালিকা তৈয়াৰ কৰি যদি এইখিনি নিলামৰ ব্যৱস্থা কৰে, তেন্তে বৰ ভাল হয়।'

ভদ্ৰলোকে মোক এৰিব নোখোজা দেখি তেওঁৰ পত্নী আৰু কন্যাই মোৰ ট্ৰেইনৰ সময়ৰ কথা মনত পেলাই দিলে। মই উঠি আহিলোঁ। ভদ্ৰ মহিলা আৰু আন্নাই বহু দূৰলৈকে মোক আগবঢ়াই দিলে, কিন্তু কোনেও এটা কথাও ক'ব নোৱাৰিলে। দুয়োগৰাকীৰ পানীৰে উপচি থকা চকুলৈ চাবলৈ মোৰ সাহ নহ'ল।

মই ৰাস্তাত উঠাৰ পাছত ভদ্ৰলোকে তিনি তলাৰ ওপৰৰ পৰা খিৰিকী খুলি হাত জোকাৰি মোক বিদায় দিলে— 'আপোনাৰ যাত্ৰা শুভ হওক।'

তেওঁৰ শিশুৰদৰে কণ্ঠস্বৰ মোৰ কাণত বাজিবলৈ ধৰিলে। তেওঁলোকৰ সেই দাৰিদ্ৰপীড়িত প্ৰায়ান্ধকাৰ ঘৰৰ প্ৰেক্ষাপটত দেখা তেওঁৰ আনন্দোৎফুল্ল মুখখনৰ অপূৰ্ব উজ্জ্বলতা মই কেতিয়াও পাহৰিব নোৱাৰিম!◆

(**লেখকৰ চমু পৰিচিতি** ঃ ষ্টিফান জোৱেইগ অষ্ট্ৰীয়াৰ ঔপন্যাসিক, নাট্যকাৰ, সাংবাদিক আৰু গল্পকাৰ। তেওঁৰ ৰচনাসমূহ বহুলভাৱে অনূদিত হৈছে। তেওঁৰ 'বাৰ্ণিং চিক্ৰেট', 'আননউন ৱ'মেন' অতি উল্লেখযোগ্য চলচিত্ৰ। ১৮৮১ চনৰ ২৮ নবেম্বৰত তেওঁৰ ভিয়েনাত জন্ম।)

# বাটৰ কাষৰ মন্দিৰটো

## মূল ঃ লুইজি পিৰানডেলো
## অনুবাদ ঃ প্ৰাণজিৎ বৰা

ল'ৰা-ছোৱালী দুটা শুই থকা অকণমানি বিছনাখনৰ পিনে মুখ দি ইতিমধ্যেই টোপনিত ঢলি পৰিছিল স্পাত'লিনোৰ ঘৈণীয়েক। অৱশেষত স্পাত'লিনো নিজেই ঘৈণীয়েকৰ কাষতে শুই পৰিলহি। সদায় কৰাৰ দৰে ভগৱানক প্ৰাৰ্থনা কৰি উঠি তেওঁ দুয়োখন হাত ডিঙিৰ কাষলৈকে কোঁচাই ল'লে আৰু মুহূৰ্ততে এন্ধাৰৰ মাজত নিজকে এৰি দিলে। টোপনি কিন্তু তেওঁৰ কাষলৈ নাহিল— কিছু সময়ৰ পিছতে নিজে গম নোপোৱাকৈয়ে তেওঁ শান্তভাৱে অথচ তীক্ষ্ণ স্বৰত কিবা কিবি বকিবলৈ আৰম্ভ কৰিলে। কিবা ভাবত নিমগ্ন হৈ থাকিলে অথবা কিবা সমস্যাত পৰি শংকিত হৈ থাকিলেই এনেকুৱা কৰাটো তেওঁৰ অভ্যাসত পৰিণত হৈছেগৈ।

'ফুঃ ফুঃ ফুঃ...'

কেৱল এইকেইটা শব্দৰে অহৰহ পুনৰাবৃত্তি। বৰ শান্তভাৱে ধীৰে ধীৰে স্পাত'লিনোৰ মুখেৰে বাহিৰ হৈ থাকিব লাগিছে শব্দবোৰ।

ঘৈণীয়েক ঢহমহাই উঠি বহিল—'এয়া কি কৰিছা তুমি? হৈছে কি তোমাৰ?'

"হা, ক'তা, একোৱেইতো হোৱা নাই মোৰহু শোৱা শোৱা শুই থাকা তুমি— শুভৰাত্ৰি।"

ঘৈণীয়েকৰ ফালে পিঠি দি একতীয়া হৈ তেওঁ এইবাৰ টোপনিয়াবলৈ যত্ন কৰিলে। কিন্তু মিছা—টোপনি নাহে, আকৌ সেই একেই ঘটনা।

'ফুঃ ফুঃ ফুঃ...'

ঘৈণীয়েকে হেঁচুকি দিলে তেওঁক এইবাৰ, 'অস্—বন্ধ কৰা এইবোৰ, তুমি দেখিছোঁ ইহঁতকো জগাইহে এৰিবা।'

'ছেঃ হয়তো, কি যে হৈছে মোৰহু চিন্তা নকৰিবা, এইবাৰ মোৰ টোপনি আহিবই আহিব।

চিঞৰি চিঞৰি ভাগৰি নপৰা উইচিৰিঙা এটাৰ নিৰন্তৰ প্ৰচেষ্টাৰে তেওঁ

এইবাৰ তেওঁক জুলুম কৰি থকা চিন্তাবোৰ জোকাৰি পেলাবলৈ আপ্ৰাণ যত্ন কৰিলে, কিন্তু যি মুহূৰ্তত তেওঁ প্ৰায় নিশ্চিত হৈছে যে চিন্তাবোৰ আঁতৰিছে, সেই মুহূৰ্ততে আকৌ শুনা গৈছে—

'ফুঃ ফুঃ ফুঃ...'

এইবাৰ ঘৈণীয়েকৰ হুটা মাত শুনালৈকে তেওঁ আৰু অপেক্ষা নকৰিলে (প্ৰত্যেক বাৰেই আগৰ বাৰতকৈ বেছি কঠুৰা হয় ঘৈণীয়েকৰ মাতটো), গভীৰ বিৰক্তিৰে তেওঁ গিৰিসাই বিছনাৰ পৰা নামি আহিল।

"কি কৰা তুমি? ক'লৈ যোৱা এই ৰাতিখন?" —ঘৈণীয়েকে প্ৰশ্ন কৰিলে তেওঁক।

"তুমি দেখা নাইনে মই কাপোৰ পিন্ধি থকা? টোপনি নাহে মোৰ—মোক অলপ মুকলি বতাহ লাগে—বাহিৰত বাটৰ দাঁতিতে অলপ পৰ বহি আহোগৈ?"

"এনেকুৱা হ'বলৈ কোনখন সৰগনো ভাগি পৰিছে তোমাৰ মূৰৰ ওপৰত? কথাটো কি? তুমি মোক ক'ব লাগিব এতিয়াই।"

বৰ যত্নৰে মাতটো ডাঙৰ হ'বলৈ গৈ থকাৰ পৰা নিয়ন্ত্ৰণ কৰি তেওঁ ক'বলৈ ধৰিলে— "এই গোটেইবোৰ হৈছে সেই লম্পট, দগাবাজ, চয়তানটো..."

"কাৰ কথা ক'ব খুজিছা তুমি?"

"কাৰ কথা হ'ব আৰু, সেই চিয়ানকাৰেলাটো যে—"

"মানে সেই উকীলটো?"

"অ' তাৰ কথাই কৈছোঁ। সি কৈ পঠিয়াইছে বোলে কাইলৈ তাৰ ঘৰত সি মোক লগ পাব খুজিছে।"

'সঁচা?'

"এৰা, কিন্তু মই ভাবি পোৱা নাই তাৰ দৰে মানুহ এটাৰনো মোক কি ক'বলগীয়া কথা থাকিব পাৰেহ্ন আচলতে সি হৈছে এটা অতি হাৰামী মানুহ। তুমি জানা মই ভাল নাপাওঁ এইবোৰ— মোক অলপ মুকলি বতাহ লাগে এই মুহূৰ্তত, বহুত মুকলি বতাহ..."

এইখিনি কথা একে উশাহতে শেষ কৰি উঠিয়েই তেওঁ দুৱাৰখন মোকলাই দিলে, ভিতৰৰ পৰা চকী এখন নি বাহিৰৰ নিৰ্জন, মৌন বাটৰ কাষত পাৰি ল'লৈগৈ। দুৱাৰখন আগৰ দৰে বন্ধ কৰি এইবাৰ তেওঁ ঘৰৰ পিনে পিঠি দি চকীখনত বহি পৰিল।

কাষৰ কাৰোবাৰ ঘৰৰ বেৰৰ সুৰুঙাৰে পাৰ হৈ অহা চাকিৰ ক্ষীণ, হালধীয়া

পোহৰ এছাটিয়ে সৰু-সুৰা গাতেৰে জৰ্জৰিত ওখোৰা-মোখোৰা বাটটোৰ অলপতে মেৰামতি কৰা অংশ এটা ভাস্বৰ কৰি তুলিছিল। একেই পোহৰ প্ৰতিফলিত হৈছিল, ওচৰৰে এটা আৱদ্ধ পুখুৰীৰ পানীতো। এন্ধাৰ জুপুৰীবোৰৰ ভিতৰৰ পৰা ভাঁহি আহিছিল ঘোঁৰাশালৰ উৎকট গোন্ধ এটা আৰু সময়ে সময়ে শুনা পোৱা গৈছিল ম'হ-ডাঁহ খেদিবলৈ যত্ন কৰোঁতে হোৱা জন্তুবোৰৰ খুৰাৰ শব্দবোৰ। ক'ৰবাৰ পৰা অহা মেকুৰী এটা তেনেতে তেওঁৰ নাতিদূৰত আহি ৰৈছিলহি আৰু তেওঁৰ পিনে ট-টকৈ চাই ৰৈছিল। মূৰৰ ওপৰৰ আকাশখনত তিৰবিৰাই থকা তৰাবোৰ চাই চাই স্পাত'লিনো নীৰৱে বহি আছিল। ঈষৎ ৰঙচুৱা বৰণ ধৰা সৰু মোচকোছাৰে তেওঁ আছিল এজন নিমাখিত অথচ বে'ছ বল-শক্তি থকা বীৰ্যবান পুৰুষ। ল'ৰালিৰে পৰা গোটেই জীৱনটো তেওঁ ইটা-বালি-শিলৰ সৈতে ব্যস্ত মিস্ত্ৰী হিচাপে কাম কৰি আহিছে অথচ ভদ্ৰলোক বুলিলে আমি যি ধৰণৰ চেহেৰা এটা কল্পনা কৰো তেনেকুৱা চেহেৰা এটা যোল্লঅনাই তেওঁৰ আছিল।

আকাশৰ পিনে ৰ' লাগি চাই স্পাত'লিনোৰ নীলা চকুযুৰি হঠাৎ চকুলোৰে ভৰি পৰিল। বিৰাট অস্বস্তিৰে চকীখনতে ইকাটি-সিকাটি কৰি তেওঁ ওলাই অহা চকুপানীবোৰ দুহাতেৰে মচি দিলে আৰু তাৰ পিছত ৰাতিৰ সেই নিবিড় নীৰৱতাত অত্যন্ত কাতৰ কণ্ঠেৰে ক'বলৈ ধৰিলে—

'মোক সহায় কৰা, হে ভগৱান, মোৰ কাষলৈ আহা।'

## ।। দুই।।

বিগত নিৰ্বাচনত যাজকীয় দলক শোচনীয়ভাৱে পৰাজিত কৰি যেতিয়া ধৰ্মচ্যুত দলে টাউন কাউন্সিলৰ দায়িত্বভাৰ গ্ৰহণ কৰিছিল, ঠিক তেতিয়াৰে পৰাই স্পাত'লিনোৰ অনুভৱ হৈছিল তেওঁ যেন এটা শত্ৰু-শিবিৰত জীৱন-যাপন কৰিব লাগিছে। তেওঁৰ লগৰ আনবোৰ বনুৱাই ইটোৰ পিছে পিছে সিটো গৈ থকা ভেড়াবোৰৰ দৰে ইতিমধ্যেই নতুন নেতাহঁতৰ লগ লাগিছেগৈ। কেউপিনে যেন এতিয়া কেৱল সিঁহতৰে দিন, আনকি গোটেই নগৰখনেই যেন সিঁহতৰে একচ্ছত্ৰী সাম্ৰাজ্য— এক কথাত, সিহঁতৰ নিজাকৈ এটা শিবিৰ গঢ় লৈ উঠিছে বুলিয়েই ক'ব পৰা যায়।

এই সময়তো গীৰ্জাৰ প্ৰতি বিশ্বস্ত হৈ থকা এমুঠিমান বনুৱাৰ সহযোগত

স্পাত'লিনোৱে গঠন কৰি উলিয়াইছিল 'কেথলিক উন্নতি সাধিনী সভা' নামৰ এটি সংগঠন। কিন্তু এই প্ৰচেষ্টায়ো তেওঁৰ মনৰ অকলশৰীয়া ভাবটো আঁতৰ কৰিব নোৱাৰিলে। তেওঁৰ শত্ৰুবোৰে, আনকি ভালেসংখ্যক বন্ধুৱেও, তেওঁক হাঁহিবলৈ আৰম্ভ কৰিলে। নিজৰ অসহায় অৱস্থাৰ কথা অনুভৱ কৰি নিজলৈকে এই সময়ত তেওঁৰ ইমান বেছি খং উঠিল যে তেওঁ প্ৰায় বলিয়া হোৱাৰ উপক্ৰম ঘটিল।

কেথলিক উন্নতি সাধিনী সভাৰ সভাপতি হিচাপে তেওঁ গুড ফ্ৰাইডে, সন্ত মাইকেল আৰু সন্ত ফ্ৰান্সেচকোৰ তিথি আদি আটাইবোৰ তিথি-পাৰ্বণ পালন কৰাৰ নিমিত্তে সমদল উলিওৱা, ধৰ্ম সভাৰ আয়োজন কৰা আদিবোৰ কৰাৰ ওপৰত জোৰ দিছিল। পূৰ্বৰ নগৰ সভাখনেও এইক্ষেত্ৰত নিৰ্দিষ্ট দিনটো ৰাজহুৱা বন্ধৰ দিন হিচাপে পালন কৰাত আৰু টকা পইচাৰে পাৰ্বণবোৰ উদ্‌যাপনত সহায় কৰাৰ ক্ষেত্ৰত বে'ছ আদৰ্শ দেখুৱাইছিল। নতুনকৈ ক্ষমতালৈ অহা দলটো পিছে এই ক্ষেত্ৰত অত্যন্ত উদাসীন। স্পাত'লিনোৱে নিজৰ খৰচত এইবোৰ তিথি-পাৰ্বণ উদ্‌যাপন কৰা দেখিলে এই নতুন ক্ষমতাশালীসকলে মাথোন ইতিকিং কৰি হাঁহে। ইফালে নিজৰ উদ্যোগত এইবোৰ কৰি কৰি স্পাত'লিনোৰ অৱস্থাটোও ক্ৰমান্বয়ে পৰি আহিছে। সামান্য পৰিমাণৰ যি মূলধনক অৱলম্বন কৰি তেওঁ এসময়ত সাধাৰণ দিন-মজুৰৰ পৰা কন্‌ট্ৰেক্টৰৰ পৰ্যায় পাইছিলগৈ সেই মূলধনৰ ফচল এতিয়া এনেদৰে টুটি আহিছে যে এনে হৈ থাকিলে পুনৰ এজন দিন মজদুৰৰ পৰ্যায় পাবলৈ যে তেওঁৰ বেছি দিন নাই সেয়া তেওঁ ভালদৰে অনুভৱ কৰিব পৰা হৈছে এতিয়া।

স্পাত'লিনোৰ ভাব হয়, কিছুদিনৰ পৰা ঘৈণীয়েকেও যেন তেওঁক সমীহ কৰিবলৈ বা গুৰুত্ব দিবলৈ বাদ দি দিছে। ধোবাৰ কাম কৰি, কাপোৰ সী বা হাততে পোৱা বিভিন্ন ধৰণৰ আন ঘৰুৱা কামবোৰ কৰি ঘৈণীয়েকে নিজেই নিজৰ আৰু ল'ৰা-ছোৱালী দুটাৰ প্ৰয়োজনবোৰ পূৰণ কৰিবলৈ আৰম্ভ কৰিব লাগিছে।

ঘৈণীয়েকে বাৰু ভাবে নেকি, তেওঁ বুদ্ধি কৰি কামলৈ নোযোৱাকৈ আছে? এই কুকুৰমখাই নিজৰ মাজতে যেতিয়া আটাইবোৰ কনট্ৰেক্ট ভগাই পিতাই নোহোৱা কৰিলে তেওঁৰ হাততনো কাম পৰেহি কিদৰে? তেওঁৰ ঘৈণীয়েকে তেন্তে বিচাৰিছিল কি? ইমানদিনৰ সমুদায় বিশ্বাস তচ-নচ কৰি, ভগৱানক অস্বীকাৰ কৰি সেই কুকুৰমখাৰ দলত চামিল হোৱাটো? এনে এটা কাম

কৰিবলগীয়া হোৱাহেঁতেনতো তাৰ বহু আগতেই তেওঁ নিজৰ হাত দুখনকে প্ৰথমে নিৰ্দ্বিধাই কাটি পেলালেহেঁতেনহু

হঠাৎ তেওঁৰ জীৱনলৈ নামি অহা কৰ্মহীনতাৰ এই নিদাৰুণ দশাই তেওঁৰ মানসিক দৃঢ়তা লেহুকা কৰি পেলাইছিল, দিন যোৱাৰ লগে লগে তেওঁ হৈ পৰিছিল বেছিকৈ ৰুক্ষ, বেছিকৈ তিক্ত। চৌপাশৰ প্ৰত্যেকজনৰ বিৰুদ্ধেই বিষময় হৈ পৰিছিল তেওঁৰ মন।

আৰু চিনকাৰেলা নামৰ সেই উকীলজন — তেওঁ কোনোদিনেই কেতিয়াও কোনোটো ৰাজনৈতিক দলত যোগ দিয়া নাছিল, কিন্তু অতি বিশ্ৰীধৰণে তেওঁ আছিল ধৰ্মৰ বিৰুদ্ধাচৰণ কৰা মানুহ। আঁৰ-বেৰ নোহোৱাকৈ তেওঁ নিজৰ বিৰুদ্ধাচৰণৰ কথাবোৰ য'তে ত'তে গাই ফুৰিছিল— আইনৰ কাৰবাৰ এৰি দিয়াৰ পিছৰে পৰা এইটোৱেই হৈ পৰিছিল তেওঁৰ একমাত্ৰ বৃত্তি। কোনোবা এবাৰ দাৰিদ্ৰ্যৰ ভীষণ জ্বালাত মৰিবলৈ ওলোৱা তেওঁৰ কোনোবা এক আত্মীয়ৰ হৈ দুআষাৰ ক'বলৈ তেওঁৰ নগৰৰ উপকণ্ঠৰ প্ৰাসাদোপম ঘৰলৈ অহা ডল লাগিপা নাম যাজক এজনৰ গাত তেওঁ পোহনীয়া কুকুৰ লগাই দিবলৈও তিলমানো ভয় কৰা নাছিল। ইমান বিলাসী জীৱন কটাবলৈ অতবোৰ টকা তেওঁ কিমানবোৰ অসৎ উপায়েৰে ঘটিছে সেয়া ভগৱানেহে জানে সম্ভৱতঃ। নিশ্চয়কৈ সেই টকা বছৰৰ পিছত বছৰ জুৰি চলোৱা অত্যধিক সূত গ্ৰহণৰ কাৰবাৰৰ পৰাই আহিব লাগিব।

সৌভাগ্যবশতঃ নিশাটো আছিল গ্ৰীষ্মৰ নিশা। স্পাত'লিনোৱে গোটেই নিশাটো ঘৰৰ বাহিৰতে চকীত বহি বহি পাৰ কৰি দিলে। মাজে মাজে বহি থকাৰ পৰা উঠি অত্যন্ত অস্থিৰভাৱে তেওঁ মাথোন জনশূন্য বাটটোৱেদি কিছুদূৰ অহা-যোৱা কৰে। চিনকাৰেলাৰ পৰা পোৱা সেই ৰহস্যজনক আমন্ত্ৰণৰ কথা চিন্তা কৰি কৰি অনবৰতে নিশাৰ সেই নিৰ্জনতাত তেওঁৰ মুখেৰে বাহিৰ হৈ থাকে মাথোন এই বিৰবিৰণি—'ফুঃ ফুঃ ফুঃ...'

স্পাত'লিনোৱে জানিছিল যে চিনকাৰেলাই তেনেই পুৱাতেই শোৱা পাটী এৰে। ঘৈণীয়েক উঠাৰ সংকেত পোৱাৰ লগে লগেই সেয়ে তেওঁ চিনকাৰেলাক লগ পাবলৈ যাবলৈ সাজু হ'ল। ইমানপৰে বহি থকা চকীখন তেওঁ তেনেকৈয়ে এৰি থৈ গ'ল। সেইখন এখন বহু পুৰণি, আধাভঙা চকী আৰু সেইখন চুৰ কৰিবলৈও কোনো নাহে।

## ।। তিনি।।

কোনো সুৰক্ষিত দুৰ্গৰ চাৰিওফালে থকাৰ দৰে চিনকাৰেলাৰ প্ৰাসাদটোকো ঘেৰি আছিল ওখ ওখ অসংখ্য দেৱালে। ৰাজআলিৰ পিনে থকা দেৱালখনৰ গাতে লাগি আছিল লোৰ এখন প্ৰকাণ্ড গেট। গৰাকী চিনকাৰেলাও 'আকৰ্ষণীয়' বুলি ক'ব পৰাৰ পৰা বহু দূৰৈত ৰৈ যোৱা এজন মানুহ— ভাল কাপোৰ-কানি আৰু জোতা পৰিহিত অৱস্থাত তেওঁক এটা কদাকাৰ প্ৰকাণ্ড চুকভেকুলীৰ দৰে দেখা গৈছিল, ডিঙিত থকা বিশাল পুটীটোৱে সদায়েই তেওঁৰ খুৰাই থোৱা মূৰটো তললৈ হাউলাই ৰাখিছিল। কেৱল এটা মাত্ৰ চাকৰৰ সৈতে তেওঁ বিশাল ঘৰটোত বাস কৰিছিল, কিন্তু তেওঁৰ নিৰাপত্তাৰ দায়িত্বত আছিল অস্ত্ৰ-শস্ত্ৰৰে সুসজ্জিত ভালেসংখ্যক কৃষিকৰ্মত নিযুক্ত বনুৱা। তদুপৰি তেওঁৰ নিৰাপত্তাৰ দায়িত্বত আছিল চুটি নোমৰ দুটা প্ৰকাণ্ড কুকুৰ, যাৰ চকুৰ চাৱনিয়েই মাথোন প্ৰৱেশকাৰীক গেটৰ সমুখতে স্থবিৰ কৰি দিবৰ কাৰণে যথেষ্ট আছিল।

গেটৰ কলিং বেল বজোৱা মাত্ৰকে স্পাত'লিনোক লক্ষ্য কৰি দুয়োটা কুকুৰ ভুকভুককৈ গেটৰ লোৰ শলাবোৰত জঁপিয়াই পৰিলহি। চাকৰটো লৰৰি আহিল যদিও কুকুৰ দুটাক নিয়ন্ত্ৰণ কৰাত ব্যৰ্থ হ'ল। প্ৰাসাদৰ একাষে বাগিচাৰ ঠিক মাজতে থকা আইভী লতা পৰিৱেষ্টিত গৰমকালীন আৰাম গৃহটোত বহি চিনকাৰেলা সেই সময়ত পুৱাৰ আহাৰ খোৱাত ব্যস্ত হৈ আছিল। কুকুৰ দুটাক ক্ষান্ত কৰিবলৈ তেওঁ এইবাৰ এটা সুঁহুৰি বজোৱাৰ দৰে শব্দ কৰিলে। স্পাত'লিনো আগবাঢ়ি গ'ল।

"স্পাত'লিনোৱেইনে সেয়া? আহা, আহা— বৰ ভাল কথা। বহা।"

চূণ, বালি, বিলাতীমাটি আদিৰ প্ৰলেপেৰে বিধ্বস্ত টুপীটো হাতেৰে লিৰিকি বিদাৰি স্পাত'লিনো একেটা ভংগীমাতে থিয় হৈ থাকিল, আৰু মাত লগালে—

'ডাঙৰীয়াই কিয় বা লগ পাব খুজিছিল মোক?'

'আচলতে কামটো হৈছে এই যে...' আৰম্ভ কৰিব খুজিও ৰৈ গ'ল চিনকাৰেলা, কফিৰ কাপটো ওঁঠলৈ নি এশোহা এশোহাকৈ তেওঁ তিনিশোহা সম্পূৰ্ণ কৰি ল'লে। '...এই যে, মই এটা মন্দিৰ...' তেওঁ আৰম্ভ কৰিলে আৰু আন এটা শোহা গলাধঃকৰণ কৰি ল'লে।

"কি—কি ক'ব খুজিছে আপুনি?"

'মই মোৰ বাবে এটা মন্দিৰ তৈয়াৰ কৰিব খুজিছোঁ।'

'মন্দিৰ?'

'এৰা, সৌ তাতে, ৰাজআলিৰ সিপাৰে মোৰ গেটৰ একেবাৰে মুখামুখিকৈ', শেষবাৰৰ বাবে কফিৰ কাত চুমুক দি তেওঁ কাপটো টেবিলৰ ওপৰত থ'লে আৰু ওঁঠ দুটা সামান্যও নমচাকৈ বহাৰ পৰা থিয় দিলে। কফিৰ টোপাল এটা তেওঁৰ কোৰাৰিৰ কাযেৰে আহি কেইবাদিনো নুখুৰোৱাকৈ থকা থুঁতৰিৰ ঠৰঙা ঠৰঙা দাড়িবোৰৰ ওপৰেৰে বৈ গ'ল। স্পাত'লিনোক উদ্দেশ্যি কৈ যাবলৈ ধৰিলে তেওঁ, "কি কৈ আছিলোঁ, অ' এটা মন্দিৰ— সৰু-সুৰা আকাৰৰ হ'লে নহ'ব, পিলেট (Pilate)ৰ সমুখত থিয় দি থকা যীশুৰ লাইফ ছাইজ মূৰ্তি এটা ৰাখিব পৰাকৈ তাত ঠাই হ'ব লাগিব। কাষৰ বেৰত যীশুৰ জীৱন-ভিত্তিক দুখন আটকধুনীয়া আৰু বে'ছ ডাঙৰ ছবি আঁকিব পৰা হ'ব লাগিব। মুঠৰ ওপৰত, সমুখত লোৰ জপনা এখনেৰে সৈতে তিনিফুট ওখকৈ আহল-বহল এটা সৰু কোঠা এই মন্দিৰৰ ভিতৰত থাকিব লাগিব। থকাটো মই বিচাৰিছোঁ। বুজি পাইছানে তুমি কথাবোৰ?"

চকু দুটা বন্ধ কৰি স্পাত'লিনোৱে কেবাবাৰো মূৰ দুপিয়াই চিনকাৰেলাক জনাই দিলে যে কথাবোৰ তেওঁ ঠিকেই বুজি পাইছে। এইবাৰ চকু দুটা মেলি গভীৰভাৱে হুমুনিয়াহ এটা কাঢ়ি তেওঁ প্ৰশ্ন কৰিলে, "ডাঙৰীয়াই ধেমালি কৰিছে হ'বলা?"

"ধেমালি? তামাচা? কি ক'ব খুজিছা তুমি?"

"মাফ কৰিব মোক—কিন্তু মন্দিৰ, আৰু আপুনি.."

এহাতেৰে খুৰাই থোৱা মূৰটো দাঙিবলৈ যত্ন কৰি নিজৰ বিশেষ ভংগিমাৰে হঠাৎ চিনকাৰেলাই হাঁহিবলৈ ধৰিলে। এনে লাগিল ডিঙিৰ ওখহা অংশৰ বিষত তেওঁ যেন কান্দিবলৈ আৰম্ভ কৰিছে।

"কি ক'ব খুজিছা তুমি?" চিনকাৰেলাই প্ৰশ্ন কৰিলে—"তোমাৰ মতে মই মন্দিৰ নিৰ্মাণ কৰাবলৈও যোগ্য নহয়?"

'ওঁহো, আপুনি যোগ্য নহয়', বে'ছ তৎপৰতাৰে উত্তেজিত হৈয়েই উত্তৰ দিলে স্পাত'লিনোৱে,—"কোনো এটা কাৰণ নোহোৱাকৈ কিয় আপুনি এনেকুৱা কালাপাহাৰী কাৰ্যলৈ মন মেলিব লাগে? একেবাৰে চিধা-চিধি কোৱাৰ বাবে মোক মাফ কৰিব, কিন্তু আপুনি কাৰ গাত হাত দিব খুজিছে এবাৰ চাওকচোন। আপুনি একেবাৰে ঈশ্বৰৰ গাত হাত দিব খুজিছে দেখোন। তেওঁ

কিন্তু সকলোবোৰ চাই থাকিব লাগিছে আৰু আপোনাৰ দ্বাৰা তেওঁক হাত কৰাটো মুঠেই হ'বলৈ দিব নোৱাৰি। নে আপুনি মানুহবোৰক আভুঁৱা ভাবিবলৈ পাঙিছে? কিন্তু মানুহবোৰেও কথাবোৰ বিচাৰ কৰি চাব জানে আজিকালি, আৰু সিঁহতে জানে যে আপুনি—"

'কি জানে সিহঁতে, কটা নিধক? আৰু ভগৱানৰ বিষয়েইবা কিডাল জানে সিঁহতে? কেৱল যাজকবোৰে কোৱা সেই পুৰণি সাধুবোৰ। বা, ইমান স্পৰ্ধানে তোমাৰ? ঠিক আছে, ঠিক আছে মই বাৰু তৰ্ক আৰম্ভ নকৰো, কিন্তু তুমি পুৱাৰ জলপান কিবা খালানে নাই?"

'নাই খোৱা।'

'বৰ বেয়া কথা। একো এটা মুখত নিদিয়াকৈ দিনটো আৰম্ভ কৰাটো বৰ বেয়া কথা। কিবা অলপ খাই লোৱা তুমি, ৰ'বা—"

'নাই, নালাগে, ধন্যবাদ। মই একো নাখাওঁ এতিয়া।'

"কি? একো নোখোৱা? আচল কথা হৈছে, এই যাজকমখাই একলগ হৈ তোমাৰ মূৰটো শেষ কৰি পেলাইছে। মোৰ কথাই সিহঁতে কয় বোলে মই ঈশ্বৰত বিশ্বাস নকৰোঁ। নকয় জানো? কিয় কয় জানা? এই কাৰণেই যে মই সিহঁতক খুদকণ এটাও খাবলৈ নিদিওঁ। তুমি দুখ নকৰিবা— আমাৰ মন্দিৰটো আনুষ্ঠানিকভাৱে গৃহীত হোৱাৰ পিছত সিহঁতে বহুত খাবলৈ পাব। এটা বে'ছ জাকজমকীয়া অনুষ্ঠান কৰিব লাগিব সেই সময়ত... কিন্তু মোৰ পিনে তেনেদৰে চাই ৰৈছা কিয় তুমি, স্পাত'লিনো? খুব সম্ভৱ মোক বিশ্বাস কৰিব পৰা নাই তুমি? নে মন্দিৰ সজোৱাৰ এই কথাটো মোৰ মূৰলৈ কেনেদৰে আহিল তুমি জানিব খুজিছা? গোটেইবোৰ সিদিনাখন ৰাতিৰ এটা সপোনৰ ফচল, বুজিছা। যাজকমখাই অৱশ্যে এতিয়া ক'বলৈ আৰম্ভ কৰিব যে ভগৱানে মোৰ অন্তৰ স্পৰ্শ কৰিছে— ক'বলৈ দিয়া তেনেকৈ, মই পাত্তা নিদিওঁ...কি অ' এইখিনিয়েই হৈছে কথা। তুমি কি ভাবা কোৱা এতিয়া। শুনিছা? ফেঁচা চকুৰাটো হৈ তেনেকৈ মিছাতে থিয় দি নাথাকিবা, কোৱা।"

"হ'ব ঠিক আছে তেন্তে" মান্তি হোৱাৰ ভংগীত স্পাত'নিলোৱে উত্তৰ দিলে।

চিনকাৰেলাই বিজয়ী বীৰৰ দৰে বহুপৰ ধৰি হাঁহিবলৈ ধৰিলে। এটা সময়ত হাঁহি বন্ধ কৰি তেওঁ মাত লগালে, 'তুমিটো মোৰ কাম কৰাৰ ধৰণবোৰ জানাই— কাম এটাৰ কোনো কথা লৈ মই মূৰ ঘমাব নোখোজো। মই জানো কেৱল

এটা কথা—তুমি বৰ ভাল মিস্ত্ৰী আৰু মোৰ লগত কোনো ধৰণৰ ফাকি-ফুকা নকৰাকৈ তুমি মোক এটা মন্দিৰ তৈয়াৰ কৰি দিবা—বচ। মোক অলপো দিগদাৰ নকৰাকৈ নিজেই তুমি য'ত যি কৰিব লাগে কৰি যোৱা। কাম শেষ হ'লে বিলখন দিবা আৰু টকা লৈ যাবা। আৰু মন্দিৰটো, মন্দিৰটো কেনেদৰে সজাব খুজিছোঁ তুমিটো গম পাইছাই ইতিমধ্যে।"

'হয়। সকলো বুজি পাইছোঁ।'

'তেন্তে কাম কেতিয়া আৰম্ভ কৰিম বুলি ভাবিছা?'

'কাইলৈৰ পৰাই আৰম্ভ কৰিব পাৰোঁ।'

'আৰু শেষ কৰিব কেতিয়া?'

কিছুপৰ গুণা-গঁথা কৰাৰ পিছত স্পাত'লিনোৱে উত্তৰ দিলে, "আপুনি কোৱা আকাৰটোৱেই হ'লে এমাহমান সময় ল'ব।"

"ভাল কথা। ব'লা তেন্তে, ঠাইডোখৰ এবাৰ চাই অহা হওঁক এতিয়া।"

ৰাজআলিৰ সিপাৰৰ এই মাটিখিনি চিনকাৰেলাই খেতি-বাতিৰ কামত নলগোৱাকৈ এনেয়েই পেলাই থৈছিল। তেওঁৰ প্ৰাসাদৰ সমুখত যাতে আনে ঘৰ-দুৱাৰ কৰিব নোৱাৰে, সেইবাবেহে তেওঁ এই মাটিখিনি কিনি ৰাখিছিল। ভেড়া ৰখীয়াবোৰক তেওঁ সেই মাটিত ভেড়া চৰাবলৈ অনুমতি দিছিল আৰু গোটেই ঠাইডোখৰ এটুকুৰা চৰণভূমিৰ দৰে হৈ পৰিছিল। এনে ঠাইত মন্দিৰ এটা সজাবলৈ কাৰো, অনুমতিৰো সেয়ে আৱশ্যক নহয়। প্ৰাসাদৰ গেটৰ ঠিক বিপৰীত ফালে মন্দিৰৰ ঠাই টুকুৰা নিৰ্ধাৰিত হোৱাৰ পিছত স্পাত'লিনোক তাতে এৰি চিনকাৰেলা উভতি আহিল।

'ফুঃ ফুঃ ফুঃ...' স্পাত'লিনোৱে পুনৰ বিৰবিৰাবলৈ আৰম্ভ কৰিলে। মানসিকভাৱে তেওঁ ইমান বিতত হৈছিল যে যত্ন কৰা সত্ত্বেও সেই বিৰবিৰণি তেওঁ বন্ধ কৰিব পৰা নাছিল। অৱশেষত এটা সময়ত তেওঁ লাহে লাহে খোজ দিবলৈ আৰম্ভ কৰিলে। আৰু নিজে ক'ব নোৱাৰাকৈয়ে ডল লাগিপা নামৰ তেওঁৰ সেই প্ৰায়শ্চিত্তৰ বিধান দিওতা (Confessor) জনৰ ঘৰত উপস্থিত হ'লহি। ডন লাগিপাৰ ঘৰৰ দুৱাৰত টুকুৰিওৱাৰ পিছতহে তেওঁৰ মনত পৰিল যে যোৱা ভালেকেইটা দিন ধৰি তেওঁ বেমাৰত শয্যাশায়ী হৈ পৰি আছে। ইমান পুৱাতে ডন লাগিপাক আমনি দিয়াটো যে তেওঁৰ পক্ষে উচিত হোৱা নাই তেওঁ বুজি পালে। কিন্তু লগ পোৱাটো যিহেতু বৰ জৰুৰী, ঘৰৰ ভিতৰলৈ সোমাই গ'ল তেওঁ।

।। চাৰি।।

ডন লাগিপা ইতিমধ্যে সুস্থ হৈ উঠিছিল। ভালদৰে সাজ-পাৰ কৰি কোঠাৰ ঠিক মাজতে থিয় হৈ তেওঁ বন্দুক এটাৰ নলীটো চাফা কৰি আছিল আৰু এইখিনি সময়ত তেওঁৰ মুখেৰে বাহিৰ হোৱা অসংখ্য আদেশ পালন কৰিবলৈ যত্ন কৰি কৰি তেওঁৰ ভাগিনীয়েক আৰু কাম কৰা ছোৱালীজনী এফালৰ পৰা সিফাললৈ ঢপলিয়াই ফুৰিছিল।

আগ বয়সতে সৰু আইৰ চেপাত জৰ্জৰিত হোৱাত ডন লাগিপাৰ বিশাল মঙহাল নাকটো চকুত পৰাকৈ আগফালে ওলাই আহিছিল আৰু এটুকুৰা স্পঞ্জৰ দৰে দেখা গৈছিল। তেওঁৰ মুখখনো আছিল গঢ়ৰ সাঁচ মোকাম নোহোৱা ঢেলঢেলীয়া, চকু দুটাও কেৰা। স্পাত'লিনোক দেখাৰ লগে লগে তেওঁ চিঞৰি চিঞৰি ক'বলৈ ধৰিলে "মোক খালে সিহঁতে, স্পাত'লিনো, মই তল গ'লো। দুদিনমানৰ আগত খবৰ পালো মোৰ ফাৰ্মখন বোলে সেই ধৰ্মদ্ৰোহীহঁতৰ সম্পত্তি হৈ গ'ল। সেইখন ৰাজহুৱা সম্পত্তি বোলে এতিয়া। কৰিবলৈ আৰু একো নাছিলনে সেই ছ'চিয়েলিষ্টমখাৰহু পকিবলৈ নৌ পাওঁতেই সিহঁতে মোৰ আঙুৰবোৰ পাৰি লৈ যায়, কেকটাচ, ফলবোৰ চুৰ কৰি লৈ যায়। কি নীতি এয়া। সিহঁতৰ মতে বোলে যিবোৰ তোমাৰ, সেইবোৰ মোৰহু অৱশ্যেইহু এটা এটাকৈ ভৰিত গুলীয়াই জখম কৰিব লাগে সিঁহতক। এই বন্দুক মই কি এনেয়ে ছাফা কৰিছোঁ? গুলীৰ দৰৱ দিব লাগিব সিঁহতক, জানিছা, গুলীৰ দৰৱ—ৰ'জিনা মোক আৰু অলপ ভিনেগাৰ আৰু দুটুকুৰামান চাফা ফটা কাপোৰ দিবলৈ কোৱা নাছিলোনে তোক, ক'ত গলি তই.. বাৰু, তুমি কিয় আহিছা কোৱা এতিয়া।"

স্পাত'লিনোৱে চিনকাৰেলাক লগ পোৱাৰে পৰা হোৱা গোটেই কথাবোৰ জুকিয়াই জুকিয়াই ক'বলৈ ধৰিলে। চিনকাৰেলাৰ নামটো শুনা মাত্ৰকে ভীষণ আক্ৰোশত ফাটি পৰিল ডন লাগিপা। মন্দিৰৰ কথাটো শুনাৰ লগে লগে আশ্চৰ্যবোধৰ এক কঠিন ভাব প্ৰকট হৈ পৰিল তেওঁৰ মুখাৱয়ৱত।

'মন্দিৰহু'

'এৰা, ফাদাৰহু মই এতিয়া আপোনাৰ উপদেশ বিচাৰি আহিছোঁ। মই সেইটো সাজিম নে বাদ দিম?'

"কিন্তু মোক সুধি কি লাভ? তুমি কি ক'লা তাক?"

স্পাত'লিনোৱে চিনকাৰেলাক কোৱা গোটেই কথাখিনিৰ পুনৰাবৃত্তি কৰি গ'ল, অৱশ্যে চিনকাৰেলাৰ আগত কোৱা বুলি লাগিপাৰ সম্বন্ধে কিছু প্ৰশংসনীয়

কথাও এতিয়া এনেয়ে লগ কৰি দিলে।

"বঢ়িয়াহু পিছে সেই কুকুৰৰ পুতেকটোৱে কি ক'লে?"

"তেওঁ ক'লে যে তেওঁ হেনো এটা সপোন দেখিছিল।"

"দগাবাজটোহু বিশ্বাস নকৰিবা তাক। প্ৰকাণ্ড এটা দগাবাজ সি। ঈশ্বৰে সঁচাকৈয়ে যদি সপোনত তাৰ স'তে কথা হ'লহেঁতেন, তেন্তে তেওঁ তাক তাৰ নিজৰে কুটুম সেই হতভগীয়া, দীনদুখী লাটুগা পৰিয়ালটোক অলপ চাবলৈ ক'লেহেঁতেন। তুমিটো জানাই সি তাৰ অতিকে আপোন এই পৰিয়ালটোক নিজৰ বুলি চিনাকি দিবলৈও টান পায়। কাৰণ এটাই, এই পৰিয়ালটোৰ মানুহবোৰ ধৰ্মপ্ৰাণ মানুহ। আনহাতে নাস্তিক আৰু ছ'চিয়েলিষ্ট এমখাৰ সেই মনট'ৰ' পৰিয়ালটো, তালৈ তাৰ দৰদ কি চাব। নিজৰ টকা-পইচাগালো সি মনট'ৰ পৰিয়ালকে দিব, বুজিছা। যি নহওক, বাদ দিয়া এইবোৰ। মোৰ পৰা কি বিচাৰা তুমি তাকে কোৱা। মন্দিৰ সজাৰ বাবে অনুমতি? সাজিব পাৰা তুমি মন্দিৰ। তুমি নাসাজিলেও আন কোনোবাই তাক সাজিবই সাজিব। গতিকে... তদুপৰি তাৰ দৰে দগাবাজ এটাই যে যেনেদৰেই নহওক, ঈশ্বৰৰ পিনে মন-কাণ দিবলৈ আগ্ৰহ কৰিছে, নিশ্চয় কিবা ভালৰ বাবেই হৈছে। তথাপিও কিন্তু আকৌ নকৈ নোৱাৰিলো সি এটা ভীষণ দগাবাজ মানুহ।"

ডন লাগিপাৰ ঘৰৰ পৰা নিজৰ ঘৰলৈ উভতি গৈ স্পাত'লিনোৱে গোটেই দিনটো বিভিন্ন মন্দিৰৰ নক্সা আঁকিয়েই পাৰ কৰি দিলে। বেলি লহিওৱাৰ পৰত তেওঁ নিৰ্মাণ কাৰ্যৰ বাবে জৰুৰী কিছু বস্তু আৰু কিছু বনুৱা গোটোৱাৰ বাবে ওলাই গ'ল। পাছদিনা দোকমোকালিতে তেওঁ কাম আৰম্ভ কৰি দিলে।

## ।। পাঁচ ।।

ৰাজআলিয়েদি পাৰ হৈ যোৱা প্ৰায় আটাইবোৰ মানুহেই নিজৰ নিজৰ ব্যস্ততা কাতি কৰি স্পাত'লিনোৰ ওচৰত কিছু সময়ৰ বাবে থমকি ৰ'ল। কি সাজিব লাগিছে এয়া স্পাত'লিনোৱে?

'এটা মন্দিৰহু'

'অৰ্ডাৰটো কোনে দিলে তোমাক?'

'বিষাদগ্ৰস্ত মাত এটাৰে তৰ্জনী আঙুলিটো আকাশৰ পিনে টোৱাই স্পাত'লিনোৱে সকলোকে একেদৰেই উত্তৰ দিলে —ঈশ্বৰে।'

কামটো শেষ নোহোৱা পৰ্যন্ত এই এটা উত্তৰেই ভাটৌৰ দৰে আওৰাই ৰ'ল তেওঁ। মানুহবোৰৰো বেছিভাগেই এই উত্তৰতে সন্তুষ্ট হৈ হাঁহি মাৰি উদাসীনভাৱে নিজ নিজ কামক ধিয়াই আঁতৰি গ'ল।

বিপৰীত ফালৰ প্ৰাসাদটোৰ পিনে কটাক্ষ কৰি এজন মাত্ৰ মানুহেহে প্ৰশ্ন তুলিলে —"মন্দিৰৰ বাবে ঠিক এই ঠাইডোখৰ কিয় বাছি ল'লা তুমি?"

এই কথা কোনেও কল্পনা কৰিব পৰা নাছিল যে মন্দিৰ নিৰ্মাণৰ আদেশ দিওতাজন আছিল স্বয়ং চিনকাৰেলা নিজে। আনকি সেই মাটিডোখৰৰো তেৱেঁই গৰাকী বুলিও কোনেও গম পোৱা নাছিল। সকলোৱেই মাথোন ভাবিছিল যে ধৰ্মদ্বেষী স্পাত'লিনোৱে কিবা উপায়েৰে বিছপৰ পৰা অনুমতি আদায় কৰি 'কেথলিক উন্নতি সাধিনী সভা'ৰ টকাৰেই সেই ঠাইত মন্দিৰটো সাজিবলৈ লৈছে যাতে চিনকাৰেলা লজ্জিত হ'বলৈ বাধ্য হয়। মানুহবোৰে আমোদ পাইছিল এই গোটেই কাৰবাৰটোত।

কিন্তু ভগৱান যেন এই কামত সন্তুষ্ট হ'ব পৰা নাছিল, কিয়নো হতভগীয়া স্পাত'লিনোৰ জীৱনত এই সময়তে এটাৰ পিছত এটাকৈ অসংখ্য অঘটন সংঘটিত হ'বলৈ আৰম্ভ কৰিলে। প্ৰথমে ফাউণ্ডেচনৰ বাবে উপযোগী মাটি বিচাৰি চলোৱা খনন কাৰ্যতে চাৰিটাকৈ দিন পাৰ হৈ গ'ল। তাৰ পিছত আহিল শিলৰ কোৰেৰীক লৈ য'ত মানে গণ্ডগোল, মাজতে কোনোমতেহে কাম কৰা ল'ৰা এটা বিষম দুৰ্ঘটনাৰ পৰা ৰক্ষা পৰিল। শেষত কামটো যেনিবা হ'লগৈ, কিন্তু সেইদিনাই—সেইদিনাই চিনকাৰেলাই চাবলৈ অহাৰ কথা আছিল। অতি উচ্চ ৰক্তচাপৰ ফলত মগজুৰ শিৰা ছিঙি চিনকাৰেলা ঢুকাই থাকিল। সম্পূৰ্ণ তিনিটা ঘণ্টা মৃত্যুৰ লগত যুঁজ দি দি মৃত্যুবৰণ কৰা চিনকাৰেলাৰ মৃত্যুক লৈ অৱশ্যে সন্দেহ কৰিবলগীয়া একো নাছিল।

চিনকাৰেলাৰ অভাৱনীয় মৃত্যুৱে স্পাত'লিনোৰ ভিতৰৰ গোটেই মানুহটোক গভীৰভাৱে জোকাৰি পেলালে। তেওঁৰ মনত এই ধাৰণাটো দৃঢ়তাৰে প্ৰোথিত হ'ল যে চিনকাৰেলাৰ মৃত্যু আচলতে ক্ৰোধান্বিত ঈশ্বৰে প্ৰেৰণ কৰা শাস্তি মাত্ৰ। মনট'ৰ' পৰিয়ালৰ সৈতে দেখা কৰিবলৈ নোযোৱা পৰ্যন্ত তেওঁ বিশ্বাস কৰিছিল যে ঈশ্বৰৰ অভিশাপ তেওঁৰ মূৰৰ ওপৰত নপৰে, কিয়নো মন্দিৰটো সাজিবলৈ অত্যন্ত অনিচ্ছাকৃতভাৱেহে তেওঁ ওলাই আহিছিল, নিজৰ মৰ্জিত নহয়, কিন্তু মনট'ৰ' পৰিয়ালৰ সৈতে কথা-বতৰা হোৱা মাত্ৰকে তেওঁৰ এই বিশ্বাস থানবান হৈ গ'ল। চিনকাৰেলাৰ উত্তৰাধিকাৰী বুলি সেই

পৰিয়ালটোকে তেওঁ বিলৰ টকাখিনি সোধাই দিবলৈ কৈছিল, কিন্তু নিজৰ দাবীৰ সপক্ষে কোনোধৰণৰ ডকুমেণ্টৰী প্ৰমাণ দাঙি ধৰিব নোৱাৰা স্পাত'লিনো বিমুখ হ'ব লগা হ'ল। তেওঁলোকে স্পষ্টকৈ কৈ দিলে বোলে চিনকাৰেলাৰ মন্দিৰ নিৰ্মাণৰ অৰ্ডাৰ সম্বন্ধে কোনো কথাই তেওঁলোকে চিনকাৰেলাৰ মুখত শুনিবলৈ পোৱা নাছিল।

'কিহু' হতবাক হ'ল স্পাত'লিনো, 'তেন্তে মই কাৰ বাবে সাজিলো এইটো?'

'কিয়, তোমাৰ ভগৱানৰ বাবে?'

'তেন্তে তোমালোকে ভাবা যে মই সেইটো নিজ মৰ্জিত নিজৰ বাবে সাজিছোঁ?'

'নিঃসন্দেহে ভাবো। আমাৰ খুড়াই তোমাক সেই কাম কৰিবলৈ পাচিছিল বুলি ভবাটোও আচলতে আমাৰ পক্ষে তেওঁৰ স্মৃতিৰ প্ৰতি বিৰাট অসন্মান প্ৰদৰ্শনৰ দৰে কথা। এনেধৰণৰ চিন্তাৰেই ঘোৰ বিৰোধী আছিল তেওঁ। ওঁহো, অসম্ভৱ কথা এয়া। আমাক বিল পৰিশোধ কৰিবলৈ কৈ সেয়ে লাভ নাই। তোমাৰ মন্দিৰক লৈ তুমি যি কৰা কৰি থাকা—দৰকাৰ হ'লে আদালতলৈ যোৱা।''

আদালতলৈ? স্পাত'লিনোৱে কিছু পৰ চিন্তা কৰিলে, আৰু তাৰ পিছত লগে লগে তেওঁলোকৰ বিপক্ষে গোচৰ তৰিলে। সাক্ষীৰূপে তেওঁৰ মনলৈ আহিল তেওঁক মাতি নিবলৈ অহা চিনকাৰেলাৰ চাকৰটোৰ কথা, ডন লাগিপাৰ কথা, গোটেইবোৰ গম পাই থকা নিজৰ ঘৈণীয়েক আৰু যোগালী দুটাৰ কথা— ইমানবোৰ সাক্ষী থাকোঁতে জানো তেওঁৰ গোচৰটোত জয়ী হোৱাৰ সম্ভাৱনা নাই?

গোচৰত শেষ মুহূৰ্তত কিন্তু স্পাত'লিনোৱে পৰাজয় বৰণ কৰিবলগীয়া হ'ল। মনট'ৰ' পৰিয়ালৰ কামত নতুনকৈ নিযুক্ত হোৱা চিনকাৰেলাৰ চাকৰটোৱে এতিয়া সেই পৰিয়ালৰ সপক্ষে সাক্ষী দিলে। সি ক'লে যে মালিকৰ কথামতে সি স্পাত'লিনোক প্ৰাসাদলৈ মাতিবলৈ যোৱাটো সঁচা। কিন্তু বাটৰ দাঁতিত মন্দিৰ এটা সাজিবলৈ দিয়াৰ কোনো ধৰণৰ পৰিকল্পনা তাৰ মালিকৰ নাছিল। তাৰ মালিকে সদ্যমৃত এটা মালীৰ মুখত প্ৰথমে কথাটো শুনিবলৈ পাইছিল— মালীটোৱে কৈছিল বোলে চিনকাৰেলাৰ প্ৰাসাদৰ গেটখনৰ ঠিক বিপৰীত ফালৰ ঠাইডোখৰতে নিজা খুচীমতে স্পাত'লিনোৱে এটা মন্দিৰ সাজিবলৈ মন

মেলিছে। নিঃসন্দেহে এই কথা শুনা পাইহে তাৰ মালিকে তাৰ জৰিয়তে স্পাত'লিনোক মাতি পঠিয়াইছিল। তেওঁৰ মাটিত মন্দিৰ জাতীয় একোকে নাসাজিবলৈ তেওঁ স্পাত'লিনোক সাৱধান কৰি দিব খুজিছিল। ইমানকৈ বাৰণ কৰা সত্বেও কিন্তু আন তিনিটা মানুহ লগত লৈ স্পাত'লিনোৱে সেই ঠাইত মন্দিৰৰ বাবে খনন কাৰ্য চলাই গৈছিল। আৰু সেই কথা সি তাৰ মালিকক অৱগত কৰিছিল। মালিকে তেতিয়া উত্তৰ দিছিল এই বুলি—"অস্, খান্দিবলৈ দে তাক। সেই হতভগীয়াটোৰ মূৰৰ বিকৃতি ঘটা বুলি তই গম নাপাৰ নেকি? সি সম্ভৱ ছেইণ্ট কেথেৰিণ গীৰ্জাটো শেষ কৰিবলৈ মাটিৰ তলৰ ধন বিচাৰি বিচাৰি পাগল হৈ গৈছে।"

ডন লাগিপাৰ ভাষ্যও একো কামত নাহিল। সাক্ষী হিচাপে থিয় দিয়া স্পাত'লিনোৰ বাকী তিনিটা মানুহে আদালতক জনালে যে সিহঁতে কোনোদিনেই চিনকাৰেলাক দেখা পোৱা নাছিল, স্পাত'লিনোৱে নিজেই সিঁহতক দিনৰ মজুৰি দিনে দিনে দি গৈছিল।

সকলো বুদ্ধি-বৃত্তিয়ে এৰা দিয়া হতবুদ্ধি মানুহ এটাৰ দৰে শেষত স্পাত'লিনো আদালতৰ কোঠাৰ পৰা ওলাই আহিল। মন্দিৰৰ কামত তেওঁৰ সাঁচতীয়া সমুদায় ধন খৰচ হোৱাৰ বাবে অথবা আদালতৰ সমুদায় খৰচ তেঁৱেই বহন কৰিবলগীয়া হোৱাৰ বাবে নহয়, তেওঁ বলিয়া হোৱাৰ দৰে হ'ল ভগৱানৰ ন্যায়-বিচাৰৰ ওপৰত থকা তেওঁৰ অতদিনৰ গোটেই প্ৰগাঢ় বিশ্বাস হঠাৎ সম্পূৰ্ণৰূপে চূৰ্ণ-বিচূৰ্ণ হৈ যোৱাৰ বাবেহে।

"সঁচাকৈয়ে ভগৱান নাই নেকি?" তেওঁ চিঞৰি উঠিল, "সম্ভৱ হ'ব পাৰে নে যে ভগৱান বুলি কোনো নাই?"

ডন লাগিপাৰ কথা মতে পুনৰবাৰ তেওঁ আদালতৰ ওচৰত আপীল কৰিলে, কিন্তু যি মুহূৰ্ততে তেওঁ শুনা পালে যে তেওঁৰ আপীল নাকচ কৰা হৈছে, তেওঁ সৰগ পৰা মানুহৰ দৰে জঠৰ হৈ থিয় দি ৰ'ল। তাৰ পিছত হঠাৎ এবাৰত তেওঁ ঘৰ এৰি ওলাই আহিল আৰু হাতত তেতিয়াও বাকী থকা মুদ্ৰাকেইটা প্ৰায় চাৰে তিনি মিটাৰ ৰঙা কটন কাপোৰ আৰু তিনিটা পুৰণি ওলোমা-ধোলোমা কোট চোলা কিনাত খৰচ কৰি পেলায়।

ঘৰলৈ উলটি আহি চোলাকেইটা ঘৈণীয়েকৰ হাতত গটাই দি তেওঁ নিৰ্দেশ দিলে—"এই কেইটাৰে মোক এটা দীঘলীয়া জামা, অৰ্থাৎ এটা হলৌ চোলা তৈয়াৰ কৰি দিয়া।"

স্পাত'লিনোৰ নিৰ্দেশটো শুনা পাই ঘৈণীয়েক সেইপিনেই থৰ লাগিল। ঘৈণীয়েকে যেন বুজিব পৰা নাই একোকে।

'কি কৰিব খুজিছা তুমি?' ঘৈণীয়েকে প্ৰশ্ন কৰিলে তেওঁক।

"কৈছোঁৰেই দেখোনহু মোক এটা হলৌ চোলা তৈয়াৰ কৰি দিয়া। নিদিয়া...? নালাগে, নালাগে, মই নিজেই কৰি ল'ম।"

তৎমুহূৰ্তত্তে স্পাত'লিনোৰে কামত লাগি গ'ল। শেষ কৰি উঠি চোলাটোৰ টোপোলা এটা কৰি তেওঁ কটনৰ ৰঙা কাপোৰ ডোখৰো হাতত তুলি ল'লে আৰু কাকো এষাৰো মাত নিদিয়াকৈ ঘৰৰ পৰা ওলাই গ'ল।

এঘণ্টা কি দুঘণ্টাৰ পিছত গোটেই নগৰখনতে খবৰটো জনাজনি হৈ গ'ল যে স্পাত'লিনো বলিয়া হৈছে। চিনকাৰেলাৰ প্ৰাসাদৰ ঠিক বিপৰীত পিনে নিৰ্মিত সেই নতুন মন্দিৰটোতে তেওঁ এতিয়া থাকিবলৈ আৰম্ভ কৰিছে আৰু নিজেই খ্ৰীষ্টৰ মূৰ্তি হৈ দণ্ডায়মান হৈছে।

'কিহু মূৰ্তি হৈ থিয় দি আছে? কৈছা কি?'

মিছা কোৱা নাই। খ্ৰীষ্টৰ মূৰ্তি হৈ থিয় দি আছে তেওঁ মন্দিৰৰ ভিতৰত। সঁচাকৈয়েনে?

ৰ'ব লাগিছে কিয়, ব'লা চাই আহিবা।

খবৰটো শুনা মাত্ৰকে সকলো ঢপলিয়াই আহিল। সকলোৰেই দেখিলে মন্দিৰৰ ভিতৰত খ্ৰীষ্টৰ মূৰ্তিৰ ঠাইত সোঁশৰীৰে স্পাত'লিনোৰে নিজে থিয় দি থাকিব লাগিছে। পিন্ধনত তেওঁৰ সেই স্ব-হাতেৰে নিৰ্মিত হলৌ চোলাটো। দুয়োটা বাহুৰ ওপৰেদি কটনৰ সেই ৰঙা কাপোৰডোখৰ। তদুপৰি তেওঁৰ মূৰৰ ওপৰত কিছু কাঁইট আৰু হাতত এডাল দণ্ড।

তেওঁৰ মূৰটোও আছিল এঢলীয়া হৈ আৰু চকুৰ দৃষ্টি থৰ হৈ আছিল সমুখৰ ভূখণ্ডৰ ওপৰত। তেওঁক চাবলৈ আহি গোট খোৱা মানুহবোৰৰ ক্ৰমবৰ্ধমান বিদ্ৰূপাত্মক হাঁহি অথবা টিটকাৰীয়ে তেওঁক যেন অকণোৰেই বিব্ৰত কৰিব পৰা নাছিল। সৰু সৰু ল'ৰবোৰ তেওঁলৈ কমলা টেঙাৰ বাকলি দলিয়াই দিছিল, আনবোৰে বহুতেই মুকলিকৈ তেওঁক আটাইতকৈ বিদ্ৰূপাত্মক ভাষাৰে সম্বোধন কৰিছিল, কিন্তু এই হৈ-চৈৰ সময়খিনিত তেওঁ হৈ আছিল সম্পূৰ্ণৰূপে স্থিৰ— সময়ে সময়ে চকুৰ মণি দুটা লৰচৰ কৰাৰ বাহিৰে আন একো লৰচৰ হোৱা নাছিল তেওঁৰ। এটা সঁচা মূৰ্তিৰ দৰে প্ৰতীয়মান হৈছিল তেওঁ এই গোটেই সময়ছোৱা।

আন তিৰোতাবোৰৰ লগ হৈ তেওঁৰ ঘৈণীয়েকো আহিছিল মন্দিৰলৈ। এইবোৰৰ পৰা নিৰস্ত হ'বলৈ বহুবাৰ অনুনয় কৰিও একো সঁহাৰি নাপাই এজাউৰি গালি সোধাই শেষত ঘৈণীয়েক উলটি গৈছিল। চকুলো টুকি টুকি তেওঁৰ ল'ৰা-ছোৱালীকেইটাও আহিছিল আনকি। এইধৰণৰ হৈ-চৈ হৈয়েই আছিল, শেষত দুজনমান পুলিচ আহি যেনিবা স্পাত'লিনোক গ্ৰেপ্তাৰ কৰি লৈ গ'ল।

স্পাত'লিনোৱে চিঞৰি গ'ল ওৰেটো বাট, "মোক এৰি দে, অকলে থাকিবলৈ দে তহঁতে। মোতকৈ বেছিকৈ আৰু আন কোন খ্ৰীষ্ট হ'ব পাৰে? দেখা নাই সিহঁতে মোক কেনেকৈ ঠাট্টা কৰে? এৰি দে মোক। মোতকৈ বেছিকৈ আৰু আন কোন খ্ৰীষ্ট হ'ব পাৰে? এইটো মোৰ ঘৰ। মোৰ নিজৰ টকাৰে নিজ হাতেৰে নিজে মই এইটো সাজি উলিয়াইছোঁ। মোৰ তেজ নিগৰি আছে ইয়াত। এৰি দে মোক তহঁতে।"

সন্ধ্যা নোহোৱা পৰ্যন্ত অৱশ্যে স্পাত'লিনোক মুকলি কৰি দিয়া নহ'ল। ৰাতি হোৱাৰ পিছত পুলিচ অফিচাৰজনে তেওঁক ক'লে— "তই ঘৰলৈ যাব পাৰ এতিয়া। শুনিছনে নাই? যা ঘৰলৈ যা আৰু সাৱধান হ'বি বুজিছ, যিবোৰহে কৰিবলৈ লৈছ তইহুঁ"

স্পাত'লিনো কিন্তু ঘৰলৈ নগ'ল। নিৰ্দ্বিধাই পুনৰ তেওঁ মন্দিৰ পালেহি। পুনৰ তেওঁ নিজকে খ্ৰীষ্টৰ ৰূপত সজাই ল'লে আৰু ৰাতিটো তাতেই পাৰ কৰি দিলে। পিছতো আৰু কোনোদিনেই তেওঁ সেই ঠাই এৰি ক'লৈকো নগ'ল।

অনাহাৰ, ভীতি-প্ৰদৰ্শন, বিদ্ৰূপ আদি বিভিন্ন উপায়েৰে সিহঁতে তেওঁক সেই ঠাইৰ পৰা খেদিবলৈ যত্ন কৰিলে। অৱশেষত এই সকলোবোৰ যেতিয়া ব্যৰ্থ প্ৰয়াসৰূপে পৰিগণিত হ'ল, সিহঁতে তেওঁক কাৰো একো অনিষ্ট নকৰা হতভগীয়া বলিয়া বুলি সিমানতে এৰি দিলে।

মানুহে সোনকালেই তেওঁৰ বাবে সৰু সৰু উপহাৰ আনিবলৈ ল'লে— বিভিন্ন ধৰণৰ খোৱা-বস্তু, অহৰহ জ্বলি থকা লেম্পটোৰ বাবে তেল ইত্যাদি ইত্যাদি। কিছু দিনৰ পিছত নিৰক্ষৰ মহিলা কিছুমানে তেওঁৰ কথা কওঁতে ক'বলৈ ধৰিলে সেই 'সাধু মানুহজন' বুলি তেওঁৰ ওচৰলৈ গৈ সিহঁতে সিহঁতৰ নিজৰ বাবে আৰু আৰু সিহঁতৰ পৰিয়ালৰ মংগলৰ বাবে প্ৰাৰ্থনা কৰিবলৈ তেওঁক খাটনি ধৰেগৈ। কোনোবা এজনীয়ে তেওঁক আগৰ হলৌ চোলাটোতকৈ অলপ ভাল ধৰণৰ নতুন গাউন এটা উপহাৰ দিলে, লগতে অৱশ্যে পাছৰ লটাৰীটোত তেওঁ কোন তিনিটা নম্বৰ ধৰিলে কৃতকাৰ্য হ'ব সেই কথা ক'বলৈও তেওঁক

খাটনি ধৰিলে।

ৰাতি ৰাতি সেই বাটেৰে পাৰ হৈ যোৱা গাড়োৱানবোৰে দূৰৈৰ পৰাই তেওঁৰ অকণমানি লেম্পটোৰ টিমিক-টামাক পোহৰটোৰ পিনে চকু দিছিল— পোহৰটো চকুত পৰিলে সিহঁত আনন্দিত হৈ উঠিছিল। সিহঁতৰ গাজা-খুড়ি কথাবোৰ শুনি নম্রভাৱে হঁহা সেই হতভগীয়া খ্রীষ্টজনৰ লগত মেল মৰাৰ উদ্দেশ্যে সদায়েই সিহঁত মন্দিৰৰ সমুখত অলপ পৰৰ বাবে ৰৈছিল। কিছুপৰৰ পিছত পুনৰ যেতিয়া সিহঁতে যাত্রাৰম্ভ কৰিছিল, সিহঁতৰ গাড়ীবোৰৰ কোলাহল ক্রমে ক্রমে কমি আহিছিল আৰু এটা সময়ত নীৰৱতাই আগুৰি ধৰিছিল সকলোবোৰ। এই হতভগীয়া খ্রীষ্টৰ চকুলৈও ক্রমাৎ নামি আহিছিল অলস টোপনি।

মাজে মাজে তেওঁৰ লেম্পৰ শিখাটোত জঁপ দিবলৈ অহা ৰাতিৰ উইঁচিৰিঙা একোটাৰ চি-চিঞনিয়ে তেওঁক জগাই দিছিল। সাৰ পাই উঠি পুনৰ তেওঁ প্রার্থনা কৰিবলৈ লৈছিল, কিন্তু এই প্রার্থনাৰ মাজতো প্রায়েই সাৰ পাই উঠিছিল তেওঁৰ বিগত দিনবোৰৰ স্মৃতিৰে গঢ়া আন এটা উইঁচিৰিঙা। এইটো উইঁচিৰিঙাৰ চি-চিঞনি কাণত পৰিলেই স্পাত'লিনোৱে ইমানদিনে অভ্যস্ত হৈ পৰা তেওঁৰ কপালৰ কাঁইটবোৰ আঁতৰাই পেলায় আৰু এইবোৰে কপালত এৰি যোৱা দাগবোৰ মোহাৰিবলৈ আৰম্ভ কৰে। তেওঁৰ অনুজ্জ্বল চকু দুটাও তেতিয়া মন্দিৰৰ কেউপিনে ঘূৰি ফুৰিবলৈ আৰম্ভ কৰে আৰু তেওঁৰ মুখেৰে বাহিৰ হ'বলৈ ধৰে সেই চিনাকি সুহুঁৰি...

'ফুঃ....ফুঃ !.....ফুঃ !....'◆

(**লেখকৰ চমু পৰিচিতি** ঃ ১৯৩৪ চনত সাহিত্যৰ নোবেল বঁটাৰে সন্মানিত ইটালীৰ খ্যাতনামা কথাশিল্পী লুইজি পিৰানডেলোৰ জন্ম হয় ১৮৬৭ চনত, চিচিলিৰ এগ্রিগেণ্টো চহৰত। আৰম্ভণিতে তেওঁ বিশ্ববিদ্যালয়ৰ অধ্যাপক হিচাপে কাম কৰিছিল যদিও পিছত নাট্যকাৰ তথা সক্রিয় নাট্যকর্মীৰূপে প্রসিদ্ধ হৈ উঠে। 'ছিক্স কেৰেক্টাৰ ইন চার্চ অৱ এন অথৰ', 'হেনৰী ফোর্থ' আদি তেওঁৰ বিখ্যাত নাটক। শেষৰ ফালে তেওঁ গল্প-উপন্যাস ৰচনাতো মনোনিৱেশ কৰে আৰু প্রথম বিশ্বযুদ্ধৰ পিছৰ সময়ছোৱাত পৰিস্ফূট আধুনিক সমাজৰ নৈতিক সংকটৰ বিশ্বস্ত ৰূপকাৰ ৰূপে স্বীকৃত হয়। 'দ্য আউটমাষ্ট', 'শ্যুট' আদি তেওঁৰ

সাৰ্থক উপন্যাস। ১৯৩৬ চনত ৰোমত, তেওঁৰ মৃত্যু হয়। ধৰ্ম আৰু ৰাজনীতি একাকাৰ হৈ যোৱা বৰ্তমানৰ সন্ধিক্ষণত সাধাৰণ মানুহৰ জীৱনৰ এক কৰুণ প্ৰতিচ্ছবি অংকিত হৈছে তেওঁৰ এই 'বাটৰ কাষৰ মন্দিৰ' শীৰ্ষক অনূদিত গল্পটিত। আমাৰ দেশৰ সাম্প্ৰতিক প্ৰেক্ষাপটত গল্পটোৰ আবেদনৰ যে বিশেষ গুৰুত্ব আছে, পঢ়ি উঠাৰ পিছত তাক সকলোৱে স্বীকাৰ কৰিবলৈ বাধ্য।)

# কুং-ই-চি

## মূল গল্প ঃ লু চুন (চীন)
## অনুবাদ ঃ ৰশ্মিৰেখা গগৈ

লাচেনত থকা পান্থশালাবোৰ চীনৰ আন ঠাইৰ দৰে নহয়। ইয়াৰ পান্থশালাবোৰত ৰাস্তাৰফালে নব্বৈ ডিগ্ৰী কোণত মুখ কৰি একোটাকৈ কাউণ্টাৰ আছে য'ত সুৰা তপতাবৰ বাবে গৰম পানীৰ ব্যৱস্থা আছে। মানুহবোৰে দুপৰীয়া আৰু গধূলি কামৰ পৰা উভতি আহি একো পিয়লা ফটিকা কিনে। বিশ বছৰ আগেয়ে এপিয়লা ফটিকাৰ দাম আছিল চাৰি পইচা, কিন্তু এতিয়া দহ পইচা দিলেহে এপিয়লা ফটিকা পোৱা যায়। কাউণ্টাৰৰ ওচৰত থিয় হৈ গ্ৰাহকসকলে গৰম ফটিকা পান কৰে, আৰু এপইচা বেছিকৈ দিলে ফটিকাৰ লগত খাবলৈ এথাল নিমখসনা বাঁহগাজ বা গুৱামুৰি সনা মটৰমাহ কিনিব পাৰি। বাৰ পইচা দিলে মঙহো পায়। কিন্তু গ্ৰাহকসকলৰ সৰহভাগেই চুটি কোটচোলা পৰিহিত দুখীয়া শ্ৰেণীৰ লোক। গতিকে খুব কমেইহে তেনে ব্যয়-বহুল খাদ্য কিনিব পাৰে। কেৱল দীঘল গাউন পৰিহিত গ্ৰাহকেহে দোকানৰ কাষৰ সংলগ্ন কোঠাত বহি তৰহে তৰহে ব্যঞ্জনৰ লগত ফটিকা পান কৰি অৱসৰ কটাব পাৰে।

বাৰ বছৰ বয়সত মই পান্থশালা এখনত পৰিচাৰক হিচাপে সোমালোঁ। দোকানখন নগৰলৈ অহা মূল পথটোৰ মুখতে। মালিকে কৈছিল মোক হেনো দেখাত তেনেই বুৰ্বক যেন লাগে, আৰু সেই কাৰণেই দীঘল গাউন পৰিহিত গ্ৰাহকসকলক পৰিচৰ্যা কৰিবৰ বাবে মই উপযুক্ত নহয়। গতিকে মোক বাহিৰতে কাম দিয়া হ'ল। চুটি কোটচোলা পৰিহিত গ্ৰাহকসকল সহজেই সন্তুষ্ট হৈছিল যদিও তাৰ মাজতো কিছুমানে হুলস্থূল নকৰা নহয়। সুৰাৰ পাত্ৰৰ পৰা কৰচালিৰে হালধীয়া বৰণৰ ফটিকা বাকি দিওঁতে তেওঁলোকৰ কেইজনমানক চাই থাকিবলৈ লাগে। সুৰাৰ পিয়লাৰ তলিত যে আগৰে পৰা পানী ঢালি থোৱা নাই তাকে সিহঁতে নিজ চকুৰে চাবলৈ চিঞৰ-বাখৰ লগাইছিল। সিহঁতৰ শেন চকুৰ সমুখত সুৰাত পানী মিহলোৱাটো বৰ মস্কিল হৈ পৰিছিল। গতিকে কেইদিনমানৰ পাছত

মালিকে মোক এই কামটোৰ বাবে অনুপযুক্ত বুলি বিবেচনা কৰিলে। কপাল ভাল যে মোক এজন হাত-দীঘল মানুহে এই কামটোত সুমুৰাই দিছিল, গতিকে মালিকে মোক কামৰ পৰা আঁতৰাই দিব নোৱাৰিলে। তাৰ পৰিৱৰ্তে মোক সুৰা তপতোৱাৰ দৰে আমনিদায়ক কামটোত লগাই দিলে।

তেতিয়াৰে পৰা গোটেই দিনটো মই কাউণ্টাৰৰ পাছফালে থিয় হৈ থাকোঁ। যদিও মোৰ কামত মালিক সন্তুষ্ট হৈছিল, মোৰ কিন্তু কামটো বৰ একঘেয়ামি আৰু অৰ্থহীন যেন লাগিছিল। আমাৰ মালিকজন দেখাত ভয়ানক আছিল আৰু গ্ৰাহকসকলো মনমৰা বিধৰ আছিল। গতিকে স্ফূৰ্তি-তামাছা কৰাটো অসম্ভৱেই হৈ পৰিছিল। মাত্ৰ কুং-ই-চি আহিলেহে মই অকণমান হাঁহিবলৈ পাওঁ আৰু সেই কাৰণেই তেওঁক মোৰ এতিয়াও মনত আছে।

দীঘল গাউন পৰিহিত গ্ৰাহকসকলৰ ভিতৰত কুঙেই আছিল একমাত্ৰ গ্ৰাহক যি থিয় হৈ ফটিকা পান কৰিছিল। তেওঁ আছিল এজন বিশাল আকৃতিৰ মানুহ, আচৰিত ধৰণে শেঁতা, মুখৰ ছাল কোঁচখোৱা, মাজে মাজে কিছুমান দাগ। মূৰটো ডাঙৰ, অপৰিপাটী একোছা দাড়ি, মাজে মাজে বগা পৰিছে। তেওঁৰ দীঘল গাউনটো লেতেৰা আৰু ফটাছিটা। দেখিলে এনে লাগে যেন দহ বছৰমান কাপোৰযোৰ ধোৱা হোৱা নাই, ফটাবোৰ চিলোৱা নাই। তেওঁ কথা কওঁতে বহু অপ্ৰচলিত শব্দ ব্যৱহাৰ কৰাৰ ফলত তেওঁৰ কথাৰ আধাখিনিয়েই বুজিব নোৱাৰি। যিহেতু তেওঁৰ উপাধিটো আছিল কুং, তেওঁৰ উপনামটো হৈছিলগৈ কুং-ই-চি, সৰু ল'ৰা-ছোৱালীৰ কিতাপত থকা প্ৰথম তিনিটা আখৰ। তেওঁ যেতিয়াই দোকানলৈ আহে, মানুহবোৰে তেওঁলৈ চাই টকালি পাৰিবলৈ ধৰে। কোনোবা এজনে চিঞৰিয়েই দিয়ে ঃ "কুং-ই-চি তোমাৰ মুখত যে নতুন দাগ কিছুমান দেখিছোঁ?" সেইবোৰ কথালৈ কুঙে কাণ নিদিয়ে, তেওঁ কাউণ্টাৰলৈ আহি দুপিয়লা গৰম সুৰা আৰু গুৱামুৰিৰ গোন্ধ থকা মটৰমাহ এথাল অৰ্ডাৰ দিয়ে। ইয়াৰ বাবদ তেওঁ নটা তামৰ মুদ্ৰা দিয়ে। কোনোবাজনে চিঞৰোঁ বুলিয়েই চিঞৰে— "তুমি নিশ্চয় আকৌ চুৰি কৰিবলৈ লৈছা।"

"একো প্ৰমাণ নোহোৱাকৈ কিয়নো ভাল মানুহক বদনাম দিয়া?"— চকুকেইটা বহলকৈ মেলি কুঙে কয়।

"হয় হয়, কমনো ভাল মানুহনে? পৰহি হুৰ ঘৰৰ পৰা কিতাপ চুৰি কৰাৰ কাৰণে মানুহবোৰে তোমাক বান্ধি লৈ মৰিয়াই থকা মই নিজ চকুৰে দেখি

আহিছোঁ!”

কুং ৰঙা-চিঙা পৰে, কপালৰ সিৰকেইডাল উঠি আহে। সি প্ৰতিবাদ কৰি কয়— “কিতাপ এখন লোৱাটো চুৰি বুলিব নোৱাৰি...... কিতাপ লোৱাটো, সেইটোতো পণ্ডিতৰেই কাম, চুৰি বুলিব নোৱাৰি নহয়।” তাৰ পাছত কনফুছিয়াছৰ মহৎ গ্ৰন্থৰ পৰা উদ্ধৃতি দিয়ে— “ভদ্ৰলোকে দুখীয়া হৈও নিজৰ সাধুতা বজাই ৰাখিব পাৰে।” বন্য উল্লাসত মানুহবোৰে কিৰিলি পাৰি উঠে। দোকানখন আনন্দমুখৰ হৈ পৰে।

মানুহে কোৱা শুনিছিলোঁ যে কুং-ই-চিয়ে হেনো মহৎ গ্ৰন্থবোৰ অধ্যয়ন কৰিছিল, কিন্তু নিয়মমাফিক পৰীক্ষাতহে উত্তীৰ্ণ হ'ব নোৱাৰিছিল। জীৱন নিৰ্বাহৰ কোনো উপায় নথকাত তেওঁ দিনক দিনে দুখীয়া হৈ গৈ আছিল। তেওঁৰ আৰ্থিক অৱস্থা ইমানেই বেয়া হৈছিলগৈ যে এটা সময়ত তেওঁ ভিক্ষা কৰিবলৈও লৈছিল।

আনন্দৰ কথা যে তেওঁৰ হাতৰ আখৰ খুব ধুনীয়া আছিল আৰু প্ৰতিলিপি নকল কৰাৰ কাম কিছুমান পাইছিল। দুৰ্ভাগ্যক্ৰমে তেওঁৰ স্বভাৱটো বেয়া হৈ পৰিল। তেওঁ প্ৰচুৰ পৰিমাণে সুৰাপান কৰিবলৈ ধৰিলে আৰু এলেহুৱা হৈ পৰিল। কিতাপ, কাগজ, ব্ৰাছ আৰু চিয়াহীৰ বটলবোৰ লৈ তেওঁ নোহোৱা হয়। কেইবাবাৰো এনে ঘটনা ঘটাৰ পাছত কোনেও তেওঁক পুনৰ নকলৰ কাম দিবলৈ নিবিচৰা হ'ল। গতিকে এনে পৰিস্থিতিত মাজে সময়ে সৰু-সুৰা বস্তু চুৰি কৰাৰ বাহিৰে তেওঁৰ উপায় নোহোৱা হ'ল। আমাৰ পান্থশালাত তেওঁৰ আচৰণ আছিল দৃষ্টান্তমূলক। তেওঁ কেতিয়াও পইচা নিদিয়াকৈ থকা নাছিল। কেতিয়াবা হাতত পইচা নাথাকিলেও আমাৰ দোকানৰ ফলকত ধৰুৱাসকলৰ নামৰ তালিকাত তেওঁৰ নামটো অন্তৰ্ভুক্ত হয়। অৱশ্যে এমাহ নৌ হওঁতেই তেওঁ ধাৰটো পৰিশোধ কৰে আৰু তেওঁৰ নামটো ফলকৰ পৰা মছ খায়।

আধা পিয়লামান সুৰা পান কৰাৰ পাছত কুং কিছু সুস্থিৰ হয়, কিন্তু তেনেতে কোনোবাই সোধে—“কুং-ই-চি, তুমি বাৰু সঁচাকৈ পঢ়িব জানানে?” কুঙে যেতিয়া এনেকুৱা প্ৰশ্নবোৰে তেওঁক হেয় কৰা যেন অনুভৱ কৰে, প্ৰশ্নবোৰ এৰাই চলে, মানুহবোৰে আকৌ সোধে—“তুমিনো বাৰু ইমান তলৰ পৰীক্ষাটোতে কেনেকৈ উত্তীৰ্ণ হ'ব নোৱাৰিলা?”

মানুহবোৰৰ কথাত কুং বৰ অসুখী আৰু বিৰক্ত হৈ পৰে। তেওঁৰ মুখখন শেঁতা পৰে, ওঁঠযুৰি লৰচৰ কৰে, কিন্তু মুখেদি কিছুমান দুৰ্বোধ্য শব্দহে বাহিৰ

হয়। সকলোৱে আকৌ গিৰ্জনি মাৰি হাঁহে, গোটেই দোকানখনেই আনন্দমুখৰ হৈ পৰে।

এনেকুৱা সময়ত ময়ো মালিকৰ গালি নেখোৱাকৈ হাঁহিত যোগ দিব পাৰোঁ। ৰগৰ কৰিবৰ কাৰণে মোৰ মালিকেও আন কি কুঙক কিবাকিবি সুধি থাকে। সিহঁতৰ লগত কথা পাতি লাভ নাই বুলি জানি কুঙে আমাৰ সৰুবোৰৰ লগতে কথা পাতিবলৈ আৰম্ভ কৰে। এবাৰ তেওঁ মোক সুধিছিল—"তই বিদ্যালয়লৈ গৈছিলিনে?" মই যেতিয়া যোৱা বুলি ক'লোঁ তেওঁ কৈছিল— "তেতিয়াহ'লে ভাল কথা, মই তোৰ পৰীক্ষা ল'ম। তই মোক 'বুই-জিয়াং' (বুই-জিয়াং অৰ্থাৎ চফ্ বা গুৱামুৰি) শব্দটোত 'বুই' শব্দটো কেনেকৈ লিখে দেখুৱাচোন?" মই ভাবিলোঁ,—"মই অন্ততঃ ভিক্ষাৰী এটাৰ ওচৰত পৰীক্ষা দিবলৈ নাই।" গতিকে মই আনফালে মুখ ঘূৰালোঁ আৰু কথাযাৰত গুৰুত্ব নিদিলোঁ। কিছু সময় ৰোৱাৰ পাছত তেওঁ ক'লে— "তই নোৱাৰ যদি মই তোক দেখুৱাম বাৰু কেনেকৈ লিখে। মনত ৰাখিবলৈ চেষ্টা কৰিবি। তই এই আখৰবোৰ মনত ৰখা উচিত, কাৰণ পাছত নিজৰ দোকান খুলিলে তোৰ হিচাপ-নিকাচবোৰতো কৰিব লাগিব।"

মোৰ এনেকুৱা লাগিল মোৰ নিজৰ দোকান এখন হ'বলৈ বহুত দিন আছে, তাৰ উপৰি, আমাৰ মালিকে হিচাপ বহীত 'বুই-জিয়াং' মটৰমাহৰ হিচাপ লিখা দেখা নাই। তেওঁৰ কথাত মনে মনে আমোদ পালেও আমনিও পাইছিলোঁ, মই অলসভাৱে উত্তৰ দিলোঁ,—"তোমাকনো কোনে মাষ্টৰ হ'বলৈ কৈছে? 'বুই' শব্দটো ঘাঁহ শব্দটো লিখাৰ দৰেই লিখিব নালাগে জানো?"

কুং আনন্দিত হ'ল, তাৰ দীঘল নখ থকা আঙুলি দুটাৰে কাউণ্টাৰ টেবুলত টুকুৰিয়ালে। "হয়, হয়" তেওঁ মূৰ দুপিয়ালে "বুই শব্দটো চাৰি প্ৰকাৰে লিখিব পাৰি। তই আটাইবোৰ জাননে?" মোৰ ধৈৰ্যচ্যুতি ঘটিল, তেওঁলৈ খঙেৰে চাই মই তাৰপৰা আঁতৰি আহিলোঁ। কুং-ই-চিয়ে তেওঁৰ আঙুলিটো সুৰাত জুবুৰিয়াই লৈছিল যাতে কাউণ্টাৰ টেবুলত আঙুলিৰে আখৰকেইটা লিখি দেখুৱাব পাৰে, কিন্তু তেওঁ যেতিয়া মোক নিৰ্বিকাৰ হৈ থকা দেখিলে, তেওঁ হুমুনিয়াহ কাঢ়িলে আৰু তেওঁক অত্যন্ত হতাশ দেখা গ'ল।

কেতিয়াবা হাঁহি খিকিন্দালিৰ শব্দ শুনি চুবুৰীৰ ল'ৰা-ছোৱালীবোৰেও তাত যোগ দিবলৈ আহে আৰু কুং-ই-চিক ঘেৰি ধৰেহি। তেওঁ সিহঁতক গুৱামুৰি সনা

মটৰমাহ খাবলৈ দিয়ে। মটৰমাহ খোৱাৰ পাছতো ল'ৰা-ছোৱালীমখা নাযায়হে যায়ায়। সিহঁতৰ চকু মটৰমাহৰ থালখনৰ ওপৰত। খপজপকৈ কুঞে থালখন হাতেৰে ঢাকি লৈ আগলৈ হাওলি কয়—"নাই, নাই আৰু বেছি নাই।" আকৌ এবাৰ পোন হৈ মটৰমাহখিনিলৈ চাই মূৰ জোকাৰে—"আৰু বেছি নাই।" ল'ৰা-ছোৱালীবোৰ চিঞৰি-বাখৰি হাঁহি-তামাছা কৰি দৌৰ মাৰে।

কুং-ই-চি বৰ ভাল সংগ আছিল, কিন্তু তেওঁৰ অবিহনেও আমাৰ চলি গৈছিল।

এবাৰ শৰৎ উৎসৱৰ কেইদিনমানৰ আগতে পান্থশালাৰ গৰাকীয়ে দোকানৰ হিচাপ-নিকাচ উলিয়াই আছিল। বেৰৰ পৰা ফলকখন নমাই হঠাৎ তেওঁ ক'লে—"কুং-ই-চি বহুদিন অহা নাই, তেওঁৰ এতিয়াও ১৯ পইচা দিবলৈ আছে। মালিকৰ কথাত মোৰ মনত পৰিল যে তেওঁক দেখা নোপোৱা ভালেমান দিনেই হ'ল। "সি কেনেকৈ আহিব?" এজন গ্ৰাহকে মাত লগালে। "যোৱাবাৰ মাৰ খাওঁতে তাৰ ভৰি দুখন ভাগিছিল নহয়।"

"অ'হুঁ"

"সি আকৌ চুৰি কৰিছিল। এইবাৰ সি মিষ্টাৰ টিঙৰ ঘৰৰ পৰা চুৰি কৰিছিল। সিনো বাৰু পণ্ডিতৰ ঘৰত চুৰি কৰি সাৰিব পাৰেনে?"

"তাৰ পাছত?"

"তাৰ পাছত আৰু কি? প্ৰথমে সি চুৰি কৰা বুলি স্বীকাৰোক্তি দিব লগা হ'ল, তাৰ পাছত তাৰ ওপৰত মাৰ-পিট চলিল। প্ৰায় গোটেই নিশা মানুহবোৰে তাক মৰিয়াই আছিল, তাৰ ভৰি দুখন ভাঙি নোযোৱালৈকে।"

"তাৰ পাছত?"

"তাৰ ভৰি দুখন ভাগি থাকিল।"

"সেইটো বাৰু বুজিলোঁ, কিন্তু তাৰ পাছত কি হ'ল?"

"পাছত?...... কোনে জানে? সি মৰিব হ'বলা।"

মালিকে আৰু একো নুসুধিলে। আকৌ নিজৰ হিচাপ-নিকাচত ব্যস্ত হৈ পৰিল।

শৰৎ উৎসৱৰ পাছত ঠাণ্ডা বতাহ বলিবলৈ ধৰিলে, যিহেতু শীত আহিল। সকলো সময়তে জুইৰ কাষত থকাৰ পাছতো মই মোৰ গদহা জেকেটটো পিন্ধিব লগা হৈছিল। গ্ৰাহক নাছিল। মই চকু মুদি বহি আছিলোঁ। এনেতে মোৰ কাণত

পৰিল—

"সুৰা এবাতি তপতাচোন।" মাতটো তেনেই সৰু অথচ চিনাকী, কিন্তু মই মূৰ তুলি চাওঁতে কাকোৰেই দেখা নাপালোঁ। থিয় হৈ দুৱাৰৰ ফালে চাওঁতেহে দেখিলোঁ দুৱাৰডলিৰ ফালে মুখ কৰি কাউণ্টাৰৰ তলত কুং-চি বহি আছে। তাৰ মুখখন বৰ ভাগৰুৱা আৰু ক্ষীণ দেখাইছিল। তাৰ অৱস্থাটো ভয়ানক দেখাইছিল। তাৰ গাত এটা ফটা-ছিটা আঁচ পৰা জেকেট, এখন ভৰিৰ ওপৰত আনখন ভৰি তুলি থোৱা অৱস্থাত সি কঠখনত বহি আছে, আৰু কঠখন তাৰ কান্ধৰ লগত জুঁটি বান্ধি থোৱা আছে। মোক দেখি সি আকৌ ক'লে—"এবাটি ফটিকা তপতাচোন।" তেনেকুৱাতে মালিক উপস্থিত হ'লহি, তেওঁ কাউণ্টাৰৰ ওপৰত হাওলি ক'লে—"সেইটো কুং-ই-চি নেকি? তোৰতো এতিয়াও ১৯ পইচা দিবলৈ আছে।"

"সেইটো......সেইটো মই অহাবাৰ দি দিম।" কুঙে উত্তৰ দিলে। সি হতাশ হৈ ওপৰলৈ চালে। "এয়া পইচাটো লচোন। ভাল ফটিকা দিবি কিন্তু।"

মালিকে আকৌ আগৰ দৰে সশব্দে কৈ উঠিল—"কুং-ই-চি, তই আকৌ চুৰি কৰিবলৈ লৈছ?"

কিন্তু তীব্ৰ প্ৰতিবাদ কৰাৰ সলনি কুং-ই-চিয়ে মাত্ৰ ক'লে—"থোৱাহে তোমাৰ কৌতুক?"

"কৌতুক? তই যদি চুৰি কৰাই নাছিলি তেন্তে সিহঁতে তোৰ ভৰিখন কিয় ভাঙিলে?"

"মই পৰিলোঁ।" কুঙে লাহেকৈ ক'লে। তাৰ চকুযুৰিয়ে যেন বিষয়টো সিমানতে অন্ত পেলাবলৈ কৈছিল। ইতিমধ্যে আশে-পাশে ভালেমান মানুহ গোট খাইছিল আৰু সকলোৱে গিৰ্জনি মাৰি হাঁহিবলৈ ধৰিলে। মই তেওঁৰ কাৰণে ফটিকা তপতালো আৰু দুৱাৰডলিৰ ওচৰতে থ'লো। তেওঁ ফটা কোটচোলাটোৰ জেলৰ পৰা চাৰিটা পইচা উলিয়াই মোৰ হাতত গুজি দিলে। মই মন কৰিলোঁ তেওঁৰ হাত দুখনত বোকা তেওঁ বগাই বগাইহে এইখিনি পাইছেহি। ইতিমধ্যে তেওঁ তেওঁৰ সুৰাবাতি শেষ কৰিলে আৰু মানুহবোৰৰ হাঁহি-তামাছা আৰু তেওঁক কৰা ঠাট্টা-মস্কৰাৰ মাজতে লাহে লাহে বগুৱা বাই তাৰপৰা আঁতৰি গ'ল।

ঘটনাটোৰ পাছত বহুদিন পাৰ হ'ল। কুঙৰ দেখাদেখি নাই। বছৰৰ শেষত মালিকে ফলকখন নমাই আনিলে। তেওঁ ক'লে—"কুং-ই-চিয়ে এতিয়াও ঊনৈশ

পইচা দিবলৈ আছে।" পাছৰ বছৰ 'ড্ৰেগন নৌকা' উৎসৱৰ সময়তো তেওঁ একেটা কথাকে দোহাৰিলে। কিন্তু শৰৎ উৎসৱৰ সময়ত তেওঁ আৰু এই কথা নুলিয়ালে। কুঙক নেদেখাকৈয়ে আৰু এটা নতুন বছৰৰ আগমন ঘটিল।

তেওঁক মই আৰু কাহানিও দেখা নাপালোঁ। কুং-ই-চিৰ কিজানি সঁচাকৈয়ে মৃত্যু ঘটিল।◆

(**লেখকৰ চমু পৰিচিতি** ঃ লু চুন ঝাও চুৰেনৰ ছদ্মনাম। তেওঁ এজন চৈনিক লেখক, কবি আৰু সমালোচক। তেওঁৰ চুটি গল্পই বিশ্বৰ সাহিত্যৰসিক সকলৰ দৃষ্টি আকৰ্ষণ কৰে। ১৮৮১ চনৰ ২৫ ছেপ্টেম্বৰত তেওঁৰ চীনদেশৰ চাওসিঙত জন্ম হয়।)

# সংগীতবাদক

## মূল ঃ চেল্‌মা অটিলিয়চ লভিচা লেগাৰলফ

## অনুবাদ ঃ এলিজা শৰ্মা

উলেৰাডৰ কোনো মানুহেই সংগীতবাদক লাৰচ্ লাৰচন তেওঁৰ জীৱনৰ শেষৰফালে অতিশয় নম্ৰ আৰু ভদ্ৰ আছিল বুলি নোকোৱাকৈ থাকিব নোৱাৰে। কিন্তু তেওঁ সদায় তেনে নাছিল। যৌৱনকালত তেওঁ ইমান প্ৰাধান্যলিপ্সু আৰু অহংকাৰী আছিল যে, মানুহ তেওঁৰ ওপৰত বীতৰাগ হৈ উঠিছিল। কথিত আছে যে, একেৰাতিৰ ভিতৰতে তেওঁ পৰিৱৰ্তিত আৰু নৱগঠিত হৈছিল আৰু সেই ঘটনা এনেধৰণে সংঘটিত হৈছিল।

এদিন শনিবাৰে ৰাতি বেছ দেৰিকৈ লাৰচ্ লাৰচনে কাষলতিৰ তলত তেওঁৰ বেহেলাখন লৈ এপাক ঘূৰি আহো বুলি ওলাই গৈছিল। তেওঁ সেইদিনা অতিমাত্ৰাই আনন্দিত আৰু উৎফুল্লিত হৈ আছিল কাৰণ তেওঁ সেইমাত্ৰ এটা পাৰ্টিৰ পৰা আহিছে য'ত নেকি তেওঁৰ বাদনে ডেকা-বুঢ়া সকলোকে নাচিবলৈ আগ্ৰহী কৰি তুলিছিল। তেওঁ এইদৰে ভাবি ভাবি আগবাঢ়ি গৈছিল যে, তেওঁৰ বেহেলাৰ চৰিডালে গতি কৰি থকা সময়ত কাৰো শান্ত হৈ বহি থাকিবৰ সাধ্য নাই। কোঠাটোৰ ভিতৰত এনেধৰণৰ উখল-মাখলৰ সৃষ্টি হৈছিল যে, এবাৰ নে দুবাৰ তেওঁৰ মনত এনে এটা কল্পনায়ো থিতাপি লৈছিলহি যে চকী-মেজবিলাকেও যেন নাচিব ধৰিছে। 'মোৰ দৃঢ়বিশ্বাস যে এই অঞ্চলবোৰত সিহঁত কোনেও কেতিয়াও মোৰ দৰে কোনো সংগীতবাদককে দেখা নাই', তেওঁ নিজকে নিজে মন্তব্য কৰিলে—'কিন্তু এনেধৰণে পাকৈত হৈ উঠাৰ আগতে মোৰ মূৰৰ ওপৰেদি কম সাংঘাতিক ধৰণৰ দুৰ্যোগ পাৰ হৈ যোৱা নাইহু' তেওঁ পুনৰ নিজকে নিজে ক'বলৈ ধৰিলে, 'মই যেতিয়া সৰু ল'ৰা আছিলো তেতিয়া মোৰ মা-দেউতাই যেতিয়া মোক গৰু-ছাগলী চৰাবলৈ পঠিয়াইছিল আৰু তাকে কৰি থাকোতে মই যেতিয়া মোৰ বেহেলাখনত সুৰ তুলিবলৈ চেষ্টা কৰি সকলো কথাই পাহৰি গৈছিলো, তেতিয়া সেইটো মোৰ বাবে বৰ এটা ধেমালিৰ কথা নাছিল। আৰু ভাবকচোনহু তেওঁলোক এনেও নাছিল যে, মোক এখন আচল

বেহেলা কিনি দিছিল। এটা কাঠৰ বাকচ যিটোৰ ওপৰত মই কেইডালমান তাঁৰ টানি টানি লগাই লৈছিলো, সেইটোকে বজোৱাৰ বাহিৰে মোৰ আন একো বজোৱাৰ উপায় নাছিল। দিনৰ ভাগত, হাবিৰ মাজত মই যেতিয়া অকলশৰীয়াকৈ থাকিব পৰিছিলো তেতিয়া, বৰং মই ভালদৰেই মোৰ বাদনৰ কাম চলাই নিব পৰিছিলো, কিন্তু গৰু-ছাগলীবিলাক মোৰ পৰা আঁতৰি অবাটে যোৱাৰ পিছত গধূলি ঘৰলৈ উভতি অহাটো মোৰ বাবে একেবাৰেই সুবিধাজনক নাছিলহু তেতিয়া প্ৰায়েই মই মা-দেউতা দুয়োৰে পৰা যথেষ্ট কথা শুনিবলগীয়া হৈছিল— যে মই কোনো কামৰ লায়ক নহয় আৰু কেতিয়াও কোনো কামৰে লায়ক হ'বও নোৱৰিম।

হাবিখনৰ সেই অংশটোৰ যিফালেদি লাৰচ্ লাৰচনে টহল দি ফুৰিছিল, সেইফালেদিয়েই এটা সৰু জুৰিয়েও বাট উলিয়াই লৈ আগবাঢ়িবলৈ চেষ্টা কৰিছিল। ঠাইখিনি শিলাময় আৰু পাহাৰীয়া আছিল আৰু ইফালৰ পৰা সিফাললৈ পাক খাই খাই মাজে মাজে সৰু জলপ্ৰপাতৰ দৰে কিছু ওপৰৰ পৰা হুৰুহ্ কৰে পৰি, মাজে মাজে খৰস্ৰোতা হৈ জুৰিটোৰ আগবাঢ়ি যাবলৈ যথেষ্ট অসুবিধা হৈছিল—কিন্তু তথাপিও এনে লাগিছিল যেন গতিৰ বিৰাম নাই। আনহাতে যিটো পথেৰে বেহেলাবাদকে টহল দিছিল সেই পথটোৱে আকৌ যিমান পাৰে চিধাই আগুৱাবলৈ চেষ্টা কৰিছিল। গতিকে, পথটোৱে সৰ্পিল গতিৰে আগবঢ়া জুৰিটোক বাৰে বাৰে লগ পাইছিল আৰু প্ৰত্যেকবাৰেই এখন সৰু সাঁকোৰ জৰিয়তে এই পথটোৱে ক্ষিপ্ৰ গতিৰে জুৰিটো পাৰ হৈ সিপাৰ পাইছিলগৈ। বেহেলাবাদকেও জুৰিটো বাৰে বাৰে অতিক্ৰম কৰিবলগীয়া হৈছিল আৰু তেওঁ সেইটো কৰিবলৈ পাই ভালেই পাইছিল। তেওঁৰ এনে লাগিছিল যেন তেওঁ হাবিখনত এজন সংগীহে লাভ কৰিছে।

তেওঁ খোজ কাঢ়ি ঘূৰি ফুৰা সময়টো আছিল গ্ৰীষ্মৰ আগভাগৰ এটি নিশা। আকাশত তেতিয়া সূৰ্য নাছিল কিন্তু সূৰ্য নথকা সত্বেও বিশেষ এটা পাৰ্থক্য দেখা পোৱা নগৈছিল, কাৰণ দিনত যেনে পোহৰ আছিল ঠিক একে পোহৰেই তেতিয়াও আছিল।

কিন্তু তথাপি দিনৰ পোহৰৰ সৈতে সেই পোহৰ সম্পূৰ্ণ একে নাছিল। সকলো বস্তুৰে এটা বেলেগ ধৰণৰ ৰং আছিল। আকাশখন শুধ ধবল আছিল, তৰু-লতা আৰু মাটিত ওপজা উদ্ভিদসমূহ কজলা ৰঙৰ আছিল, কিন্তু দিনত দেখাৰ দৰেই সকলো বস্তু স্পষ্টভাৱে দেখা পোৱা গৈছিল আৰু অসংখ্য সাঁকোৰ

ভিতৰত কোনোবাখনত যেতিয়া লাৰচ্ লাৰচন বৈছিল আৰু তলৰ জুৰিটোলৈ দৃষ্টি নিক্ষেপ কৰিছিল তেওঁ পানীৰ প্ৰত্যেকটো তৰংগৰ বৈশিষ্ট্য বিচাৰি উলিয়াব পাৰিছিল।

'মই যেতিয়া হাবিৰ মাজত এনেধৰণৰ জুৰি দেখা পাওঁ'—তেওঁ ভাবিছিল—'মোৰ তেতিয়া নিজৰ জীৱনটোৰ কথা মনত পৰি যায়। মোৰ পথত কণ্টকৰূপে থিয় হোৱা সকলো বাধা আঁতৰাই মোৰ পথ উলিয়াই লোৱাৰ ক্ষেত্ৰত এই জুৰিটোৰ দৰেই ময়ো দৃঢ়পৰিকৰ আছিলো। দেউতা মোৰ সন্মুখত প্ৰস্তৰ স্বৰূপ আছিল আৰু তেওঁ মোক পিছলৈ টানিবলৈ আৰু শেলুৰৈৰ থুপবিলাকৰ তলত পুতি পেলাবলৈ চেষ্টা কৰিছিল, কিন্তু মই তেওঁলোক দুয়োকে সংগোপনে অতিক্ৰম কৰিলো আৰু বৰ্হিবিশ্বলৈ ওলাই গ'লো। হে'...হো'...হাই...হি...হু মই ভাবো মাই এতিয়াও ঘৰত বহি মোৰ বাবে কান্দি আছে। কিন্তু মই কাক খাতিৰ কৰিছোঁ। মোক বাধা দিবলৈ চেষ্টা কৰি থকাতকৈ তেওঁ এইদৰেও ভাবিব পাৰিলেহেতেন যে, কেতিয়াবা মই কিজানি কিবা এটা কৰিব পাৰোৱেইহু'

অধৈৰ্যভাৱে তেওঁ গছৰ ডাল এটাৰ পৰা কেইটামান পাত চিঙিলে আৰু সেইবিলাক জুৰিটোলৈ দলিয়াই দিলে।

'চোৱাহু এইদৰেই মই ঘৰৰ লগত মোৰ সকলো সম্পৰ্ক ছিঙি শেষ কৰি পেলালো'—পাতকেইটা পানীয়ে উটুৱাই লৈ যোৱালৈ চাই থাকি তেওঁ ক'লে। 'মই কেৱল এইটোৱেই চিন্তা কৰিছোঁ যে, মোৰ মাই বাৰু জানেনে যে ভাৰ্মলেণ্ডত ময়েই আটাইতকৈ শ্ৰেষ্ঠ সংগীতবাদকহু'—আগুৱাই গৈ থাকি তেওঁ মন্তব্য কৰিলে।

জুৰিটো পুনৰ লগ নোপোৱালৈকে তেওঁ খৰকৈ খোজ পেলাই আগবাঢ়িল। তাৰপিছত তেওঁ ৰৈ পানীখিনিলৈ লক্ষ্য কৰিলে।

এইখিনিতে জুৰিটোৱে ভয়ংকৰ শব্দ কৰি সংঘৰ্ষজৰ্জৰিত হৈ দ্ৰুতগতিৰে আগবাঢ়িছে। সময়টো ৰাতি হোৱা হেতুকে দিনৰ সময়ত শুনাতকৈ সোঁতৰ শব্দবিলাক মানুহে একেবাৰে বেলেগ ধৰণে শুনিছিল আৰু সংগীতবাদকজনে যেতিয়া স্থিৰ হৈ ৰৈ গৈ শব্দটো শুনিছিল তেওঁ একেবাৰে অবাক হৈ গৈছিল। সেই সময়ত গছবিলাকত কোনো পক্ষীয়ে গান গোৱা নাছিল, পাইন গছবিলাকৰ পৰাও কোনোধৰণৰ সংগীতৰ সুৰ ভাহি অহা নাছিল আৰু পাতবিলাকৰ মাজতো কোনোধৰণৰ সৰসৰনি নাছিল। কোনো মাল টনা গাড়ীৰ চকাই ৰাস্তাত কেৰকেৰণি শব্দ তোলা নাছিল আৰু হাবিৰ মাজতো গৰুৰ ডিঙিৰ টিলিঙাই

টুং-টাং শব্দ কৰা নাছিল। মানুহে মাত্র বাধা পাই সৃষ্টি হোৱা জুৰিৰ কোবাল সোঁতৰ শব্দটোহে শুনিবলৈ পাইছিল, কিন্তু আন সকলো বস্তুৱেই নিমাত-নিতাল হৈ থকাৰ বাবেই দিনৰ ভাগত শুনাতকৈ সেই শব্দ অধিক সুন্দৰকৈ শুনা গৈছিল আৰু এনে লাগিছিল যেন জুৰিৰ তলৰ গৰ্ভত মূৰ্ত-বিমূৰ্ত সকলোবিলাক বস্তুৱেই মাৰ-পিট, হুলস্থুল কৰিছে, কোৰ্হাল কৰিছে। প্ৰথমে এনে শুনা গৈছিল যেন তাত কোনোবা এজনে বহি থাকি দুচটা শিলৰ মাজত লৈ শস্যহে দলিছে, তাৰপিছতে শুনা গৈছিল যেন কোনোবা পান প্ৰতিযোগিতা এটাত পানপাত্ৰবিলাকেহে টুং-টাং শব্দ কৰিছে, তাৰপিচত আকৌ এটা গুঞ্জন ধ্বনি, ঠিক যেন গিৰ্জাত সমবেত হোৱা জনমণ্ডলীয়ে প্ৰাৰ্থনাৰ শেষত ওলাই গৈ গিৰ্জাৰ ঢাপত থিয় হৈ একেলগে গুৰুত্বসহকাৰে কথাহে পাতিছে।

সংগীতবাদকজনে ভাবিলে, 'মই ভাবো এইটোও এক প্ৰকাৰৰ সংগীত, অৱশ্যে যদিও মই ইয়াত বৰ বেছি ধৰণৰ একো বিচাৰি পোৱা নাইহু মোৰ বোধেৰে আগদিনা মই যি সুৰৰ সৃষ্টি কৰিছিলোঁ, তাত ইয়াতকৈ বহুত বেছি শুনিবলগীয়া আছিল।'

কিন্তু লাৰচ্ লাৰচনে যিমানেই বেছি সময় সেই খৰস্ৰোতৰ সংগীত শুনিছিল সিমানেই তেওঁৰ কাণত সেইটো অধিক শ্ৰুতিকৰ হৈ উঠিছিল।

'মোৰ বিশ্বাস তুমি উন্নতি কৰি আহি আছা',—তেওঁ খৰস্ৰোতটোক উদ্দেশ্য কৰি ক'লে। 'তুমি নিশ্চয় উপলব্ধি কৰিছা যে ভাৰ্মলেণ্ডৰ আটাইতকৈ শ্ৰেষ্ঠ সংগীতবাদকজনে তোমাৰ সংগীত শুনি আছে।'

এই মন্তব্যটো কৰাৰ লগে লগে সেই মুহূৰ্ততে তেওঁৰ অনুমান হ'ল যেন তেওঁ কেইটামান স্পষ্ট ধাতৱ শব্দ শুনিলে, ঠিক যেন কোনোবাই একোডাল বেহেলাৰ তাঁৰ তুলি লৈ শব্দ তুলি সেইডাল সুৰত আছেনে নাই চাইছে।

"অ' বুজি পাইছোঁ। শুনা শুনা, মন দি শুনাহু জলদেৱতা নিজেই আহি উপস্থিত হৈছেহি। বেহেলাত সুৰ তুলিবলৈ তেওঁ কিদৰে আৰম্ভ কৰে মই শুনিম এতিয়া। ঠিক আছে, তুমি মোতকৈ ভালকৈ বজাব পাৰা নেকি শুনোৱেই বাৰুহু"—লাৰচ্ লাৰচনে হাঁহি হাঁহি ক'লে। কিন্তু তুমি আৰম্ভ কৰিবা বুলি গোটেই ৰাতি মই ইয়াত ৰৈ থাকিব নোৱাৰো দেই।—তেওঁ পানীলৈ চাই কৈ উঠিল—'এতিয়া মই হ'লে আগবাঢ়িব লাগিব, কিন্তু কথা দিলোঁ তোমাৰ সুৰ শুনিবলৈ তুমি মোৰ সৈতে পাল্লা দিব পাৰিছানে নাই শুনিবলৈ ইয়াৰ পিছৰ সাঁকোখনত মই নিশ্চয় ৰ'ম।"

তেওঁ আগবাঢ়িব ধৰিলে আৰু নৈখন অঁকোৰা পকোঁৰা বাটেৰে হাবিৰ ভিতৰলৈ সোমাই যোৱাত তেওঁ আকৌ এবাৰ নিজৰ ঘৰখনৰ কথা চিন্তা কৰিবলৈ আৰম্ভ কৰিলে।

'আমাৰ ঘৰৰ কাষেদি যোৱা সৰু জুৰিটোবা এতিয়া কিমানদূৰ পালেগৈ, মোৰ জানিবৰ মন যায়। আকৌ এবাৰ সেইটো দেখিলে ভাল লাগিব। দেউতা ঢুকুৱাৰ পিছত মাৰ কিমান কষ্ট হৈছে কিমান অসুবিধাত পৰিছে চাবলৈ মই মাজে-সময়ে ঘৰলৈ যোৱা উচিত। কিন্তু যিমানহে ব্যস্ত মই, সেইটো প্ৰায় অসম্ভৱেই। ঠিক এই সময়ত মই যিমান ব্যস্ত, মোৰ মতেতো মই মোৰ বেহেলাখনৰ বাহিৰে একোতে মন দিবই নোৱাৰোঁ। সপ্তাহটোত এটাও এনে সন্ধিয়া নাই যিটোত মই মুক্ত, স্বাধীন, মুকলিমুৰীয়া।

অলপ পিচতে তেওঁ পুনৰ জুৰিটোক লগ পালে আৰু তেওঁৰ চিন্তাধাৰাই আনফালে মোৰ ল'লে। এই সংযোগস্থলটোত জুৰিটো ভীষণ শব্দযুক্ত খৰস্ৰোতেৰে দৌৰি অহা নাছিল, বৰং ধীৰ গতিত বাধাহীন শান্ত সমাহিতভাৱে আগুৱাই গৈছিল। নিশাৰ ধূসৰ তৰুৰাজিৰ তলত জুৰিটোৱে নিজকে বিশুদ্ধ, উজ্জ্বল কৃষ্ণবৰ্ণেৰে আচ্ছাদিত কৰিছিল আৰু ওপৰৰ খৰস্ৰোতৰ পৰা এটাৰ পিছত আনটোকৈ তুষাৰ শুভ্ৰ নিজৰ লগতে কঢ়িয়াই লৈ গৈছিল।

সংগীতবাদকজনে যেতিয়া সাঁকোখন লৈ নামি আহি জুৰিটোৰ পৰা মাজে-সময়ে কোমল ধৰণৰ সোঁ-সোঁৱনিৰ বাহিৰে আন একো শব্দ নুশুনিলে, তেতিয়া তেওঁ হো-হোৱাই হাঁহিবলৈ ধৰিলে।

'মই জানিবই লাগিছিল যে, জলদেৱতা আমাৰ মেলখনলৈ আহিবলৈ আগ্ৰহী নহ'ব'—তেওঁ চিঞৰি কৈ উঠিল। সচাঁ ক'বলৈ হ'লে, মই সদায় শুনি আহিছিলো যে, তেওঁক এজন অতি সুদক্ষ প্ৰদৰ্শক-দক্ষ বাদক বুলি ধাৰণা কৰা হয়। কিন্তু এনে এজনে, যিজন সদায়েই নিথৰ হৈ এখন নৈৰ মাজত পৰি থাকে আৰু কোনোধৰণৰ নতুন কথা কেতিয়াও নুশুনে তেওঁ বৰ বেছি জানিবই নোৱাৰেহু সন্দেহ নাই, তেওঁ বুজি পাইছে যে, তেওঁতকৈ সংগীতৰ বিষয়ে বহুত বেছি জ্ঞান থকা এজন ইয়াত বৈ আছে। গতিকে, তেওঁৰ নিজৰটো মোক শুনাবলৈ তেওঁ আগ্ৰহী নহয়।

তেওঁ আৰু আগবাঢ়ি গ'ল আৰু জুৰিটো পুনৰ তেওঁৰ দৃষ্টিৰ পৰা আঁতৰি গ'ল। তেওঁ হাবিখনৰ এনে এটা অংশত আহি উপস্থিত হ'লহি যিটো অংশৰ মাজেৰে ঘূৰি ফুৰাটো তেওঁ সদায় অশান্তিজনক আৰু নিৰানন্দময় বুলি ভাবিছিল।

সেই অংশটোৰ মাটিভাগ ডাঙৰ ডাঙৰ প্ৰস্তৰখণ্ডেৰে আবৃত আছিল আৰু গাঁঠিসমৃদ্ধ পাইন গছৰ মূঢ়াবিলাক উভালি সেইবিলাকৰ মাজত পেলাই থোৱা আছিল। যদি হাবিত ৰহস্যজনক বা ভয়লগা বুলি কিবা থাকে তেনেহ'লে মানুহে স্বাভাৱিকতেই ভাবি ল'ব যে সেই বস্তুবিলাকে এই অংশতেই নিজকে লুকুৱাই ৰাখিব।

সংগীতবাদকজন যেতিয়া সেই বনৰীয়া প্ৰস্তৰখণ্ডবিলাকৰ মাজত সোমালহি, এটা শিহৰণে তেওঁৰ শৰীৰ কঁপাই গ'ল আৰু তেওঁ ভাবিবলৈ ধৰিলে যে, জলদেৱতাৰ সন্মুখত এইদৰে অহংকাৰ কৰাটো তেওঁৰ জানো মুৰ্খামি হোৱা নাই? তেওঁৰ এনে লাগিল যেন পাইন গছৰ প্ৰকাণ্ড মূঢ়াবিলাকে তেওঁক ঠাৰে-চিয়াৰে তাকেই ক'বলৈ আৰম্ভ কৰিছে, যেন সেইবিলাকে তেওঁক ধমকি দিছে। তেওঁলোকে যেন ক'ব খুজিছে 'হেৰা সাৱধান, তুমি নিজকে জলদেৱতাতকৈ বেছি বুধিয়ক বুলি ভাবিছাহু'—তেওঁৰ তেনে লাগিল।

লাৰচ্ লাৰচনে ভয়তে তেওঁৰ কলিজাটো কোঁচ খাই যোৱা অনুভৱ কৰিলে। কিবা এটা গধুৰ বস্তুৱে তেওঁৰ বুকুখনত এনেকৈ হেঁচা মাৰি ধৰিলে যে তেওঁ কোনোমতেহে উশাহ ল'ব পাৰিছে আৰু তেওঁৰ হাতবিলাক বৰফ শীতল হৈ পৰিছে। তেওঁ হাবিখনৰ মাজতে ৰৈ দিলে আৰু নিজকে বুজাবলৈ ধৰিলে।

নাই নাই, জলপ্ৰপাতত কোনো সংগীতজ্ঞ নাইহু'—তেওঁ ক'লে। এই কথাবিলাক অন্ধবিশ্বাসহে মাত্ৰ আৰু একেবাৰে বাজে কথাহু তেওঁক মই কি কৈছো বা নাই কোৱা তাৰ পৰা কাৰো ক'তো একো নহয়।

কথাখিনি কৈ কৈ তেওঁ চাৰিওফালে ঘূৰি ঘূৰি চাইছিল, ঠিক যেন তেওঁ কি কৈছে সেই কথাৰ সত্যতাৰ কিবা এটা প্ৰমাণহে বিচাৰিছে। এই সময়টো দিনত হোৱা হ'লে প্ৰত্যেকখিলা সৰুপাতেই তেওঁক চকু টিপিয়াই ক'লে হয় যে, হাবিত ভয় কৰিবলগীয়া একো নাই, কিন্তু এতিয়া নিশাৰ ভাগত বৃক্ষৰ পাতসমূহো জাপ খাই নিথৰ-নিস্তব্ধ হৈ আছে আৰু এনে লগা হৈছে যেন সকলো ধৰণৰ ভয়ংকৰ ৰহস্যসমূহ তেওঁলোকেই লুকুৱাই ৰাখিছে।

লাৰচ্ লাৰচন ক্ৰমে বেছিকৈহে সজাগ হৈ পৰিবলৈ ধৰিলে। যিটো কথাই তেওঁক আটাইতকৈ বেছিকৈ ভয় খুৱাইছে সেইটো হৈছে তেওঁ আকৌ এবাৰ সেই জুৰিটো পাৰ হ'বলৈ গৈছে আৰু ৰাস্তাটোৱেও তেওঁৰ সংগ এৰি আন দিশে গুচি গৈছে। তেওঁ চিন্তা কৰিছিল যে, যেতিয়া খোজকাঢ়ি শেষৰ সাঁকোখন পাৰ হ'ব তেতিয়া জলদেৱতাই তেওঁক কি কৰিব?—তেওঁ হয়তো এখন প্ৰকাণ্ড

ক'লা হাত পানীৰ তলৰ পৰা মেলি দিব আৰু তেওঁক তলৰ গভীৰতালৈ টানি লৈ যাব।

তেওঁ নিজেই নিজক ইমান ভীতিবিহ্বল কৰি তুলিলে যে, উভতি যোৱাৰ কথাই তেওঁ মনতে চিন্তা কৰিলে। কিন্তু তেতিয়াও তেওঁ জুৰিটোক পুনৰ লগ পাব। আৰু যদি তেওঁ ৰাস্তা এৰি হাবিৰ মাজেৰেও যায়, জুৰিটো যিদৰে অঁকাই-পকাই গতি কৰিছে, তেতিয়াও তেওঁ সেইটোক লগ পাব।

তেওঁ ইমান নাৰ্ভাছ হ'ল যে, কি কৰিব ঠিকেই কৰিব নোৱাৰা হ'ল। তেওঁক সেই জুৰিটোৱে এনেকৈ ফান্দত পেলাই বন্দী কৰি বান্ধি পেলালে যে, তেওঁ তাৰপৰা ৰক্ষা পৰাৰ কোনো সম্ভাৱনাই দেখা নাপালে।

অৱশেষত তেওঁ তেওঁৰ সন্মুখতে শেষৰ সাঁকোখন পাৰ হ'ব পৰা ঘাটটো দেখা পালে। নৈখনৰ সিটো পাৰে, ঠিক তেওঁৰ সন্মুখা-সন্মুখিকৈ ওলোটাফালে এটা অতি পুৰণা কলঘৰ থিয় হৈ আছে, যিটো দেখদেখকৈ আজি বহু বছৰে পৰিত্যক্ত হৈ পৰি আছে। মিলৰ প্ৰকাণ্ড চকাটো নিথৰ হৈ পানীৰ ওপৰত ওপঙি আছে। শ্লুইচ গে'টখন মামৰে খাই মাটিতে পৰি আছে, কলঘৰলৈ অহা পানীৰ সুঁতিটোত শেলুৱৈ গজিছে আৰু দুয়োকাষ ঢেঁকীয়াজাতীয় গছ আৰু পুনিৰে ভৰি পৰিছে।

'যদি সকলোবিলাক আগৰ দৰে হ'লহেঁতেন আৰু ইয়াত মানুহ থাকিলহেঁতেন'—সংগীতবাদকে ভাবিলে—হু

কিন্তু যিয়েই নহওক, তেওঁ মানৱ হস্তনিৰ্মিত ঘৰ এটা দেখি আশ্বস্ত হ'ল আৰু জুৰিটো পাৰ হ'বলৈ গৈ তেওঁ অকণো ভয় নাখালে। নাইবা তেওঁৰ কোনো ধৰণৰ ভয়ানক দুৰ্ঘটনাও সংঘটিত নহ'ল। জলদেৱতাৰ হয়তো তেওঁৰে সৈতে কোনো সংঘাত নাই। তেওঁ ভাবি বেছ আমোদ পালে যে, অকাৰণেই তেওঁ নিজকে আতংকিত কৰি তুলিছিল। তেওঁ নিজকে বৰ সুখী আৰু সুৰক্ষিত অনুভৱ কৰিলে আৰু পুনৰ তাতোকৈয়ো অধিক সুখী হ'ল যেতিয়া কলঘৰৰ দুৱাৰখন মেল খালে আৰু এজনী অকণমানি ছোৱালী তেওঁৰ ওচৰলৈ ওলাই আহিল। ছোৱালীজনী দেখাত এজনী সাধাৰণ খেতিয়কৰ দুহিতাৰ লেখীয়া। মূৰত তাইৰ এখন সূতাৰ ৰুমাল বন্ধা আছিল আৰু পিন্ধনত আছিল এটা চুটি স্কাৰ্ট আৰু হাতদীঘল জেকেট, কিন্তু তাইৰ ভৰি দুখন খালী আছিল।

তাই সংগীতবাদকৰ কাষলৈ আগবাঢ়ি আহিল আৰু কোনোধৰণৰ আড়ম্বৰ নকৰাকৈ কৈ উঠিল, 'তুমি যদি মোৰ বাবে বজোৱা মই তোমাৰ বাবে নাচিম।

'কিয় নবজাম, নিশ্চয়', বেহেলাবাদকে ক'লে—সন্ত্ৰাসমুক্ত হৈ তেওঁৰ চিত্ত এতিয়া প্ৰফুল্লিত আছিল। 'নিশ্চয়, সেইটো মই কৰিব পাৰো। জীৱনত কেতিয়াও মই নাচিব খোজা এজনী অকণমানি মৰমলগা ছোবালীৰ বাবে বজাবলৈ আপত্তি কৰা নাই।'

কলঘৰৰ পুখুৰীটোৰ দাঁতিত থকা শিলটোত তেওঁ বহি ল'লে আৰু থুঁতৰিটোৰ কাষলৈকে বেহেলাখন তুলি ধৰি বজাবলৈ আৰম্ভ কৰিলে।

ছোৱালীজনীয়ে সংগীতৰ তালে তালে দুটামান খোজ দিলে, তাৰ পিছত তাই ৰৈ গ'ল। 'কি ধৰণৰ সংগীত বজাইছাহে তুমি?—তাই কৈ উঠিল। 'ইয়াত কোনো ধৰণৰ প্ৰাণোচ্ছ্বাসেই নাই দেখোন।'

বেহেলাবাদকে তেওঁৰ সুৰটো সলাই ল'লে, তেওঁ অধিক প্ৰাণ থকা সুৰ এটা বজাবলৈ চেষ্টা কৰিলে।

ছোৱালীজনী আগৰ দৰেই অসন্তুষ্ট হৈ উঠিল। 'এনেধৰণৰ শিথিল, অৱশ সংগীতৰ লগত মই নাচিব নোৱাৰো।'

তেতিয়া লাৰচ্ লাৰচনে তেওঁ জনা আটাইতকৈ আৱেগপূৰ্ণ সুৰটো বজালে। 'তুমি যদি এইটোতো সন্তুষ্ট নোহোৱা'—তেওঁ ক'লে—তেনেহ'ল তুমি ইয়ালৈ মোতকৈ ভাল সংগীতজ্ঞ এজনক মাতি আনিব লাগিব।

এই কথাষাৰ কোৱাৰ লগে লগে তেওঁ অনুভৱ কৰিলে যেন কোনোবা এখন হাতে আহি তেওঁৰ হাতখনৰ কিলাকুটিটোতে ধৰিছে আৰু বেহেলা বজোৱা চৰিডাল পৰিচালনা কৰি সংগীতৰ দ্ৰুততা বঢ়াই নিছে। তেতিয়া বেহেলাৰ পৰা এনে সুৰ নিগৰিত হ'ব ধৰিলে যে, তেনে সুৰ তেওঁ নিজে আগতে কেতিয়াও শুনা নাছিল। ইমান দ্ৰুত লয়ত সংগীত নিগৰিছিল যে, তেওঁৰ ভাব হৈছিল চলন্ত চকা এটায়ো যেন তাৰ লগত তাল মিলাব নোৱাৰিব।

'এয়া, ইয়াকেহে মই সংগীতৰ সুৰ বুলি কওঁ'—ছোৱালীজনীয়ে ক'লে আৰু দুলি দুলি নাচিবলৈ ধৰিলে।

কিন্তু সংগীতবাদকে তাইলৈ কটাক্ষও কৰা নাছিল। তেওঁ নিজে বজোৱা সুৰত ইমান অবাক হৈ পৰিছিল যে, ভালকৈ শুনিবৰ বাবে তেওঁ চকু মুদি থিয় হৈ আছিল। অলপ পিছত তেওঁ যেতিয়া চকু মেলিলে তেতিয়া দেখিলে যে, ছোৱালীজনী গুচি গৈছে, কিন্তু তেওঁ সেই কথাত বেছি আচৰিত নহ'ল। তেওঁ সংগীত বজাই যাবলৈ ধৰিলে—বহুত সময় আৰু সুন্দৰকৈ, মাত্ৰ এইকাৰণেই যে তেওঁ আগতে কেতিয়াও এনেধৰণৰ বেহেলাবাদন শুনা নাছিল।

'এতিয়া নিশ্চয় এইবিলাক শেষ কৰাৰ সময় হৈছে'—তেওঁ অৱশেষত সেইদৰে ভাবিলে আৰু বেহেলাৰ চৰিডাল নমাবলৈ চেষ্টা কৰিলে। কিন্তু চৰিডালে তাৰ গতি বজাই ৰাখিলে, তেওঁ কোনোমতেই সেইডালক থমাব নোৱাৰিলে। সেইডালে তাঁৰবিলাকৰ ওপৰেৰে তলৰ পৰা ওপৰলৈ ঘূৰিবলৈ ধৰিলে আৰু লগতে হাত আৰু কান্ধখনো জোকাৰিব ধৰিলে, আৰু আনকি আনখন হাত—যিখনেৰে বেহেলাখনৰ ডিঙিত ধৰি তেওঁ তাঁৰবিলাকৰ ওপৰেৰে আঙুলি ফুৰাইছিল—সেইখনো মুক্ত কৰিব নোৱাৰিলে।

লাৰচ্ লাৰচনৰ কপালত শীতল ঘাম বিৰিঙি উঠিল আৰু এইবাৰ সঁচাকৈয়ে তেওঁ সন্ত্ৰস্ত হৈ উঠিল।

'এইটোৰ কেনেকৈ অন্ত পৰিব? 'ডুম্চ ডে'ৰ দিনালৈকে মই ইয়াতে বহি বেহেলা বজাই থাকিম নেকি?' হতাশ হৈ তেওঁ নিজকে নিজে প্ৰশ্ন কৰিলে।

বেহেলাৰ চৰিডাল অবিৰাম গতিত দৌৰিব ধৰিলে আৰু ৰহস্যজনকভাৱে এটাৰ পিচত আনটোকৈ সুৰ নিগৰিব ধৰিলে। প্ৰত্যেকবাৰেই কিবা এটা নতুন সুৰ বাজি উঠিছে আৰু সেইটো ইমানেই সুন্দৰ যে, বেচেৰা বেহেলাবাদকজনে নিশ্চয় বুজি পাইছিল যে, তেওঁৰ নিজৰ দক্ষতাৰ মূল্য কি নগণ্য আছিলহু আৰু এই কথাটোৱেই তেওঁক শ্ৰান্তিতকৈয়ো অধিক যন্ত্ৰণাহে দিছিল।

'যিয়ে মোৰ বেহেলাখন বজাইছে তেওঁ এই কলাটো ভালকৈ জানে। কিন্তু মোৰ জন্ম দিনাৰে পৰা মই এটা অসাঠনৰ বাহিৰে আন একো নহয়। এই প্ৰথমবাৰৰ বাবে মই বুজি পালো সংগীত কেনে ধৰণৰ হ'ব লাগে।'

কেইমুহূৰ্তমানৰ বাবে তেওঁ সংগীতৰ দ্বাৰা ইমান মোহিত হৈ থাকিল যে, তেওঁ তেওঁৰ দুৰ্ভাগ্যৰ কথা পাহৰি গ'ল, তাৰপিছত তেওঁ অনুভৱ কৰিলে কিদৰে শ্ৰান্তিত তেওঁৰ বাহু বিষাই গৈছে আৰু পুনৰ তেওঁক হতাশাই আৱৰি ধৰিলে।

'যেতিয়ালৈকে এই বেহেলাখন বজাই বজাই মই মৰি নাযাওঁ, তেতিয়ালৈকে সেইখন মই থ'ব নোৱাৰো। মই বুজি পাইছো যে, তেতিয়ালৈকে জলদেৱতা সন্তুষ্ট নহয়।'

নিজৰ অৱস্থাটোলৈ চাই তেওঁৰ চকুপানী ওলাবলৈ আৰম্ভ কৰিলে, কিন্তু অবিশ্ৰান্তভাৱে তেওঁ বজায়েই থাকিল।

'মই যদি ঘৰতে মাৰ লগত সেই সৰু কোঠাটোত থাকিলোহেঁতেন, সেইটোৱে মোৰ বাবে ইয়াতকৈ ভাল হ'ল হয়। এইদৰেই যদি শেষ হ'বলগীয়া হয়, তেনেহ'লে এই সকলো যশস্যাৰ মূল্যই বা কি?'

তেওঁ তাতে ঘণ্টাৰ পিছত ঘণ্টা বহি থাকিল। ৰাতিপুৱা সুৰুযে ভূমুকি মাৰিলে আৰু তেওঁৰ চাৰিওফালে চৰাইবিলাকে কিলকিলাব ধৰিলে, কিন্তু তেওঁ বজায়েই থাকিল, বজায়েই থাকিল, নিৰৱচ্ছিন্নভাৱে।

যিটো ৰাতি পুৱাল সেইটো দেওবাৰ হোৱা হেতুকে তেওঁ সেই পুৰণা কলঘৰটোৰ কাষত অকলেই বহি থাকিবলগীয়া হ'ল। হাবিখনৰ এই অংশত কোনো মানুহৰে খোজ নপৰিল। তেওঁলোক তলৰ সমতলত থকা গিৰ্জালৈ আৰু প্ৰকাণ্ড ৰাজআলিটোৰ কাষে কাষে থকা গাঁওবোৰলৈ গ'ল।

দুপৰীয়া হ'বৰ হ'লহি আৰু বেলিটো আকাশত ক্ৰমে তলৰ পৰা ওপৰলৈ উঠি গৈ থাকিল। চৰাই-চিৰিকটিও নিমাত হৈ আহিল আৰু বতাহে দীঘল দীঘল পাইন গছৰ কাঁইটবিলাকৰ মাজত শনশন শব্দ কৰিবলৈ আৰম্ভ কৰিলে।

লাৰচ্ লাৰচনে নিদাঘ-উষ্ণতাত তেওঁক শংকিত কৰি নিবৃত্তি কৰিবলৈ সুবিধা নিদিলে। তেওঁ বজায়েই থাকিল, বজায়েই থাকিল। অৱশেষত সন্ধ্যাই আহি আসন গ্ৰহণ কৰিলেহি, সূৰ্য অস্তমিত হ'ল। কিন্তু তেওঁৰ বেহেলাৰ চৰিডালৰ কোনো জিৰণিৰ প্ৰয়োজন নহ'ল আৰু তেওঁৰ বাহুৰেও সঞ্চালন কৰিয়েই থাকিল।

'এইটো একেবাৰে ধ্ৰুৱ সত্য যে, এইদৰেই মোৰ মৃত্যু হ'বহ্ন'—তেওঁ ক'লে—'আৰু মোৰ সকলো অহংকাৰৰ—মই বৰ ভাবৰ এইটোৱেই উচিত শাস্তি।'

গধূলি বহুত দূৰেৰে এটা মানৱ শৰীৰ হাবিত ঘূৰি ঘূৰি আগবাঢ়ি আহি আছিল। সেই শৰীৰটো আছিল হালি পৰা কঁকাল, শ্বেতবৰ্ণ কেশ আৰু বহু দুখৰ ভৰত হাত শোটোৰা-শোটোৰ হোৱা দেহৰ এগৰাকী মহিলাৰ।

'কথাটো বৰ অদ্ভুত যেন লাগিছে।' বেহেলাবাদকে ভাবিলে—'কিন্তু মই ভাবো সেই বৃদ্ধাক মই চিনি পাইছোঁ। এইটো সম্ভৱ হ'ব পাৰেনে যে সেইগৰাকী মোৰ মা? এইটোৱো সম্ভৱ হ'ব পাৰেনে যে মা ইমান বুঢ়া আৰু ঔজ্জ্বল্যহীন হৈ পৰিছে?'

তেওঁ ডাঙৰকৈ চিঞৰি মাতিলে আৰু তেওঁক ৰখালে। 'মা...., মা...., মোৰ ওচৰলৈ আহাহ্ন'—তেওঁ চিঞৰিলে।

যেন অনিচ্ছাকৃতভাৱেহে এনেদৰে মানুহগৰাকী ৰ'ল। 'মই এতিয়া নিজ কাণেৰে শুনিছো যে ভাৰ্মলেণ্ডত তুমিয়েই শ্ৰেষ্ঠ সংগীতবাদক',—তেওঁ ক'লে। 'মই ভালদৰে বুজি পাইছোঁ যে, তুমি এতিয়া আৰু মোৰ দৰে সাধাৰণ বুঢ়ী

মানুহৰ বাবে চিন্তা নকৰা।'

'মা, মা..., মোৰ এৰি থৈ নাযাবাহ্লু'—লাৰচ্ লাৰচনে কান্দি কান্দি ক'লে। 'মই কোনো ডাঙৰ সংগীতবাদক নহয়—এজন নিঃকিন হতভগীয়াহে। মোৰ ওচৰলৈ আহা, যাতে মই তোমাৰ লগত কথা হ'ব পাৰো।'

তেতিয়া মাক তেওঁৰ ওচৰ চাপি আহিল আৰু তেওঁ কেনেকৈ বহি বজাই আছে দেখিলে। তেওঁৰ মুখৰ চেহেৰা মৃত্যুৰ দৰে শেঁতা হৈ পৰিছে, চুলিৰ আগেৰে ঘাম নিগৰিছে, নখৰ গুৰিৰে তেজ বিৰিঙি ওলাইছে।

'মা, মোৰ অহংকাৰৰ বাবেই মই এই দুৰ্ভাগ্যত ভূগিছো আৰু এতিয়া মৃত্যু নোহোৱালৈকে মই এইদৰে বজাই থাকিব লাগিব। কিন্তু তাৰ আগতে কোৱাচোন, তুমি মোক—যি তোমাক তোমাৰ বুঢ়া বয়সত অকলে আৰু অসহায় অৱস্থাত এৰি থৈ আহিছিলো, ক্ষমা কৰিব পাৰিবানেহ্লু'

পুত্ৰৰ প্ৰতি পৰম কৰুণা আৰু সীমাহীন অনুকম্পাৰে তেওঁৰ মাকৰ হৃদয় উথলি উঠিল আৰু তেওঁৰ মনত পুতেকৰ প্ৰতি থকা সকলো খং ৰাগ যেন উৰি গ'ল। কিয় নকৰিম, নিশ্চয়, নিশ্চয় মই তোমাক ক্ষমা কৰিছোঁহ্লু'—তেওঁ ক'লে। পুতেকৰ মানসিক যন্ত্ৰণা আৰু বিহ্বলতা দেখি তেওঁ পুতেকক বুজাবলৈ চেষ্টা কৰিলে যে, তেওঁ যি কৈছে সেয়া আন্তৰিকতাৰে কৈছে, তেওঁৰ মনৰ কথা কৈছে। বৃদ্ধাই ঈশ্বৰৰ নামত শপত খাই বাৰে বাৰে সেই কথা দোহাৰিলে।

'ভগৱানৰ নামত, আমাৰ ত্ৰাণকৰ্তাৰ নামত শপত খাই কৈছোঁ মই তোমাক ক্ষমা কৰিছোঁ।'

আৰু তেওঁ যেতিয়া সেই কথা ক'লে, বেহেলাৰ চৰিডাল একেলগে বৈ গ'ল, বেহেলাখন মাটিত পৰিলহি আৰু মুক্ত আৰু পৰিশুদ্ধ সংগীতবাদকজন বহাৰ পৰা উঠি থিয় হ'ল। তেওঁৰ দুখ-যন্ত্ৰণা দেখি তেওঁৰ বৃদ্ধা মাতৃয়ে হৃদয়ত এনে ব্যথা অনুভৱ কৰিলে যে, তেওঁ তেওঁৰ পুতেকৰ শিৰত ভগৱানৰ নাম বৰষিবলৈ বাধ্য হৈ গ'ল, সেয়েহে সম্মোহনো ছিন্ন হৈ গ'ল।

(**লেখকৰ চমু পৰিচয় ঃ** চেল্‌মা অটিলিয়চ লভিচা লেগাৰলফ (১৮৫৮-১৯৪০) সাহিত্যত ন'বেল প্ৰাইজ লাভ কৰা প্ৰথমগৰাকী মহিলা ঔপন্যাসিকা। ১৮৫৮ চনত ছুইডেনৰ অ'ষ্ট্ৰা এমটাৰউইক, ভাৰ্মলেণ্ডত জন্ম লাভ কৰা এইগৰাকী ছুইডিচ মহিলাই ল'ৰালি কালৰে পৰা কবিতা লিখিছিল যদিও ১৮৯০ চনলৈকে তেওঁৰ কোনো গ্ৰন্থই ছপা হোৱা নাছিল। ষ্টকহলমৰ লেণ্ডচক্ৰোণাত থকা এখন

গাৰ্লছ চেকেণ্ডাৰী স্কুলত শিক্ষকতা কৰি তেওঁ জীৱন নিৰ্বাহ কৰিছিল। ১৮৯০ চনত প্ৰকাশ হোৱা 'গ'ষ্টা বাৰ্লিংচ্চগা'খনেই তেওঁৰ উৎকৃষ্ট গ্ৰন্থ। আন উল্লেখযোগ্য গ্ৰন্থৰ ভিতৰত 'এণ্টিক্ৰিজ মিৰাক্লেৰ' (ড্য মিৰাকল্চ অব্ এণ্টিক্ৰিষ্ট) ১৮৯৭, জেৰুজালেম (১৯০১-১৯০২), 'নাইল্চ হ'ল গাৰচন্চ আনডাৰবাৰা ৰেচা জেনম স্বেৰিগে' (ডি ৱ'ণ্ডাৰফুল এডভেনচাৰ্চ অব্ নাইল্চ) ১৯০৬য়েই প্ৰধান।

তেওঁৰ লিখনিত আকাশলংঘী আদৰ্শ, জীৱন্ত কল্পচিত্ৰ আৰু আধ্যাত্মিক ভাবধাৰাৰ সুন্দৰ প্ৰকাশৰ বাবেই ১৯০৯ চনত তেওঁ ন'বেল পুৰস্কাৰ লাভ কৰিছিল।)

# লাইচেন্স

## মূল গল্প ঃ চাদাত হাচান মাণ্টো

## অনুবাদ ঃ ৰঞ্জনা দত্ত

আব্বু কচোৱান আছিল বে'ছ সুঠাম চেহেৰাৰ। তাৰ ঘোঁৰাটোও আছিল চহৰৰ ভিতৰত সকলোতকৈ সুন্দৰ। গতিকে সি যাকে তাকে টাঙ্গাত নুঠায়। সদায় উঠা ধৰাবন্ধা মানুহ কেইজনৰ পৰাই দিনে দহ-পোন্ধৰ টকা উপাৰ্জন হয়, যিটো তাৰ বাবে যথেষ্ট। অন্য কচোৱানবোৰৰ দৰে আব্বুৰ কোনো নিচা কৰাৰ অভ্যাস নাছিল। বে'ছ চৌখিন আব্বুৱে পৰিষ্কাৰ কাপোৰ-কানি পিন্ধিহে বাহিৰলৈ ওলাইছিল।

ৰাস্তাৰে জুনুকাৰ শব্দ কৰি যাবা টাঙ্গাখন দেখিলেই মানুহৰ চকু থমকি ৰয়। 'সৌৱা আব্বু গৈছে চোৱা। তাৰ বহাৰ ভংগীটো দেখিছানে? আৰু চোৱাচোন কি সুন্দৰভাৱে সি পাগুৰিটো বান্ধিছে।' — ৰাস্তাৰে গৈ থকা মানুহৰ চকুৰ ভাষা বুজি পাবলৈ আব্বুৰ ক্ষন্তেক সময়ো নালাগে।

সিহঁতৰ চকুৰ ভাষা পঢ়ি তাৰ হাব-ভাব যেন সলনি হৈ যায় আৰু ঘোঁৰাটো আৰু বেগত দৌৰিবলৈ আৰম্ভ কৰে। সেইসময়ত সি হাতৰ লেগামডাল এনেভাৱে ধৰে যেন সেইডাল নধৰিলেও চলে। মনত ভাব হয় ঘোঁৰাটোৱে যেন তাৰ নিৰ্দেশ নোহোৱাকৈ দৌৰিছে। যেন ঘোঁৰাটোৰ বাবে মালিকৰ হুকুমৰ কোনো দৰকাৰেই নাই। এনেকুৱা সময়বোৰত মাজে মাজে তাৰ ভাব হয় আব্বু, তাৰ ঘোঁৰা চান্নি আৰু তাৰ টাঙ্গাখন, সকলোবোৰ মিলি যেন এটা মানুহ। এটা সম্পূৰ্ণ মানুহ। আৰু সেই মানুহটো আব্বুৰ বাহিৰে আৰু কোন হ'ব পাৰে?

যিবোৰ মানুহক সি টাঙ্গাত উঠিবলৈ নিদিছিল, সিহঁতে মনে মনে তাক অজস্ৰ গালি-গালাজ পাৰিছিল,— 'আল্লাই যেন ঘোঁৰাৰে সৈতে তাৰ টাঙ্গাখন নদীত ডুবাই দিয়ে, তেতিয়াহে তাৰ অহংকাৰ অলপ কমেহ্লঁ'

ৰাস্তাৰে গৈ থকা মানুহবোৰৰ চকুত এইবোৰ কথা পঢ়ি পঢ়ি আব্বুৰ পূৰঠ গোঁফেৰে ঢকা ওঁঠত বিজয়ৰ হাঁহি ফুটি উঠে। চহৰৰ বাকী কচোৱানবোৰে তাক দেখিলে ঈৰ্ষাত জ্বলি পুৰি মৰে। তাক দেখি কোনোৱে ধাৰ-ঋণ কৰি নতুন

টাংগা কিনিলে, তাৰ দৰে ধুনীয়াকৈ সজালে। তথাপিও আব্দুৰ দৰে কোনেও চমক আনিব নোৱাৰিলে। আব্দুৰ টাঙ্গাৰ জনপ্ৰিয়তাও অকণো কম নহ'ল।

এদিন দুপৰীয়া আব্দুয়ে এজোপা আঁহত গছৰ ছাঁত টাঙ্গাখন ৰাখি অলপ সময় জিৰণি লৈছিল। হঠাৎ কাণলৈ এটা মাত আহিল,

'ষ্টেচন যাবা?'

সি চকু মেলি দেখিলে এজনী ধুনীয়া ছোৱালী তাৰ টাঙ্গাৰ সমুখত ৰৈ আছে। ছোৱালীজনীলৈ মাত্ৰ এবাৰ চালেও তাইৰ চকুৰ দৃষ্টিটো যেন আব্দুৰ বুকুত সোমাই পৰিল। মহিলা নহয়, এজনী সোত-ওঠৰ বছৰ বয়সীয়া ছোৱালী, ক্ষীণ কিন্তু আটিল, মিঠা বৰণীয়া কিন্তু উজ্জ্বল। কাণত সৰু ৰূপৰ কাণফুলি, সমানকৈ মাজত ফলা সেওঁতা, জোঙা নাক, নাকৰ সোঁকাষে এটা সৰু তিল, দীঘল কামিজ আৰু কাঢ়া নীলা চালোৱাৰ, মূৰত উৰ্ণা।

ছোৱালীজনীয়ে কোমল মাতেৰে সুধিলে,

'দাদা, ষ্টেচনলৈ যাবলৈ কিমান লাগিব?'

তাৰ ওঁঠত দুষ্ট হাঁহি এটা খেলাই গ'ল, 'এক টকাও নালাগেহু'

ছোৱালীজনীৰ মুখতো অকণমান হাঁহি বিৰিঙি উঠিল, "ষ্টেচন যাবলৈ কিমান ল'বা?"

সি ছোৱালীজনীৰ চকুলৈ চাই চাই ক'লে— 'তোমাৰ পৰা আৰু কি ল'ম, আঁহা টাঙ্গাত বহাহিহু'

ছোৱালীজনীয়ে নিজৰ কামিজটো টানি-টুনি ক'লে— "তুমি ইমান অদ্ভুত ধৰণে কথা কৈছা কিয়?"

সি হাঁহি এটা মাৰি ক'লে—

"আঁহা টাঙ্গাত বহা, যি ইচ্ছা তাকে দিবাহু"

ছোৱালীজনীয়ে ভাবিবলৈ কিছু সময় ল'লে, তাৰ পিছত টাঙ্গাত উঠি ক'লে, "মোক সোনকালে ষ্টেচনলৈ লৈ ব'লাহু"

সি পিছফালে ঘূৰি চাই ক'লে,

"খুব লৰালৰি কৰিছা দেখোন সোণজনী?" "তুমি যে কি আৰু....." ছোৱালীজনীয়ে অস্ফুট স্বৰত কিবা এটা ক'লে।

টাঙ্গা চলি থাকিল, ঘোঁৰাৰ খুৰাৰ তলেৰে বহু ৰাস্তা দৌৰি পাৰ হৈ গ'ল। তাৰ ওঁঠৰ দুষ্ট হাঁহিটো ক্ৰমান্বয়ে প্ৰকট হৈ পৰিছিল আৰু ছোৱালীজনী কিছু কোঁচ-মোচ খাই বহিছিল। বহুত দেৰি পাৰ হৈ যোৱাৰ পিছত ছোৱালীজনীয়ে

ভয় মিহলি কণ্ঠেৰে কৈ উঠিল, 'এতিয়াও ষ্টেচনটো পোৱাহি নাই?'

'পাই যাম। তোমাৰ আৰু মোৰ ষ্টেচনতো একেটাই', সি এটা অদ্ভুত স্বৰেৰে উত্তৰ দিলে।

'তাৰ মানে?'

সি ছোৱালীজনীৰ ফালে ঘূৰি চাই ক'লে,

'সোণজনী, তুমি যেতিয়া প্ৰথম মোৰফালে চাইছিলা তেতিয়াই আমাৰ ষ্টেচনটো এক হৈ গৈছিল। তুমি এইটোও বুজি পোৱা নাইনে? তোমাক মই অকণো সাজি কোৱা নাই।'

ছোৱালীজনীয়ে মূৰৰ উৰ্ণাখন ঠিক কৰি কৰি আব্বুৰফালে আঁৰ চকুৰে চাই পঠিয়ালে। তাইৰ চকুদুটা দেখি স্পষ্টকৈ বুজিব পৰা গৈছিল যে আব্বুৰ কথাৰ মানে তাই ঠিকেই বুজিব পাৰিছে। তাইৰ ভাব-ভঙ্গী দেখি ভাব হৈছিল যেন আব্বুৰ কথাবোৰ তাই বৰ বেয়া পোৱা নাই।

ষ্টেচনটো একেটাই হওক বা নহওক, ল'ৰাজন বে'ছ তজবজীয়া, কিন্তু সি কথা ৰাখিবনে? মোক ষ্টেচনলৈ লৈ যাবনে? ছোৱালীজনী লাহে লাহে চিন্তিত হৈ পৰিছিল।

ঘোঁৰাটোৱে নিজৰ ছন্দত দৌৰি আছিল। চাৰিওফালে জুনুকাৰ শব্দৰ বাহিৰে আৰু একো শব্দ কাণলৈ অহা নাছিল।

সি বাৰে বাৰে ঘূৰি ছোৱালীজনীক লক্ষ্য কৰি আছিল। কিছুসময় পিছত হঠাতে সি টাঙ্গাখন ৰাখি জঙ্ঘলৰ এডাল গছত লেকামডাল বান্ধি একেজাপে আহি ছোৱালীজনীৰ ওচৰত বহিল। ছোৱালীজনী নিমাতে বহি ৰ'ল।

সি ছোৱালীজনীৰ হাতদুখন হঠাতে নিজৰ হাতত লৈ কৈ উঠিল— 'তোমাৰ এই হাত দুখন মোক দিয়া।'

ছোৱালীজনীয়ে অস্ফুট স্বৰত ক'লে— 'মোৰ হাত এৰি দিয়া।' কিন্তু আব্বুৰ হাতৰ পৰশত তাইৰ বুকুৰ ধপ্‌ধপনি ক্ৰমে বাঢ়িবলৈ ধৰিলে।

আব্বুৱে খুব কোমল স্বৰেৰে তাইক ক'লে— "চোৱা এই টাঙ্গা, ঘোঁৰা, মোৰ জীৱনৰ সকলোতকৈ প্ৰিয়। কিন্তু আল্লাৰ নামত শপত খাই কৈছোঁ, দৰকাৰ হ'লে এইবোৰ বেচিও মই তোমাক সোণৰ বালা কিনি দিম। নিজে ফটা-ছিটা কাপোৰ-কানি পিন্ধি থাকিম, কিন্তু তোমাক গোটেই জীৱন ৰাণীৰ দৰে ৰাখিম। তুমিয়েই মোৰ প্ৰথম প্ৰেম। আল্লাৰ নামত শপত খাই কৈছোঁ, তোমাক নাপালে মই তোমাৰ সমুখতেই নিজৰ ডিঙি কাটি পেলাম।" তাৰ পাছত হঠাতে

ছোৱালীজনীৰ হাতখন এৰি দি ক'লে,

"আজি কি হৈছে মোৰ? বলা তোমাক ষ্টেচনত থৈ আহোঁ।"

ছোৱালীজনীয়ে অস্ফুট স্বৰে ক'লে— 'নহয়, তুমি মোৰ গাত হাত দিছা।'

সি মূৰটো তললৈ কৰি ক'লে— "মোক ক্ষমা কৰি দিয়া, মোৰ ভুল হৈ গ'ল।"

'এই ভুলটোৰ প্ৰায়শ্চিত্ত নকৰা?'

ছোৱালীজনীৰ কথাত এটা অদ্ভুট চেলেঞ্জৰ সুৰ আছিল, সেইটোৱে যেন কৈছিল— 'তোমাৰ টাঙ্গাখন সৌ টাঙ্গাখনতকৈ আগুৱাই নিব পাৰিবা?'

সি মূৰটো ওপৰলৈ কৰি বুকুৰ ওপৰত হাত ৰাখি ক'লে, 'আব্বুয়ে তোমাৰ বাবে নিজৰ জীৱনটোও দি দিবহু'

ছোৱালীজনীয়ে এইবাৰ নিজৰ সোঁহাতখন আগবঢ়াই দি ক'লে, 'হাতখন ধৰাহু'

সি ছোৱালীজনীৰ হাতখন জোৰকৈ ধৰি ক'লে, "নিজৰ জীৱনৰ শপত খাই কৈছোঁ, আব্বু গোটেই জীৱন তোমাৰ ক্ৰীতদাস হৈ থাকিব।"

পিছদিনা আব্বু আৰু সেই ছোৱালীজনীৰ বিয়া হৈ গ'ল।

ছোৱালীজনীৰ নাম ইনাৰত বা নীতি, তাইৰ ঘৰ গুজৰাটৰ ভাবনগৰ জিলাত। তাই যিসকল পৰিয়ালৰ স'তে ফুৰিবলৈ আহিছিল, তেওঁলোক যেতিয়া তাইৰ বাবে ষ্টেচনত অপেক্ষা কৰি আছিল, সেইসময়ত তাই আব্বুৰ সতে প্ৰেমৰ নদী পাৰ হৈছিল।

আব্বু আৰু নীতি ইয়াৰ পিছত বে'ছ সুখেৰে আছিল। আব্বুৱে তিল তিলকৈ টকা গোটাই তাইৰ বাবে সোণৰ বালা কিনিলে, চিল্কৰ চালোৱাৰ-কুৰ্তা কিনিলে। নীতিৰ বাবে এইবোৰ বে'ছ ডাঙৰ বস্তুৱেই আছিল।

চিল্কৰ চালোৱাৰ-কামিজ পিন্ধি তাই যেতিয়া আব্বুৰ আগেদি অহা-যোৱা কৰি থাকে তেতিয়া তাৰ বুকুৰ ধপ্‌ধপনি বাঢ়ি যায়। সি তেতিয়া নিজে নিজক কয়, 'আল্লাৰ কচম, তোমাৰ নিচিনা ধুনীয়া আৰু পৃথিৱীত কোনো নাই।' সি নীতিক সাবট মাৰি ধৰি কয়, 'নীতি, তুমি মোৰ ৰাণীহু'

এইদৰেই মৰম ভালপোৱাৰ মাজেৰে সময় পাৰ হৈ গৈছিল। তাৰ পিছত এদিন হঠাতে পুলিচ আহি দুৱাৰত ঢকিয়ালেহি। সিহঁতে আব্বুক গ্ৰেপ্তাৰ কৰিলে। নাবালিকা নীতিক ভুলাই ফুচুলাই বিয়া কৰোৱা বাবে আব্বুৰ দুবছৰ জেল হ'ল।

আদালতত আব্বুৰ শাস্তিৰ কথা শুনি নীতিয়ে তাক সাবটি ধৰিলে। কান্দি

কান্দি তাই কেৱল এইটো কথাই বাৰে বাৰে ক'লে— "মই মা-দেউতাৰ ওচৰলৈ নাযাওঁ। মই সেইটো ঘৰতেই তোমাৰ বাবে অপেক্ষা কৰি থাকিম।"

আব্বুয়ে তাইৰ কথা শুনি কেৱল তাইৰ পিঠিত হাত বুলাই ক'লে— "সাৱধানে থাকিবা। আমাৰ টাঙ্গা ঘোঁৰা সকলো তোমাৰ হাতত এৰি থৈ গৈছোঁ। নিয়মিতভাৱে ভাৰা ল'বলৈ নাপাহৰিবা কিন্তু।"

নীতিৰ মাক-দেউতাকে তাইক বহুতো বুজাই-বঢ়াইও তেওঁলোকৰ লগত নিবলৈ সৈমান কৰাব নোৱাৰিলে।

আৰম্ভ হ'ল এটা অকলশৰীয়া জীৱন। টাঙ্গাৰ ভাৰাৰ বাবে দিনে যি পাঁচ টকাকৈ পায় তাৰে তাইৰ ভালদৰে দিন পাৰ হৈ যায়। সপ্তাহত মাত্ৰ এদিন আব্বুৰ স'তে দেখা হয়। বাকী ছদিন মাত্ৰ অপেক্ষা, এইদৰেই তাইৰ প্ৰতিদিন পাৰ হ'বলৈ ধৰিলে।

তাইৰ জমা টকা-পইছা যি আছিল আব্বুৰ বাবে খোৱা বস্তু কিনা আৰু অহা-যোৱাতেই শেষ হৈ গ'ল। এদিন হঠাতে আব্বুৰ চকু তাইৰ কাণত পৰিল।

"তোমাৰ কাণফুলিজোৰ?"

তাই হাতত লৈ থকা এটা কমলা টেঙাৰফালে চাই চাই ক'লে— "কি জানো, ক'ৰবাত হেৰালহু"

আব্বুৱে হঠাতে তাইক খং কৰি ক'লে— "মোৰ বাবে প্ৰত্যেক বাৰেই ইমান ইমানবোৰ বস্তু অনাৰ কি দৰকাৰ? মই যেনেদৰে আছোঁ, বে'ছ ভালকৈ আছোঁ।"

দেখা কৰাৰ সময় শেষ হৈ আহিছিল। তাই আৰু কথা নবঢ়াই ম্লান হাঁহি এটা মাৰি ঘৰলৈ ঘূৰি আহিল। সেইদিনা খুব কান্দিলে তাই। দেখা কৰাৰ সময়ত বহু কষ্টেৰে নিজকে চম্ভালি আছিল। তাই স্পষ্টকৈ বুজিব পাৰিছিল যে আব্বুৰ শৰীৰটো লাহে লাহে ভাগি পৰিছে।

তাই ভাবিলে, 'মোক দেখা নোপোৱাৰ কষ্টতে বোধহয় আব্বুৰ এই অৱস্থা হৈছে।'

অকলে থকাৰ কষ্ট, জেলৰ পচা খাদ্য আৰু হাড়ভঙা খাটনি এই সকলো কথাই তাই জানিছিল, অকল আব্বুৰ হাৰ্টৰ অসুখটোৰ কথা বাদ দি।

হস্পিতালত শুই শুই মৃত্যুৰ কিছুসময় আগেয়ে সি বিৰবিৰাই নীতিক ক'লে— "যদি আগতেই গম পালোহেঁতেন মই ইমান সোনকালে মৰিম বুলি, মই তোমাক বিয়া নকৰালোহেঁতেন নীতি। তোমাৰ এই দুৰ্দশাৰ বাবে অকল

ময়েই দায়ী। মোক ক্ষমা কৰি দিয়া। মোৰ স্মৃতিচিহ্ন হিচাপে মোৰ টাঙ্গা আৰু ঘোঁৰাটোৰ যত্ন ল'বা আৰু চান্নিৰ মূৰত হাত ফুৰাই ক'বা তোমাৰ দেউতাই তোমালৈ বহুত মৰম পঠাইছেহ্ন"

আব্বুৰ মৃত্যুৰ পিছতেই সেই সকলোবোৰ শেষ হৈ গ'ল।

প্ৰতিদিনেই গধূলি সময়ত দীনা কচোৱান আহি তাইৰ হাতত পাঁচ টকা দিয়ে আৰু তাইক অভয় দিয়ে, "বৌ, আল্লাৰ ইচ্ছাৰ ওচৰত আমি সকলো অসহায়। আব্বু মোৰ কেৱল বন্ধুৱেই নাছিল সি মোৰ ভাইৰ দৰে আছিল। মই যিমানখিনি পাৰোঁ, নিশ্চয় কৰিম।"

ইয়াৰ কিছুদিন পিছত দীনাই হঠাতে তাইক বিয়াৰ প্ৰস্তাৱ আগবঢ়ালে। তাৰ কথা শুনি নীতিৰ তাক ঢকিয়াই ঘৰৰ বাহিৰ কৰিবলৈ ইচ্ছা হ'ল, কিন্তু তাই এইবোৰ একো নকৰাকৈ তাক শান্তভাৱে ক'লে— 'দাদা মই বিয়া কৰাব নোৱাৰিম।'

সেইদিনাৰ পৰা দীনাৰ ব্যৱহাৰ সলনিহৈ গ'ল। প্ৰথমতে কেইদিনমান অন্য কাৰোবাৰ হাতত পাঁচ টকা দি পঠাবলৈ আৰম্ভ কৰিলে, তাৰ পিছত কেতিয়াবা চাৰি টকা, কেতিয়াবা তিনি টকা, ইয়াৰ পিছত গা বেয়া বুলি কৈ কিছুদিন নাহিলেই। সি তাৰ পিছত ক'লে— গা বেয়া হোৱাৰ বাবে বহু দিন টাঙ্গা চলাব নোৱাৰাত একো ৰোজগাৰ হোৱা নাই, আৰু টাঙ্গাখনো মেৰামত নকৰালেই নহয়।

নীতিয়ে সকলো বুজিব পাৰি এদিন দীনাক ক'লে— "দাদা তুমি আৰু কষ্ট কৰিব নালাগে। মোৰ টাঙ্গা আৰু ঘোঁৰা মোকেই ঘূৰাই দিয়া।"

ইয়াৰ কিছুদিন পিছত আব্বুৰ আৰু এজন প্ৰিয় বন্ধু মাঞ্ঝাক টাঙ্গাখন চলাবলৈ দিলে। সিও নীতিক বিয়া কৰাবলৈ ইচ্ছা প্ৰকাশ কৰিলে আৰু নীতিয়ে স্পষ্টভাৱে প্ৰত্যাখান কৰিলে। তাৰ পিছত তাৰো ব্যৱহাৰ সলনি হ'বলৈ আৰম্ভ কৰিলে। অসহায় নীতিয়ে এইবাৰ আব্বুৰ টাঙ্গা-ঘোঁৰা অচিনাকি কচোৱান এজনৰ হাতত তুলি দিলে। এদিন সন্ধিয়া মাতাল অৱস্থাত সি নীতিক টকা দিবলৈ আহি তাইৰ হাতত ধৰিলেহি। সেইদিনা বহুত কথা শুনাই তাই মানুহটোক বাহিৰ কৰি দিলে।

ইয়াৰ পিছত তাই সঁচাকৈয়ে বিপদত পৰিল। আঠ-দহ দিনমান এইদৰে যোৱাৰ পিছত এদিন হঠাতে তাইৰ মনলৈ আহিল, "নিজে চলালে কেনেকুৱা হয়?' আব্বুৰ লগত বাহিৰলৈ যাওঁতে বহুতবাৰ তাই নিজে টাঙ্গা চলাইছিল।

চহৰৰ সকলো ৰাস্তাও তাই ভালদৰে চিনি পায়।

তাৰ পিছত তাইৰ মনলৈ আহিল, "মানুহে কি ক'ব?"

তাৰ পিছত নিজেই নিজৰ প্ৰশ্নৰ উত্তৰ দি ক'লে— "ছোৱালীবোৰে পৰিশ্ৰম নকৰে নেকি? ছোৱালীবোৰে আজিকালি অফিচলৈ যায়, তাৰোপৰি ঘৰতো হাজাৰটা কাম কৰে। কষ্ট কৰিয়েইতো খাম, ইয়াত অসুবিধা কি?"

কিছুদিন চিন্তা কৰাৰ পিছত আল্লাক স্মৰণ কৰি এদিন তাই ৰাস্তালৈ টাঙ্গা উলিয়ালে। প্ৰথম দিনৰ পৰাই বাকী সকলো কচোৱানৰ চকু থৰ হৈ গ'ল আৰু গোটেই চহৰখনত খবৰ বিয়পি পৰিল যে এজনী ধুনীয়া ছোৱালীয়ে টাঙ্গা চলাইছে। সকলো ঠাইতে কেবল তাইক লৈয়েই আলোচনা আৰম্ভ হ'ল। নীতিয়ে যি ৰাস্তাদি টাঙ্গা চলাই যায় সেই ৰাস্তাত বহুতো লোক অপেক্ষা কৰি থাকে তাইৰ টাঙ্গাত উঠিবৰ বাবে।

প্ৰথমে নীতিৰ টাঙ্গাত উঠিবলৈ মানুহে ভয় কৰিলেও কিছুদিনৰ ভিতৰতে সেই ভয় নাইকিয়া হ'ল। তাৰ পিছৰ পৰা এক মিনিটৰ বাবেও নীতিৰ টাঙ্গাখন খালি হৈ নথকা হ'ল। সকলোৱে তাইৰ টাঙ্গাত উঠিবৰ বাবে হেঁতাওপৰা কৰে।

কিন্তু কিছুদিন এইভাৱে চলোৱাৰ পিছত তাই বুজিলে যে এইদৰে গোটেই দিন টাঙ্গা চলালে তাইৰ আৰু ঘোঁৰাটোৰ দুয়োটা শৰীৰ ভাগি পৰিব। সেইবাবে তাই স্থিৰ কৰিলে যে ৰাতিপুৱা সাত বজাৰ পাৰ বাৰ বজালৈ চলাই অকণমান জিৰণি ল'ব। তাৰপিছত দুপৰীয়া দুটা বজাৰ পৰা সন্ধিয়া ছটা বজালৈকে চলাব। ইয়াৰ ফলত তাইৰ কষ্ট কিছু কমিল। ৰোজগাৰ খুব এটা বেয়া নাছিল।

কিন্তু তাই লাহে লাহে বুজি উঠিছিল যে মানুহবোৰে কেৱল তাইৰ সংগ পাবৰ বাবেই উঠে। অকাৰণতে কিছু ইফালে সিফালে ঘূৰে, অশ্লীল ৰসিকতা কৰে, অদ্ভুত কথা কিছুমান কয় আৰু ক'ৰবাত নামি যায়।

তাই এইটোও বুজিছিল যে তাই নিজকে বিক্ৰী নকৰিলেও মানুহে প্ৰতিদিনে অলপ অলপকৈ তাইক কিনি নিছিল। তাই এইটোও বুজিছিল যে চহৰৰ বাকী কচোৱানবোৰে আজিকালি তাইক ঘৃণাৰ চকুৰে চায়। এই সকলোবোৰ জনাৰ পিছতো এই যুদ্ধৰ কোনো বিকল্প তাইৰ মনলৈ অহা নাছিল।

কিন্তু এদিন হঠাতে সেই চহৰৰ কমিটিয়ে তাইক মাতি পঠিয়াই ক'লে— "তুমি আৰু টাঙ্গা চলাব নোৱাৰিবা।"

তাই সুধিলে, "কিন্তু কিয় মহোদয়?"

"লাইচেন্স অবিহনে টাঙ্গা চলোৱাটো অপৰাধ। আৰু লাইচেন্স নোহোৱাকৈ

এইদৰে ৰাস্তাত ওলালে টাঙ্গা আৰু ঘোঁৰা দুয়োটা বাজেয়াপ্ত কৰা হ'ব।"

তাই প্ৰশ্ন কৰিলে, "তেতিয়াহ'লে মহোদয় লাইচেঞ্চখন কিদৰে পাম?'

তেওঁলোকে স্পষ্টকৈ ক'লে, "ছোৱালীবোৰক লাইচেঞ্চ দিয়া নহয়হু"

তাই আকৌ প্ৰশ্ন কৰিলে— "মহাশয়, মোৰ টাঙ্গা, ঘোঁৰা সকলো কাঢ়ি নিয়ক। কিন্তু মোক কওক যদি ছোৱালীয়ে যঁতৰ ঘূৰাব পাৰে, কয়লা খান্দিব পাৰে, তেনেহ'লে মই টাঙ্গা চলালে কি অসুবিধা? মহাশয় মোক দয়া কৰক, মোৰ মুখৰ ভাত এইদৰে কাঢ়ি নিনিব। মই কেনেদৰে ৰোজগাৰ কৰিম সেইটো দয়া কৰি কওক।"

চহৰৰ কমিটিয়ে তাইক উত্তৰ দিলে, 'বজাৰলৈ গৈ ধান্দা আৰম্ভ কৰাগৈ। তাত ৰোজগাৰ বহু বেছি।"

নীতিৰ ভিতৰৰ নীতিজনী সেই মুহূৰ্ততে জ্বলি-পুৰি ছাৰখাৰ হৈ গ'ল। তাই মৃদু স্বৰেৰে— 'আচ্ছা' বুলি কৈ ওলাই ক'ল।

তাৰ পিছত খুব জোৰেৰে টাঙ্গাখন চলাই তাই চিধা কবৰস্থানত গৈ ৰখালেগৈ। এক মুহূৰ্ত ৰৈ আব্বুৰ কবৰৰ সমুখত এইবাৰ তাই থিয় হ'ল। তাৰ পিছত মূৰটো তল কৰি তাই কৈ উঠিল, "আব্বু, আজি তোমাৰ নীতিৰ কমিটিৰ অফিচত মৃত্যু ঘটিছে।"

পিছদিনা তাই কমিটিৰ অফিচলৈ গ'ল। তাৰ পৰা তাইৰ নিজৰ শৰীৰ বেচাৰ লাইচেঞ্চখন পাবলৈ বেছি দেৰি নেলাগিল।◆

(**লেখকৰ চমু পৰিচিতি** ঃ চাদাত হাচান মাণ্টোৱে অবিভক্ত ভাৰতবৰ্ষৰ লুধিয়ানা চহৰত ১৯১২ চনৰ 11 মে' তাৰিখে এটা কাশ্মিৰী মুচলিম পৰিয়ালত জন্মগ্ৰহণ কৰে। তেখেতে কম সময়ৰ বাবে আলিগড় মুচলিম বিশ্ববিদ্যালয়ত শিক্ষা গ্ৰহণ কৰে। তাৰ পিছত তেওঁ ১৯৩৬ চনত বম্বেৰ এখন সাপ্তাহিক আলোচনীৰ সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। ইয়াৰোপৰি তেওঁ চিনেমাৰ চিত্ৰনাট্য লিখা কামো হাতত লৈছিল। ১৯৪৮ চনৰ দেশ বিভাজনৰ পিছত তেওঁ লাহোৰলৈ গুছি যায়। মাণ্টোৰ লিখনীসমূহ সময়তকৈ বহু আগবঢ়া আছিল আৰু তেওঁৰ বিতৰ্কিত আৰু কিছু অশ্লীলতাৰ গোন্ধ থকা লেখনিসমূহৰ বাবে ভাৰত আৰু পাকিস্তানত কেইবাবাৰো কৰ্টৰ গোচৰৰ সমুখীন হৈছিল। তেওঁৰ বিতৰ্কিত চুটিগল্পসমূহ আছিল— কালি চালৱাৰ, ধুঁৱা, বু, খণ্ডা গোস্ত আৰু উপৰ-নীচে আউৰ দৰমিয়াঁ।)

# এঘণ্টাৰ কাহিনী

## মূল গল্প ঃ কেইট্ চপাঁ
## অনুবাদ ঃ জীৱন গোস্বামী

শ্ৰীমতী মালাৰ্ডৰ হৃদপিণ্ডৰ অসুখ আছিল। সেয়ে গিৰীয়েক ব্ৰেণ্টলী মালাৰ্ডৰ ৰে'ল দুৰ্ঘটনাত মৃত্যু হোৱা খবৰটো তেওঁক যিমান পাৰি সিমান সাৱধানে দিয়া হ'ল।

ভনীয়েক জোচেফিনে টুকুৰা-টুকুৰি কথাৰে, অস্পষ্ট ইংগিতেৰে, আধা কৈ আধা লুকুৱাই অত্যন্ত সতৰ্কতাৰে তেওঁক খবৰটো দিলে। গিৰীয়েকৰ বন্ধু ৰিচাৰ্ডো তাতে আছিল, শ্ৰীমতী মালাৰ্ডৰ ওচৰতে। ৰে'ল দুৰ্ঘটনাৰ খবৰটো আৰু তাত 'নিহত' হোৱাবিলাকৰ নামবোৰ প্ৰথমে আহি খবৰ কাগজৰ কাৰ্যালয় পাইছিলহি। নিহতবিলাকৰ নামৰ তালিকাত ব্ৰেণ্টলী মালাৰ্ডৰ নামটোৱেই প্ৰথমতে আছিল। খবৰটো আহি প্ৰথমে খবৰ কাগজৰ কাৰ্যালয় পাওঁতে ৰিচাৰ্ডো তাতে উপস্থিত আছিল। খবৰটো পায়েই তেওঁ লগে লগে টেলিগ্ৰাম এখন কৰি আকৌ এবাৰ নিশ্চিত কৰিলে যে খবৰটো সঁচা, ৰে'ল দুৰ্ঘটনা হোৱাটোও হয় আৰু বেণ্টলী মালাৰ্ডৰ নামটো নিহতৰ তালিকাত থকাটোও হয়। যিমান পাৰি সিমান সোনকালে গৈ মালাৰ্ড পৰিয়ালক তেৱেঁই প্ৰথমে নিজ মুখে খবৰটো দিব খুজিছিল— যাতে যিবিলাক বন্ধুৱে শ্ৰীমতী মালাৰ্ডৰ অসুখৰ কথা নাজানে তেওঁলোকে গৈ যাতে নভবা-নিচিন্তাকৈ খবৰটো দিবলৈ গৈ সমস্যাৰ সৃষ্টি নকৰে। টেলিগ্ৰামখন কৰোঁতে যিকণ সময় লাগিল সেইখিনি সময়হে তেওঁ বাধ্য হৈ খৰচ কৰিলে। তাৰ পিছত যিমান পাৰে সিমান ততাতৈয়াকৈ আহি খবৰটো তেওঁ মালাৰ্ড পৰিয়ালক দিলেহি।

সাধাৰণতে বেছিভাগ তিৰোতাই এনে ধৰণৰ খবৰ পোৱাৰ লগে লগে চক্ খাই একেবাৰে জঠৰ হৈ পৰে আৰু খবৰটোৰ তাৎপৰ্য বুজি উঠোঁতে ভালেখিনি সময় লয়, কিনো হ'ল তাৰ গুৰুত্ব উপলব্ধি কৰাৰ ক্ষমতা হেৰুৱাই পেলায়। শ্ৰীমতী মালাৰ্ডৰ বেলিকা পিছে সেইটো নহ'ল। খবৰটো শুনাৰ লগে লগে তেওঁ ভনীয়েকক সাবটি ধৰি হঠাৎ ৰাউচি জুৰি কান্দিবলৈ ধৰিলে। খবৰটো শুনাৰ পিছত অকণো সময় বোৱাই নাছিল বুলিব পাৰি, প্ৰায় লগে লগেই তেওঁ কন্দা আৰম্ভ কৰি দিছিল।

ভালেখিনি সময় ধৰি কন্দাৰ পিছত আৰু উচুপনিবোৰো মাৰ যোৱাৰ পিছত শোকৰ ধুমুহাজাকৰ জোৰটো এসময়ত নিজে নিজে শাম কাটিলে। তাৰ পিছত শ্ৰীমতী মালাৰ্ড লাহে লাহে চিৰিৰে ওপৰলৈ উঠি গ'ল আৰু প্ৰথম মহলাত থকা নিজৰ কোঠাত সোমালগৈ। কাকো তেওঁৰ পিছে পিছে আহিবলৈ নিদিলে।

তেওঁৰ কোঠাৰ খিৰিকীখন খোলা আছিল আৰু তাৰ তলতে এখন আহল-বহল, হাত থকা, আৰামী চকী আছিল। কোঠাটোলৈ গৈয়েই তেওঁ চকীখনত সোমাই পৰিল। শাৰীৰিক অৱসাদে তেওঁক যেন চকীখনৰ আৰামখিনিলৈ টানি নিছিল, তাতে বহিবলৈ যেন ঠেলি পঠিয়াইছিল। এটা অৱসাদে তেওঁৰ মন, প্ৰাণ, অন্তৰাত্মাকো চুই গৈছিল।

খিৰিকীৰে তেওঁ বাহিৰলৈ চালে আৰু দেখিলে যে ঘৰৰ সমুখৰ খোলা চ'কটোত নৱাগত বসন্তৰ ৰিব্ ৰিব্ বতাহত গছবোৰৰ ওপৰছোৱাৰ ডাল-পাতবোৰ হালিজালি নাচিবলৈ ধৰিছে। বৰষুণৰ মন মতলীয়া কৰা গোন্ধটো বতাহত ভাঁহি আছিল। তলৰ ৰাস্তাত ফেৰিৱালা এটাই বিক্ৰী কৰিবলৈ অনা বস্তুবোৰৰ নাম চিঞৰি চিঞৰি কৈ গৈ আছিল। দূৰৰ ক'ৰবাত কোনোবাই গোৱা গানৰ কলি এটা শুনো-নুশুনোকৈ আহি তেওঁৰ কাণত অস্পষ্টভাৱে পৰিছিলহি, আৰু ঘৰৰ পানীপচাত ঘনচিৰিকাবোৰে চিক্ চিক্ মাতেৰে কোলাহল কৰি আছিল।

খিৰিকীৰে দেখা পশ্চিমৰ আকাশখনত মেঘৰ টুকুৰাবোৰে আহি সাবটা-সাবটি কৰিছিলহি আৰু এটুকুৰাৰ ওপৰত এটুকুৰাকৈ জমা হ'বলৈ ধৰিছিল। মেঘৰ টুকুৰাবোৰৰ মাজেদি নীলা আকাশখন অ'ত-ত'ত চকামকাকৈ দেখা গৈছিল।

চকীখনৰ কুশ্বনটোত মূৰটো পেলাই তেওঁ সম্পূৰ্ণ অলৰ-অচৰ হৈ বহি ৰ'ল। মাজে মাজে মাথোঁ উচুপনি একোটা তেওঁৰ ডিঙিলৈ উঠি আহি গোটেই গাটো কঁপাই গৈছিল ঠিক যেনেকৈ কান্দি কান্দি শুই পৰা কেঁচুৱা এটাই সপোনৰ মাজতো উচুপি উচুপি কঁপি উঠে।

তেওঁৰ কম বয়সীয়া মুখখন আছিল বগা আৰু শান্ত। জোৰ কৰি দমাই ৰখা মন এটাৰ চিন মুখখনত থকা আঁচবোৰে ফুটাই তুলিছিল আৰু একে সময়তে তেওঁৰ ভিতৰি ভিতৰি থকা কিবা এটা শক্তিৰ আভাসো তাত বিৰিঙি উঠিছিল। এতিয়া কিন্তু তেওঁৰ দুচকু এক বিষণ্ণ দৃষ্টিৰে আৱৰি ৰাখিছিল আৰু

তেওঁৰ চকু গৈ দূৰৰ আকাশৰ এচমকা নীলাত আবদ্ধ হৈ ৰৈ গৈছিলগৈ। তেওঁৰ চকুত তেতিয়া চিন্তাৰ ছাপ নাছিল। বৰং তেওঁ সকলো চিন্তা-ভাবনাৰ পৰা আঁতৰি মুকলি মন এটাৰেহে থাকিব খোজা যেন লাগিছিল।

কিবা এটা ভাব যেন তেওঁৰ মনলৈ আহোঁ আহোঁ কৰি আহিব পৰা নাছিল, যেন এই আহে আৰু এই যায়। বৰ অশান্তিকৰ আছিল। কেতিয়ানো ভাবটোৱে আহি মনৰ মাজত স্পষ্ট হৈ দেখা দিয়েহি তাকে তেওঁ বাট চাই আছিল। তেওঁৰ মনত অলপ ভয়ো লাগিছিল— কোনে জানে, অজান ভাবটোৱে বা আহি কি ৰূপত দেখা দিয়েহি। কিনো হ'ব পাৰে ভাবটো? তেওঁ জনাৰ কোনো উপায় নাছিল, অতি সূক্ষ্ম, ধৰা দিব নোখোজা, নাম নোহোৱা ধৰণৰ কিবা এটা ভাব। যদিও তেওঁৰ চকুকেইটাই অলসভাৱে আকাশখনকে চাই ৰৈছিল, তেওঁ কিন্তু অনুভৱ কৰিছিল, কিবা এটা অনুভূতিয়ে যেন চাৰিওফালে সিঁচৰতি হৈ থকা শব্দ, গোন্ধ আৰু ৰংবোৰৰ মাজৰ পৰা ওলাই আহি তেওঁক চুব খুজিছিলহি। ধৰা দিব খুজিও ধৰা দিয়া নাছিল।

হঠাৎ তেওঁৰ বুকুখন তীব্ৰ আৱেগত উঠা-নমা কৰিবলৈ ধৰিলে— তেওঁৰ মনলৈ আহিব খোজা অনুভূতিটোক তেওঁ যেন লাহে লাহে চিনি পাবলৈ আৰম্ভ কৰিছিল আৰু লগে লগে সহজাত আৱেগৰ তাড়নাত মনৰ সমস্ত শক্তিৰে তেওঁ তাক বাধা দিবৰ চেষ্টা কৰিছিল— কিন্তু তেওঁৰ বগা লাহী হাত দুখন যেনেকৈ ডাঙৰ শক্তিক বাধা দিবলৈ অপাৰগ আছিল তেওঁৰ অৱশ হৈ পৰা মনটোৰো সেই অনুভূতিটোৰ অনিবাৰ্য আগমনক ৰোধ কৰাৰ ক্ষমতা নাছিল। এসময়ত তেওঁ বাধা দিয়াৰ সকলো চেষ্টা বাদ দি মনটোক যি ইচ্ছা তাকে কৰিবলৈ এৰি দিলে আৰু লগে লগে তেওঁৰ সামান্য মেল খাই থকা ওঁঠ মাজেৰে প্ৰায় নিঃশব্দভাৱে অনুভূতিটোৱে আত্মপ্ৰকাশ কৰিলে। তাকে তেওঁ ফুচফুচাই আওৰাবলৈ ধৰিলে— 'স্বাধীনহু স্বাধীনহু মই এতিয়া স্বাধীনহু' অনুভূতিটো স্বীকাৰ কৰাৰ লগে লগে যিটো উৎকণ্ঠাৰ দৃষ্টি আৰু ভয়ৰ ভাব তেওঁৰ মনলৈ আহিছিল সেইটো তেওঁৰ চকুৰ পৰা ততালিকে নাইকিয়া হৈ গ'ল। তেওঁৰ দুচকু সজাগ আৰু উজ্জ্বল হৈ পৰিল। হিয়াৰ স্পন্দন বাঢ়ি গ'ল আৰু ধমনীত বোৱা তেজৰ সোঁতে তেওঁৰ শৰীৰ উত্তেজিত কৰি দেহৰ প্ৰতিটো অংশকে এক তৃপ্তিৰ আমেজত বুৰাই পেলালে।

গিৰীয়েক ঢুকোৱাৰ ঠিক পিছতে সদ্য বিধৱা তিৰোতা এগৰাকীৰ মনটো আনন্দৰ জোৱাৰত এনেদৰে থৌকিবাথৌ লগাটো স্বাভাৱিক হয় নে নহয় তেওঁ

এবাৰো ভাবি নাচালে। উল্লাসেৰে ভৰা তেওঁৰ মনটোৱে তেনে ভাবক গুৰুত্বই নিদিলে। তেওঁ জানিছিল যে তেওঁ যদি আকৌ এবাৰ মৃত্যুৱে জঠৰ কৰি পেলোৱা গিৰীয়েকৰ মৰমিয়াল, আলফুলীয়া হাত দুখন বা গিৰীয়েকৰ বিবৰ্ণ, স্তব্ধ মুখখন দেখে, যিখন মুখৰ পৰা জীৱনকালত তেওঁ সদায় মৰমৰ চাৱনিয়েই পাইছিল, তেওঁ হয়তো কান্দোনত ভাগি পৰিব, কিন্তু সেই মুহূৰ্তটো এবাৰ পাৰ হৈ যোৱাৰ পিছত তেওঁ যেন চিৰদিনৰ বাবে মুক্ত হৈ পৰিব। তাৰ পিছত আহিবলগীয়া দিনবোৰৰ দীঘল লানিটো তেতিয়া তেওঁৰ একান্ত নিজৰ হ'ব। কথাটো ভাবিয়েই তেওঁ আনন্দতে হাত দুখন দুফালে মেলি দিলে। আহিবলগীয়া দিনবোৰকে যেন আদৰণি জনালে।

আন কাৰোবাৰ বাবে জীয়াই থকাৰ কাৰণ আৰু সেই দিনবোৰত নাথাকিব, একমাত্ৰ নিজৰ বাবেহে তেওঁ জীয়াই থাকিব। পুৰুষ-মহিলাবোৰে নিজৰ ইচ্ছাক আন কাৰোবাৰ ওপৰত জাপি দিয়াৰ যি এক একছত্ৰী অধিকাৰ থকা বুলি বিশ্বাস কৰে, সেই বিশ্বাস অন্ধ-অযুক্তিকৰ বিশ্বাস। তেওঁক বলাবলৈ তেনে কোনো শক্তিশালী ইচ্ছা এতিয়া আৰু নাথাকিব। তেওঁৰ মনটোৱে এই সত্যটো যেন হঠাৎ উপলব্ধি কৰিলে আৰু উপলব্ধিটো মনলৈ অহাৰ খন্তেকীয়া সময়ছোৱাত তেওঁৰ ভাব হ'ল যে আনৰ ওপৰত নিজৰ ইচ্ছা জাপি দিব খোজাটো এটা অপৰাধৰ বাহিৰে আন একো নহয়, সেই ইচ্ছা লাগিলে হাজাৰ মৰমেৰেই জাপি দিয়ক বা নিষ্ঠুৰতাৰেই।

গিৰীয়েকক যে তেওঁ অনবৰতে বেয়াই পাইছিল সেইটো নহয়। মাজে-সময়ে ভালো পাইছিল। অৱশ্যে এইটো ঠিক যে বেছিভাগ সময়তেই নাপাইছিল। পিছে ভালেই পাওক বা বেয়াই পাওক, এতিয়ানো সেইবোৰ ভাবি লাভ কি? যি হ'বলগীয়া আছিল হ'ল, এতিয়া কিটোনো বেলেগ হ'ব? এতিয়া তেওঁ যি এক নতুন স্বাধীনতা, নিজকে সাব্যস্ত কৰিব পৰাৰ যি এক নতুন ক্ষমতা লাভ কৰিছে তাৰ পিছত মৰম, ভালপোৱা আদিৰ অভেদ্য ৰহস্যটোৱে তেওঁৰ জীৱনটোতনো কি প্ৰভাৱ পেলাব? তেওঁ বুজিব পাৰিছিল যে তেওঁৰ সত্তাটোৰ ভিতৰত ক'ৰবাত ইমানদিনে লুকাই থকা আটাইবোৰ আৱেগৰ ভিতৰত আটাইতকৈ শক্তিশালী আৱেগটোৱেই এতিয়া আত্মপ্ৰকাশ কৰিছে আৰু তেওঁক আপ্লুত কৰি ৰাখিছে।

'স্বাধীন! দেহে, মনে মই এতিয়া স্বাধীন!' তেওঁ ফুচফুচাই আওৰাই গ'ল।

ইতিমধ্যে ভনীয়েক জোচেফিন আহি তেওঁৰ কোঠাৰ বন্ধ দুৱাৰখনৰ

সমুখত আঁঠুকাঢ়ি বহি লৈছিলহি আৰু দুৱাৰৰ তলাৰ ফুটাটোত মুখ লগাই কোঠাটোত সোমাবলৈ দিবলৈ বায়েকক কাকুতি-মিনতি কৰি আছিল। "লুইচ, দুৱাৰখন খোল। বধ শপত দিছোঁ, দুৱাৰখন খোল— নহ'লে তোৰ এতিয়া বেমাৰ হ'ব। কিখননো কৰি আছ, লুইচ? ভগৱানৰ দোহাই দুৱাৰখন খোল! দুৱাৰখন খোল! খোল! খোল। ভগৱানৰ দোহাই, লুইচ, দুৱাৰখন খোল!"

"তই আঁতৰি যাচোন তাৰ পৰা! চিন্তা নকৰিবি, মোৰ একো নহয়, মই একো বেমাৰত নপৰোঁ।" নাই, দুৱাৰ তেওঁ নোখোলে, তেওঁ যে এতিয়া খোলা খিৰিকীখনেৰে মুক্ত জীৱনৰ সুধা পান কৰি আছে!

অনাগত দিনবোৰৰ কথা ভাবি ভাবি তেওঁৰ কল্পনাই সকলো বান্ধোন খুলি মনৰ ইচ্ছাত চেঁকুৰ লগাইছিল। বসন্তৰ দিন, গৰমৰ দিন— সকলো ধৰণৰ দিনেই এতিয়া একমাত্ৰ তেওঁৰ হ'ব। ততাতৈয়াকৈ তেওঁ প্ৰাৰ্থনা এটা কৰিলে, যাতে তেওঁৰ জীৱনটো বে'ছ দীঘল হয়। তেওঁৰ আচৰিত লাগিল যে কালি মাত্ৰ তেওঁৰ জীৱনটো বৰ কষ্টৰে ভৰা আৰু বৰ দীঘলীয়া হ'ব বুলি ভাবি তেওঁ ভয়তে শিয়ঁৰি উঠিছিল।

ভনীয়েকৰ কাকুতি-মিনতিত থাকিব নোৱাৰি এসময়ত তেওঁ থিয় হ'ল আৰু দুৱাৰখন খুলি দিলে। তেওঁৰ চকুত আছিল বিজয়োল্লাস আৰু ক'ব নোৱাৰাকৈয়ে তেওঁৰ চাল-চলনবোৰো কোনো বিজয়ৰ অধিষ্ঠাত্ৰী দেৱীৰ নিচিনা সজীৱ আৰু চঞ্চল হৈ পৰিছিল। তেওঁ ভনীয়েকৰ কঁকালত হাতেৰে মেৰিয়াই ধৰিলে আৰু দুয়ো একেলগে চিৰিয়েদি তললৈ নামি আহিল। চিৰিৰ তলত থিয় হৈ ৰিচাৰ্ডছে তেওঁলোক নামি অহালৈ বাট চাই আছিল।

এনেতে সন্মুখৰ দুৱাৰখনত চাবিৰ পাক শুনা গ'ল। কোনোবাই চাবিৰে দুৱাৰখন খুলিব খুজিছে। তলা খুলি যিজন মানুহ সোমাই আহিল, সেয়া আছিল শ্ৰীমতী মালাৰ্ডৰ গিৰীয়েক, ব্ৰেণ্টলী মালাৰ্ড, হাতত এটা সৰু ছুটকেছ আৰু এটা ছাতি, ধীৰ-স্থিৰ মুখখনত কেৱল ভ্ৰমণৰ ভাগৰৰ চিন। দুৰ্ঘটনাৰ ঠাইৰ পৰা তেওঁ বহু আঁতৰত আছিল আৰু দুৰ্ঘটনা ঘটা বুলি তেওঁ তেতিয়ালৈ গমেই পোৱা নাছিল। যোছেফিনৰ তীব্ৰ চিঞৰত তেওঁ হতবাক হৈ পৰিল, ৰিচাৰ্ডছে ক্ষিপ্ৰতাৰে আহি ঘৈণীয়েকৰ দৃষ্টিৰ পৰা তেওঁক ঢাকিব খোজা দেখিও তেওঁ অবাক হৈ পৰিল।

ডাক্তৰ যেতিয়া আহিল, সকলো চাইচিতি ক'লে যে হঠাতে হৃদপিণ্ড বিকল হোৱা বাবে শ্ৰীমতী মালাৰ্ড ঢুকাল— যি আনন্দই মানুহক মাৰি পেলাব

পাৰে তেনে আনন্দতে তেওঁ ঢুকাল।

(**লেখিকাৰ চমু পৰিচিতি** ঃ কেইট্ চঁপা আমেৰিকাৰ লুইচিয়ানাৰ এগৰাকী বিশ্ববিখ্যাত গল্পকাৰ। শেষ উনৈশ শতিকা আৰু কুৰি শতিকাৰ নাৰীবাদী লেখিকাসকলৰ ভিতৰত তেওঁৰ নামটো সমুখৰ শাৰীত ধৰা যায়। ১৮৫০ চনৰ ৮ ফেব্ৰুৱাৰিত তেওঁৰ জন্ম। The awakening আৰু The Storm তেওঁৰ বিখ্যাত গল্প।)

# মুনিচুনি বেলা

## মূল গল্প ঃ চাকি (এইচ এচ মুনৰো)

## অনুবাদ ঃ অতুল চন্দ্ৰ মহন্ত

নৰমান গ্ৰটচ্‌বি আহি পাৰ্কৰ বেঞ্চ এখনত নীৰলে বহিল। তেওঁৰ পিছফালে আছিল ধুনীয়াকৈ কলম দি ৰখা জোপোহা বনৰ শাৰী, আনফালে ৰাস্তাৰে গৈ থকা গাড়ীৰ হো-হোৱনিৰ শব্দ আৰু পাৰ্কলৈ অহা মানুহৰ খোজৰ শব্দই এক হুলস্থুলীয়া পৰিবেশৰ সৃষ্টি কৰিছিল। সেইয়া আছিল মাৰ্চ মাহৰ আগপৰেকৰ এটা দিন। বিয়লি তেতিয়া প্ৰায় চাৰে ছয় বাজিছিল। এন্ধাৰবোৰ ধৰাৰ বুকুলৈ বেগেৰে নামি আহিছিল। জোনৰ শেঁতা পোহৰ আৰু ষ্ট্ৰীট লাইটবিলাকে এন্ধাৰক ভেটা দিয়াৰ নিষ্ফল চেষ্টা কৰিছিল। অৱশ্যে তেতিয়াও কিছুমান মানুহে এন্ধাৰত একোটা ক'লা ছায়ামূৰ্তিৰ দৰে হৈ ৰাস্তাত নিশব্দে ঘূৰি ফুৰিছিল। কিছুমান মানুহ পাৰ্কৰ চকী আৰু বেঞ্চত বহি আছিল। ঘিটমিটিয়া এন্ধাৰত তেওঁলোককো ঠিক মনিব পৰা নগৈছিল।

পৰিবেশটো গ্ৰটচ্‌বিৰ মনত খাপ খাই পৰিছিল। সেই মুহূৰ্তত তেওঁ নিজে সুখ অনুভৱ কৰিছিল। তেওঁৰ ভাব হৈছিল এই মুনিচুনি সময়খিনি জীৱনত পৰাজিত হোৱা মানুহখিনিৰ সময়। যিবিলাক মুনিহ তিৰোতা জীৱন সংগ্ৰামত পৰাজিত হৈছে, যিবিলাকে নিজৰ দুৰ্ভাগ্য আৰু অপূৰণ আশাবোৰক যিমান পাৰে আনৰ চকুৰ পৰা লুকাই ৰাখিব খোজে, তেওঁলোকে এই মুনিচুনিৰ বেলা ওলাই আহে। কাৰণ এই সময়ত তেওঁলোকৰ কোঁচমোচ খোৱা লেতেৰা পোছাক, ধেনুভিৰীয়া পিঠি আৰু অসন্তোষীয়া চকুবিলাক আনৰ দৃষ্টিৰ আঁৰত থাকি যাব নাইবা চিনাকি মানুহেও তেওঁলোকক চিনি নাপাব। এই সময়ত পাৰ্কলৈ অহা মানুহবিলাকেও তেওঁলোকৰ অদ্ভুট চেহেৰা দেখুৱাবলৈ ইচ্ছা কৰা নাছিল। সেই বাবেই এই মুনিচুনি বেলা ফেঁচাৰ দৰে তেওঁলোক ওলাইছিল আৰু এই মনোৰম পাৰ্কত তেওঁলোকৰ দুখে ভৰা জীৱনৰ এক পলক আনন্দ উপভোগ কৰাৰ চেষ্টা কৰিছিল। কাৰণ এই পাৰ্কখনৰ যি বিলাক প্ৰকৃত গৰাকী, যাৰ মন অফুৰন্ত ৰঙেৰে ৰঙীন, তেওঁলোকে পাৰ্কখন ইতিমধ্যে খালি কৰি গৈছিল। তেওঁলোকে এন্ধাৰত আশ্ৰয় লোৱা এই পাৰ্কখনৰ জোপোহা বনবিলাকৰ ফাকে ফাকে ৰাস্তাৰে গৈ থকা গাড়ীৰ তীব্ৰ পোহৰ মাজে মাজে সৰকি আহিছিল। গাড়ীৰ আৰোহীবিলাকৰ

গৌৰৱৰ চিন হিচাপে গাড়ীৰ খিৰিকীবিলাক ক্ষন্তেকৰ কাৰণে জিলিকি উঠিছিল আৰু পিছ মুহূৰ্ততেই এন্ধাৰত হেৰাই গৈছিল। সেই মানুহবিলাক জীৱন সংগ্ৰামত জয়ী হৈছিল নতুবা কোনো কাৰণতে পৰাজয় স্বীকাৰ কৰিবলৈ ৰাজি নাছিল। শূন্য বেঞ্চখনত বহি গ্ৰটচ্‌বিয়ে তেতিয়া ঠিক তেনেদৰে ভাবিছিল। সেই মুহূৰ্তত তেওঁ নিজকে পৰাজিতসকলৰ দলভুক্ত কৰি লৈছিল। অৰ্থৰ সমস্যাই তেওঁক আমনি কৰা নাছিল। ইচ্ছা কৰিলে তেৰোঁ পথৰ পোহৰ আৰু শব্দৰ ভীৰত নিজকে উটুৱাই দিব পাৰে, ধন সম্পত্তিৰে জীৱন উপভোগ কৰা সকলৰ মাজত নিজৰ স্থান উলিয়াব পাৰে। কিন্তু তেওঁৰ তেনে আকাঙ্খা নাই। এই মুহূৰ্তত তেওঁ হৃদয়ত ব্যথা অনুভৱ কৰিছে, কিন্তু শূন্যতা অনুভৱ কৰা নাই। তেওঁৰ লগৰ এই মানুহবিলাকে যেতিয়া পোহৰৰ পৰা আঁতৰি পলোৱাৰ চেষ্টা কৰিছে সেয়া লক্ষ্য কৰি তেওঁ এক প্ৰকাৰ হাঁহিৰ খোৰাক পাইছে।

এজন বয়সীয়াল লোক আহি তেওঁৰ কাষতে বহিল। মানুহজনে মুখত এক অৱজ্ঞাৰ ফোপোলা ভেম লৈ বেঞ্চখনত বহিছিল। মানুহজনক দেখি এনে লাগিছিল যে সফলভাৱে আনক অবজ্ঞা কৰিব পৰা অৱস্থাত তেওঁ নাই অথচ আত্মসন্মানৰ অৱশিষ্ট হিচাপে তেওঁ এই ভেম এৰিবও পৰা নাই। তেওঁৰ পোছাক পাটি অপৰিষ্কাৰ বা মলিয়ন বুলি ক'ব নোৱাৰি অন্ততঃ এই কানিমুনি সময়ত তেওঁক ভালেই দেখা গৈছিল। নিৰ্ভুলভাৱে ক'ব পাৰি যে তেওঁ সেই নিসংগ বাদকসকলৰ এজন যাৰ বাঁহীৰ সুৰত আৰু কোনেও নানাচে। তেওঁ পৃথিৱীৰ সেই দুখী সকলৰ এজন যাৰ দুখে কাৰো অন্তৰত দুখৰ চকুলো বোৱাব নোৱাৰে। মানুহজন যেতিয়া যাবলৈ উঠিল গ্ৰটচ্‌বিয়ে ভাবিলে যে ঘৰতো তেওঁ নিশ্চয় এজন গুৰুত্বহীন লোক। লাহে লাহে মানুহজন এন্ধাৰত নেদেখা হ'ল। তেওঁৰ ঠাইত এতিয়া এজন ডেকা মানুহ বহিল। তেওঁৰ পোছাক পৰিচ্ছদ ভাল কিন্তু আগৰজনৰ দৰে তেওঁ আনন্দিত নহয়। তেওঁ এনে এটা ভংগিত বহিছিল যে তেওঁৰ বাবে যেন সমগ্ৰ পৃথিৱীখনেই বিৰক্তিকৰ হৈ পৰিছে।

গ্ৰটচ্‌বিয়ে তেওঁৰ আলেখ লেখ চাই ক'লে "তোমাৰ মন আজি ভাল নহয় যেন লাগিছে, হয়নে?"

যুৱকজনে গোমোঠা ভাবেৰে তেওঁৰফালে চাই ক'লে "মই যে এটা দোধোৰ-মোধোৰ অৱস্থাত পৰিছোঁ তেনেকুৱা হ'লে হয়তো আপোনাৰো মন ঠিক নাথাকিলহেঁতেন।"

গ্ৰটচ্‌বিয়ে তপৰাই মাত দিলে, "ইস হয়নেকি?"

যুৱকজনে ক'বলৈ আৰম্ভ কৰিলে "মই আজি আবেলি আহি পালোঁহি। ভাবিছিলো ৱাৰ্কশ্বেয়াৰ স্কোৱাৰৰ পেন্টাগনিয়ান হোটেলত থাকিম। কিন্তু মই আহি দেখিলো যে মাত্ৰ অলপদিন আগতে হোটেলখন বন্ধ কৰি দিলে। তাৰ ঠাইত এতিয়া এটা চিনেমা হল সজা হ'ল। টেক্সি চালকজনৰ নিৰ্দেশ ক্ৰমে মই কিছু আঁতৰত আন এখন হোটেলত উঠিলোগৈ। মই মোৰ ঘৰলৈ ঠিকনাটো দি এখন চিঠি পঠালো আৰু লগে লগে এটুকুৰা চাবোন কিনিবৰ বাবে বাহিৰলৈ ওলাই আহিলো। কাৰণ মই লগত এটুকুৰা চাবোন আনিবলৈ পাহৰিছিলো আৰু হোটেলৰ চাবোন ব্যৱহাৰ কৰিবলৈ মোৰ ঘিণ লাগে। কিছুদূৰ ইফালে-সিফালে ঘূৰিলো। এখন বাৰত গৈ দুপেগমান মদ খালো আৰু তাৰ পিছত এটুকুৰা চাবোন কিনিলো । কিন্তু যেতিয়া মই হোটেললৈ উলটিব খোজো তেতিয়া মই হোটেলৰ নামটো পাহৰি গ'লোঁ। আনকি সেই হোটেল থকা ষ্ট্ৰীটটোৰ নামটোও পাহৰি গ'লোঁ। লণ্ডনত কোনো বন্ধু-বান্ধৱ কিম্বা চিনা-জনা নথকা এজন লোকৰ বাবে ই এটা বিশেষ সমস্যা। অৱশ্যে ঠিকনাটোৰ বাবে মই মোৰ ঘৰলৈ টেলিগ্ৰাম পঠাব পাৰোঁ। কিন্তু তেওঁলোকে মোৰ টেলিগ্ৰাম কালিলৈহে পাব। ইফালে মোৰ হাতত এতিয়া এটা ফুটা কড়িও নাই। জেপত যি আছিল সেইয়াও ড্ৰিংকচ আৰু চাবোন কিনোতে খৰছ হৈ গ'ল। এতিয়া এই নিশা মই ক'লৈ যাওঁ তাকে চিন্তা কৰি আছোঁ।"

কাহিনীটো কৈ তেওঁ বিশেষ ভংগিৰে অসন্তোষ মিহলি কণ্ঠেৰে ক'লে "মই বুজিছোঁ যে আপুনি মোৰ কথাখিনি অসম্ভৱ আৰু মিছা কথাৰ জাল গোঁঠা বুলি হয়তো ভাবিছে। "

গ্ৰটচ্‌বিয়ে গহীন হৈ ক'লে, "নহয়, মই কথাটো অসম্ভৱ বুলি ভবা নাই। এখন বিদেশী চহৰত এবাৰ মোৰো ঠিক এনে অৱস্থাই হৈছিল। অৱশ্যে তেতিয়া আমি দুজন আছিলোঁ, সেয়ে ঘটনাটো আমাৰ বাবে বিশেষ উল্লেখনীয় হৈ উঠিছিল। ভাগ্যে আমাৰ মনত পৰিল যে হোটেলখন এটা কেনেলৰ পাৰত আছিল। আৰু আমি যেতিয়া কেনেলটো পালো হোটেলখন বিচাৰি উলিওৱা আমাৰ বাবে টান নহ'ল।"

মোৰ সেই পুৰণি অভিজ্ঞতাৰ কথাটো শুনি যুৱকজন আনন্দিত হ'ল। তেওঁ ক'লে, "এখন বিদেশী চহৰ হোৱা হ'লে মই কথাটো সিমান নাভাবিলোহেঁতেন। কাৰণ তেনে অৱস্থাত পৰিলে মানুহজনে কৰ্তৃপক্ষৰ ওচৰলৈ গৈও সহায় ল'ব পাৰে, কিন্তু নিজৰ দেশত এনে অৱস্থা বৰ পুতৌলগা হয়। মোৰ এই অৱস্থাত

কিছু টকাৰ সহায় কৰিব পৰা কোনো এজনক লগ নাপালে মই আজি নিশাটো বাহিৰৰ মথাউৰিতে কটাব লাগিব। যি হওক মোৰ এই কাহিনীটো আপুনি নিশ্চয় মিছা বুলি নাভাবে।”

শেষৰ কথাষাৰ তেওঁ অন্তৰৰ উত্তাপ সানি কৈছিল আৰু বুজাব খুজিছিল যে গ্ৰটচ্‌বিয়ে নিশ্চয় প্ৰয়োজনীয় সহানুভূতি দেখুৱাত কৃপণালি নকৰে।

গ্ৰটচ্‌বিয়ে লাহে লাহে ক'লে, “হ'ব পাৰে, কিন্তু তোমাৰ কাহিনীটোৰ আটাইতকৈ দুৰ্বল অংশটো হৈছে যে তুমি চাবোনৰ টুকুৰাটো দেখুৱাব পৰা নাই।”

যুৱকজনে পোনহৈ বহি লগে লগে অভাৰকোটৰ জেপত হাত ফুৰালে। তেওঁ জেপ দুটা খুচৰি খুচৰি বহাৰ পৰা উঠিল আৰু খংমুৰা হৈ ক'লে, “মই চাবোন টুকুৰা ক'ৰবাত হেৰুৱালো।”

“একে সময়তে এখন হোটেল হেৰুৱা আৰু এটুকুৰা চাবোন হেৰুৱা কথাটো আচলতে ইচ্ছাকৃত অসাৱধানতাৰ বাহিৰে আন একো হ'ব নোৱাৰে।” গ্ৰটচ্‌বিয়ে ক'লে, কিন্তু যুৱকজনে তেওঁৰ কথা শুনিবলৈ ৰৈ নাথাকিল। তেওঁ নিৰ্বিকাৰ চিত্তে ওপৰলৈ মূৰ তুলি হলং হলং কৈ ৰাস্তাৰে গৈ থাকিল।

গ্ৰটচ্‌বিয়ে মনে মনে ভাবিলে “গোটেই কাহিনীটোত এটুকুৰা চাবোন কিনিবলৈ ওলাই যোৱাটোৱেই একমাত্ৰ বিশ্বাসযোগ্য কথা আছিল। কিন্তু সেই কামটো নকৰাৰ বাবেই যুৱকজনৰ এতিয়া পুতৌ লগা অৱস্থা হ'ল। তেওঁ যদি আগতে ভালদৰে ভাবিলেহেঁতেন তেতিয়া তেওঁ নিশ্চয় এটুকুৰা নতুন পেকেটৰ চাবোন লগত ৰাখিলেহেঁতেন আৰু তেওঁক বুধিয়ক মানুহ বুলি জনা গ'লহেঁতেন। এনেকুৱা টেঙৰালি কৰিবলৈ হ'লে কিছুমান আগতীয়া ব্যৱস্থা কৰাৰ ক্ষমতা থাকিব লাগিব তেতিয়াহে টেঙৰালিয়ে কাম দিয়ে।”

এনেদৰে ভাবি গ্ৰটচ্‌বি যাবলৈ উঠোতেই নতুন পেকেটৰ এটুকুৰা চাবোন বেঞ্চৰ তলত পৰি থকা দেখা পালে। অলপ আগতে ঘটা ঘটনাটোৰ বিষয়ে এই চাবোন টুকুৰাই তেওঁক নতুনকৈ ভবাই তুলিলে। তেওঁ বুজি পালে যে নতুন চাবোনৰ টুকুৰাটো সেই যুৱকজনৰ অভাৰকোটৰ জেপৰ পৰা নিশ্চয় পৰি গ'ল। সেই মুনিচুনি এন্ধাৰত পাতল ৰঙৰ অভাৰকোট পিন্ধা যুৱকজনক বিচাৰি গ্ৰটচ্‌বিয়ে ৰাজপথত খোজ পেলালে। এটা সময়ত তেওঁ যুৱকজনক বিচাৰি পোৱাৰ আশা প্ৰায় বাদ দিলে। কিন্তু ঠিক সেই সময়তে যুৱকজনক ৰাস্তাৰ একাষত ৰৈ থকা দেখা পালে। যুৱকজনে হয়তো মনে মনে ভাবি আছিল যে

তেওঁ পাৰ্কখনৰ বিপৰীত ফালে যাব নে জনবহুল নাইট ব্ৰীজৰ ফালে খোজ পেলাব। গ্ৰটচ্‌বিৰ মাত শুনি যুৱকজনে তেওঁৰ ফালে ঘূৰি চালে। যুৱকজনৰ দৃষ্টিত সন্দেহ প্ৰকাশ নোপোৱাকৈ নাথাকিল।

গ্ৰটচ্‌বিয়ে জেপৰ পৰা চাবোনৰ টুকুৰাটো উলিয়াই ক'লে, " তোমাৰ কাহিনীৰ অতি দৰকাৰী সাক্ষীটো মই পালোঁ। তুমি বেঞ্চত বহোঁতে এই চাবোন টুকুৰা নিশ্চয় তোমাৰ অভাৰকোটৰ জেপৰ পৰা পৰি গৈছিল। তুমি যোৱাৰ পিছত মই মাটিত পৰি থকা পালো। মই তোমাক অবিশ্বাস কৰাৰ বাবে বেয়া নাপাবা। অৱশ্যে প্ৰমাণবোৰ তোমাৰ বিৰুদ্ধেই গৈছিল, কিন্তু মই যিহেতু চাবোন টুকুৰা পালো এতিয়া মই ইয়াৰ ৰায় মানিবই লাগিব। মই এতিয়া তোমাক তুমি বিচৰা পইচাখিনি ধাৰে দিব পাৰো।"

যুৱকজন সন্দেহমুক্ত হ'ল আৰু পইচাখিনি জেপত ভৰালে।

গ্ৰট্‌চবিয়ে পুনৰ ক'লে, "এইখন মোৰ কাৰ্ড লোৱা, সপ্তাহটোৰ যি কোনো এটা দিনত তুমি মোৰ টকাখিনি ঘূৰাই দিলেই হ'ব। এই টুকুৰা তোমাৰ চাবোন লোৱা। পুনৰ নেহেৰুৱাবা। এই চাবোন টুকুৰা তোমাৰ ভাল বন্ধু।"

যুৱকজনে ক'লে, "ভাগ্য যে আপুনি বস্তুটো পালে।" তাৰ পিছত তেওঁ টানি টানি ধন্যবাদ সূচক কথা কেইটামান কৈ নাইট ব্ৰীজৰ ফালে খোজ ল'লে।

"বেচেৰা ল'ৰাটো প্ৰায় ভাগি পৰিছিল" গ্ৰটচ্‌বিয়ে নিজে নিজকে ক'লে। "মই নকওঁ যে তেওঁ এটা সাংঘাটিক বিপদৰ পৰা হাত সাৰিল। কিন্তু মোৰ বাবে এটা শিক্ষা হ'ল যে অকল সাক্ষ্য প্ৰমাণৰ ওপৰতে নিৰ্ভৰ কৰি কোনো এটা সিদ্ধান্ত ঘপহাই ল'ব নালাগে।"

এই ক্ষুদ্ৰ নাটকখন হোৱা বেঞ্চখনৰ ওচৰলৈ উলটি গৈ তেওঁ দেখিলে যে এজন বয়সস্থ মানুহে বেঞ্চখনৰ চাৰিওফালে কিবা বিচাৰি আছে। তেওঁ কাষ চাপি গ'ল আৰু মানুহজনক চিনি পালে। প্ৰথম তেওঁৰ কাষত বহা সেই বয়সীয়াল মানুহজনেই।

তেওঁ সুধিলে, " আপোনাৰ কিবা হেৰাইছে?"

"হয়, এটুকুৰা চাবোন।"◆

(**লেখকৰ চমু পৰিচিতি** ঃ এইচ এচ মুনৰো চাকি নামেৰে বেছি পৰিচিত। এওঁ এজন বৃটিছ লেখক। তেওঁৰ গল্পৰ ব্যাংগ, হাস্যই বিৰোধাভাসৰ সৃষ্টি কৰি পাঠকক আকৰ্ষিত কৰে। তেওঁৰ বহু গল্পই এড্ৱাৰ্ডীয় সমাজৰ প্ৰতি শ্লেষ প্ৰদৰ্শন কৰে। ১৮৭০ চনৰ ১৮ ডিচেম্বৰত ব্ৰহ্মদেশত তেওঁৰ জন্ম।)

# এনিশা

## মূল গল্প (মণিপুৰী) ঃ কেইশ্বম প্ৰিয়কুমাৰ

## অনুবাদ ঃ ৰঞ্জনা দত্ত

কি কৰিম যদি শুই থাকোঁতে মূৰটো কিহবাৰে খেতালি পেলায়? বা গম নোপোৱাকৈ মেচি দাখনেৰে কাটি পেলায়? চিন্তাবোৰ মনলৈ অহাত ষ্টিফেন ভয়তে জোকাৰ খাই উঠিল। টোপনিটো আহিব খোজা সময়তে হঠাতে তাৰ চকু কাণ সন্থম হৈ পৰিল। সি কোঠাটোৰ আনটো কোণত থকা বিচনাখনলৈ কিছুসময় একেথৰে চালে। লিংগপাওৱে তাৰ ভৰি দুখন দীঘলীয়াকৈ মেলি শুই আছে। সি একেবাৰে লৰচৰ কৰা নাই। ষ্টিফেনে স্বস্তিৰ উশাহ ল'লে। তাৰ পাছতে তাৰ মনলৈ চিন্তা আহিল-মইটো সদায় ইয়াৰ নাকৰ গোঁজৰণি শুনা পাওঁ। এতিয়া নাকৰ শব্দতো বাদেই মনত ভাব হৈছে সি যেন উশাহো লোৱা নাই। সিও সাৰে আছে নেকি বাৰু? ষ্টিফেনে আৰু চকু বন্ধ কৰিব নোৱাৰিলে। বাহিৰৰ পৰা অহা লাইটৰ ক্ষীণ পোহৰত ছয়াঁময়াঁকৈ দেখা তাৰ সৰু কোঠালিটোৰ বস্তুবোৰৰ ওপৰত সি চকু ফুৰালে। একোণত থকা চচপেন, ষ্টভ, কেইটামান বটল, খৰাহী এটা, দুখনমান থাল আৰু বেৰৰ কাষত থোৱা কেইটামান বাতি। মেচি দাখন ক'লৈ গ'ল? সেইখনতো বেৰতে আঁউজাই থোৱা আছিল? সি ভয়তে জিকাৰ খাই উঠিল। সি কেউফালে সাবধানে চকু ফুৰাই চালে। ওপৰলৈ মুখ কৰি শুই থকা লিংগপাও টোপনিতে বেৰৰফালে মুখ কৰি একতীয়া হৈ পৰিল। বিছনাত উঠি বহিব খোজা ষ্টিফেন আগৰ দৰেই পৰি ৰ'ল। তাৰ মনত পৰিল মেচি দাখন সিয়ে বিচনাৰ তলত ভৰাই থৈছিল। সি ডিঙিটো বেঁকা কৰি উলিয়াই বিচনাৰ তললৈ চালে। দাখন কিছু ভিতৰলৈ মাটিতে থোৱা আছিল। সি স্বস্তিৰ উশাহ ল'লে, কিন্তু তাৰ চকুৰ পতা জাঁপ নাখালে।

ৰাতি বহু পৰ হৈছিল। কোনোফালে ক'তো কোনো মানুহৰ মাত এটা শুনা নগৈছিল। কেৱল ৰাস্তাৰ পৰা ভৈ ভৈ অহা কুকুৰৰ ভুকভুকনি শুনিবলৈ পোৱা গৈছিল। অইন দিনা হোৱা হ'লে সি ইমানপৰে টোপনিৰ পৰা দুই এবাৰমান সাৰ পালেহেঁতেন। আজি টোপনি নাহিবই নেকি বাৰু? সি মনৰ ভিতৰত হেঁচা

মাৰি ধৰা তাৰ ভয়বোৰ আঁতৰাবলৈ চেষ্টা কৰিলে। সি তাৰ ওলোটা দিশে শুই থকা লিংগপাওৰ ফালে আকৌ চাই পঠিয়ালে। এতিয়াও সি আগৰ দৰে লৰচৰ নকৰাকৈ একে ধৰণে শুই আছে। সি সঁচাকৈয়ে শুই আছে। সি সঁচাকৈয়ে শুই আছেনে বাৰু? ষ্টিফেনে আকৌ ভাবিলে— মই আজি ৰাতি চকুৰ টিপ নমৰাকৈ ৰাতিপুৱালৈকে এনেদৰেই থাকিব লাগিব নেকি?

দীঘলীয়া অফিচঘৰটোৰ একেবাৰে এমূৰত থকা সৰু কোঠালিটোত সিহঁত একেলগে থকা চাৰিবছৰৰ বেছি হ'ল। কিন্তু তাৰ মনৰ চিন্তাবোৰ আজিৰ দৰে কেতিয়াও ইমান বিষাক্ত হৈ উঠা নাছিল।

'তোমালোকে এতিয়াও একেলগে থাকিবলৈ ইচ্ছা কৰানে?'

সেইদিনা ৰাতিপুৱাই অফিচৰ মুৰব্বীজনে দুয়োকে একেলগে মাতি নি শুধিছিল। আগতে কেতিয়াও নোসোধা প্ৰশ্নটোৰ সিহঁতে একো উত্তৰ দিব পৰা নাছিল। সিহঁতক যে এনেদৰে প্ৰশ্ন কৰিব পাৰে সেই ভাবটো এবাৰলৈও সিহঁতৰ মনলৈ অহা নাছিল। কেইছেকেণ্ডমানৰ মূৰত ইটোৱে সিটোৰ চকুলৈ চাইছিল। যান্ত্ৰিকভাৱে। মাত্ৰ কেইছেকেণ্ডমানৰ বাবে। তাৰ পাছত তললৈ মূৰ কৰি দুয়োটা বহি পৰিছিল।

'তোমালোকৰ মাজত তেনেকুৱা একো নহয়, কিন্তু কোনে জানে? যদি বেয়া কিবা এটা হয়.....তেতিয়া আমাকো মাজত সুমুৱাব।'

সিহঁত দুয়োটাই মনে মনে কথাবোৰ শুনি আছিল। অফিচাৰজনে আকৌ আৰম্ভ কৰিলে—

"তেতিয়া চকীদাৰ আৰু চাফাই কৰা দুয়োটা কাম একেজনেই কৰিব লাগিব। যিহেতু আমি তোমালোকক বেলেগকৈ এটা ঘৰ দিব নোৱাৰোঁ কোনোবা এজন ভাৰাঘৰলৈ যাব লাগিব। তোমালোকে কি ঠিক কৰা কাইলৈৰ ভিতৰত জনাবা।"

এইবাৰো সিহঁতে একো উত্তৰ নিদিলে। সিহঁতে কোঠাটোৰ পৰা নিঃশব্দে ওলাই আহিল। বন্ধু হিচাপে ইমান দিন একেলগে থকাৰ পিছত এনে লাগিবলৈ আৰম্ভ কৰিছে যেন হঠাতে সিহঁত ইটোৱে সিটোৰ পৰা একেবাৰে আঁতৰি পৰিছে। সিহঁত ইটোৱে সিটোৰ মুখলৈ চাই কথা পাতিব নোৱাৰা হ'ল।

"যদি এজন কুকী আৰু এজন নগা একেখন চাদৰ তলত একেলগে থাকি ৰাতি ইজনে সিজনক হত্যা কৰে, এই অফিচটোৰ এটা বেয়া নাম নহ'বনে?"

কাষৰ কোঠাটোৰ পৰা কথাবোৰ ভাঁহি আহিছিল। হেড ক্লাৰ্ক কুলবিধুৱে অফিচৰ বাকী সহকৰ্মীবোৰক কি কৈ আছে ষ্টিফেনে স্পষ্টকৈ শুনিবলৈ পালে। লিংগপাওৱেও যে কথাবোৰ শুনিছে নিশ্চিত আছিল। আগতে এনেধৰণৰ কথা ওলোৱা হ'লে সি কথাবোৰত কোনো গুৰুত্ব নিদিলেহেঁতেন। যদিও এই কেইবছৰত যথেষ্ট লোকৰ মৃত্যু হৈছে সাধাৰণ মানুহক বাদ দি অকল নেতা আৰু উগ্ৰপন্থীকে এইবোৰ কামৰ বাবে দোষাৰোপ কৰা হৈছিল। ষ্টিফেন সদায় এইবোৰ কথা বতৰাৰ পৰা আঁতৰত থাকে। কিন্তু আজি সিহঁত কোনো ধৰণৰ পাতলীয়া ধেমেলীয়া কথা পাতিবলৈ অপাৰগ। সিহঁতৰ দূৰৰ ক'ৰবালৈ পলাই গুচি যাবলৈ ইচ্ছা গৈছে!

"লিংগপাও, তোমাৰ গাঁওখনৰ নাম পাছং বুলি কোৱা নাছিলা জানো? চোৱা আজিৰ কাগজত দিছে চঙোপাও চংলয় নামৰ লোক এজন, তেওঁৰ পত্নী আৰু তিনি বছৰীয়া ছোৱালীজনীক ইহাং নদীৰ ওচৰত গুলীয়াই হত্যা কৰিছে।"

টাইপিষ্ট টম্বিয়ে একেলগে কাকতখন পঢ়ি কথা কৈ কৈ বাতৰিটো দেখুৱাই আছিল। ষ্টিফেনে যেন জীৱনৰ আটাইতকৈ ডাঙৰ আঘাতটো পাইছিল। লিংগপাওৱে কাগজখন থাপ মাৰি লৈ জোৰত খামোচ মাৰি ধৰি একে উশাহতে খবৰটো পঢ়িছিল। তাৰ হাত দুখন অসম্ভৱ কঁপিবলৈ আৰম্ভ কৰিছিল। তাৰ চকু দুটাও ৰঙা হৈ পৰিছিল। তাৰ পিছত সি পিছলৈ ঘূৰি কাকতখন দলিয়াই থৈ কাকো একো নোকোৱাকৈ বাহিৰলৈ ওলাই গৈছিল। ষ্টিফেন এটা খুঁটাৰ দৰে অলৰ অচৰ হৈ পৰিছিল। ই তাৰ বাবেও এটা ভয়ঙ্কৰ দুঃস্বপ্নৰ দৰে আছিল। সি ভালদৰেই জানিছিল যে চঙোপাও লিংগপাওৰ সৰু ভায়েক।

"তোমালোকৰ এই হত্যা, আক্ৰমণ আৰু ইটোৱে সিটোৰ ঘৰত কৰা অগ্নি সংযোগবোৰ....এনেদৰে নহয়। আৰু বহুত মৰিব। কেইদিনমান আগতে মলনমত টাংখুলবোৰক কৰা হত্যাকাণ্ডৰ এইটো এটা প্ৰতিশোধ। বাৰু...লিংগপাও একো নোকোৱাকৈ কিয় ওলাই গ'ল?"

টম্বিয়ে ষ্টিফেনৰ ফাল ঘূৰি চাই শুধিলে।

"মই নাজানোহ্নু"

ষ্টিফেনে আৰু একো নক'লে। তাৰ বেলেগ সম্প্ৰদায়ৰ মানুহ এজনৰ লগত এইবিষয়ে কথা পাতিবলৈ মন নাছিল। সি এইবোৰ কথা ঠাট্টা মস্কৰা কৰাৰ দৰে ক'বলৈ বিচৰা নাছিল। ষ্টিফেনো কোঠালিটোৰ পৰা ওলাই গ'ল। সি চিধা

গেটখনৰফালে আগুৱাই গ'ল।

ষ্টিফেনে আকৌ লিংগপাওলৈ মন দি চালে। আগৰ দৰেই একেধৰণে লৰচৰ নকৰাকৈ শুই আছে। সিও তাৰ দৰে শুই পৰা নাই নেকি? নিশ্চয় সিও শুব পৰা নাই, কিন্তু সি শুব কেনেকৈ? যেতিয়া সি গম পাইছে যে তাৰ ৩০ বছৰীয়া একমাত্ৰ ভায়েক, তাৰ পত্নী আৰু একমাত্ৰ সন্তানটোক হত্যা কৰা হৈছে। সি মদৰ নিচাত সম্পূৰ্ণ ডুব গৈ টিকটিকীয়া ৰঙা চকুৰে ৰাতি বহুত দেৰিকৈ ঘূৰি আহিছিল। কাপোৰ কানি একো নোখোলাকৈয়ে চিধা বিছনাত বাগৰি পৰিছিলগৈ। ৰাতি খোৱা বোৱাও একো নকৰিলে। ষ্টিফেনৰ লগত কথা পাতিবলৈ সাহস হোৱা নাছিল। তাক খাবলৈও একো দিব নোৱাৰিলে। লিংগপাওৱে তাক এটা শব্দও কোৱা নাছিল। যিহেতু ৰাতি বহু দেৰিলৈকে সি ঘূৰি অহা নাছিল, ষ্টিফেনে ধৰি লৈছিল লিংগপাও ইতিমধ্যে নিশ্চয় পাছঙলৈ গ'লগৈ। সি সুধিব বিচাৰিছিল। সি চঙ্খোপাওৰ মৃত্যুৰ বাবে সমবেদনা জনাই কথা পাতিব বিচাৰিছিল। কিন্তু লিংগপাওৰ অৱস্থাটো দেখি সাহস গোটাব নোৱাৰিলে, কথা পতাটো দূৰৈৰ কথা। ৰাতিৰ নিঃশব্দ গভীৰতা বাঢ়ি অহাৰ লগে লগে ক্ৰমান্বয়ে তাৰ বুকুৰ ভিতৰখন এটা অদ্ভুত ভয়ে গ্ৰাস কৰি আনিছে। ষ্টিফেনে আকৌ বিছনাত পিঠিখন দি ওপৰৰ চিলিংখনৰফালে মুখ কৰি পৰি থাকিল। মাজে মাজে ফাটি থকা চিলিঙৰ কাপোৰখন এন্ধাৰত সি দেখা পোৱা নাছিল। তাৰ মনৰ চকুৰ পাহাৰৰ একেবাৰে তলত ইহাং নদীৰ পাৰত থকা সিহঁতৰ চানাকেইথেল গাঁওখন ভাঁহি আছিল। আৰু তাৰ নাতিদূৰৈত থকা কুকী গাঁও পাছংখনো। চানাকেইথেল গাঁৱৰ সৰু বজাৰখনলৈ পাছং গাঁৱৰ মানুহ কিছুমানে নিজৰ খেতিৰ উপজাত সামগ্ৰীবোৰ বিক্ৰী কৰিবলৈ আনে। তেওঁলোকে বজাৰৰ পৰা বস্তু কিনে আৰু লগত লৈ অনাবোৰ বিক্ৰী কৰে। ইহাঙৰ দুয়ো পাৰে থকা বহল মাটিবোৰ দুয়োখন গাঁৱৰে। সিহঁতে একেলগে ধানৰ খেতি কৰে। সিহঁতে একেলগে ইহাং নদীত মাছ মাৰে। আৰু এতিয়া? হাতত অস্ত্ৰ শস্ত্ৰ লৈ সিহঁতে এতিয়া নিজৰ গাঁও পহৰা দিবলগীয়া হৈছে। নিজৰ গাঁৱৰ পৰা এতিয়া মানুহে অকলে বাহিৰলৈ ওলাই যাবলৈ ভয় কৰা হৈছে। ষ্টিফেনে হঠাতে এটা দীঘলকৈ উশাহ ল'লে।

চঙ্খোপাওৱে চানাকেইথেলত মাংস বিক্ৰী কৰিছিল। যিহেতু ষ্টিফেন তাৰ ডাঙৰ ককায়েকৰ বন্ধু আছিল চঙ্খোপাওৱে প্ৰায়ে গাঁৱলৈ ঘূৰি যোৱাৰ আগেয়ে

ষ্টিফেনক কেইটুকুৰামান মাংস দিছিল। কেতিয়াবা সি ৰাতি খোৱা-বোৱা কৰি চানাকেইথেল গাঁৱতেই থাকি গৈছিল। প্ৰায়বোৰ টাংখুল ল'ৰাই তাৰ বন্ধু আছিল। এদিন গধূলি একেলগে বহি থাকোঁতে ষ্টিফেনে চঙোপাওক কৈছিল—

"চঙোপাও, মই শুনিবলৈ পাইছো সিহঁতে আমাৰ নদীখনৰ ওপৰত এটা বান্ধ সাজিব। সিহঁতে চকীদাৰ আৰু খালাছিৰ বাবে গাঁৱৰ মানুহক চাকৰি দিব বুলি শুনিছোঁ। তয়ো কৰিব পাৰ দেখোন।

চঙোপাওৱে সাধাৰণভাৱে উত্তৰ দিছিল—

"মোৰ মন নাই। মই চৰকাৰী চাকৰি কৰিব নোৱাৰিম। মোৰ দৰে এটা অশিক্ষিতে কি কাম কৰিব? তাতকৈ মই হাবিত চিকাৰ কৰিম। মই নদীত মাছ মাৰিম আৰু মই হাবিত খৰি কাটিমহু"

"ঠিক আছে। গোটেই গাত তেজৰ চিটিকনিবোৰ পেলাই মাংসকে বিক্ৰী কৰি থাক!"

ষ্টিফেনে হাঁহি হাঁহি কৈছিল।

"মই গাঁৱতেই থাকিম। কেইদিনমান পিছত সিহঁতে মোক ইম্ফলত থাকিবলৈ ক'ব। মই সেইটো নিবিছাৰোঁ।"

জোনাকৰ পোহৰত চোতালত বহি দুয়োটাই হাঁহিছিল। উখৰুলৰ পাহাৰৰ শাৰীবোৰ, সৰু সৰু গাঁৱৰ ঘৰবোৰ, অকণ অকণ জোপোহাৰে সুন্দৰ ঘাঁহনিবোৰ জোনাকৰ পোহৰত সুন্দৰকৈ দেখা যায়। গীৰ্জাৰ পৰা প্ৰাৰ্থনাৰ শব্দ ভাঁহি আহে। আৰম্ভণিতে মাতবোৰ বেছি ডাঙৰকৈ নাহে। লাহে লাহে শব্দবোৰ ডাঙৰ হ'বলৈ আৰম্ভ কৰে আৰু পাহাৰত ঠেকা খাই প্ৰতিধ্বনিত হয়। সিহঁতে গীতবোৰ স্পষ্টকৈ শুনিবলৈ পাইছিল।

"ব'ল গীৰ্জালৈ যাওঁ।"

খুব মন দি শুনি শুনি চঙোপাওৱে ক'লে

"তয়ো যাবি?"

"অঁ ব'ল ময়ো যাম। মোৰ জীৱ-জন্তু মৰা পাপবোৰ কটা যাব। কোনো কথা নাই, ময়ো টাংখুল ভাষাত প্ৰাৰ্থনা গীত গাম!"

ষ্টিভেনৰ মনত পৰিল— কেনেকৈ চঙোপাওৱে হৃদয়ৰ সমস্ত আবেগ ঢালি গাঁৱৰ গীৰ্জাঘৰত প্ৰাৰ্থনা সংগীত গাইছিল। এনেকুৱা লাগিছে যেন এতিয়াও সি চঙোপাওৰ গীতবোৰ শুনি আছে। গম নোপোৱাকৈ ষ্টিফেনৰ

দুচকুৰে চকুলো ওলাই আহিল। সি মচিবলৈ কোনো চেষ্টা নকৰিলে।

কিমান নিঃশব্দ আছিল ৰাতিটো। ইমান সময় তাক হেঁচা মাৰি ধৰি থকা ভয়টো লাহে লাহে কমিবলৈ আৰম্ভ কৰিছিল। সি লিংগপাওৰ নাকৰ শব্দ শুনিবলৈ পালে। চিলিঙৰ ফালে চাই থকা তাৰ চকুহালি লাহে লাহে জাঁপ খাই আহিল।

"ৰাতিপুৱা হ'বলৈ আৰু কিমান পৰ আছে?"

যোৱাকালি ৰাতিপুৱাৰ পৰাই সি লিংগপাওৰ মুখত এইটো প্ৰথম শব্দ শুনিলে। ষ্টিফেন হঠাতে সাৰ পাই গ'ল। সি বিচনাৰ কাষতে থকা খিৰিকীখন খুলি বাহিৰলৈ চাই পঠিয়ালে। বাহিৰত তেতিয়াও অন্ধকাৰ। লামফেল এলেকাটোৰ সিহঁতৰ কাষৰীয়া অফিচঘৰবোৰ, গছ গছনি, বিল, পুখুৰী আদি সকলোবোৰ তেতিয়াও গাঢ় নীলা অন্ধকাৰত বুৰ গৈ আছিল। সি খিড়িকীখন বন্ধ কৰি দিলে।

"কিছু সময় বাকী আছে। টোপনি অহা নাই?"

"কেনেকৈনো আহিব!"

কেৱল এইকেইটা শব্দ। কেৱল এই দুটা শব্দৰ মাজেৰে তাৰ অন্তৰত জ্বলি থকা জুইকুৰা যেন ওলাই আহিল।

"তই আজি গাঁৱলৈ যাবি নেকি?"

কিছু সময় মনে মনে থাকি ষ্টিফেনে সুধিলে।

"মই নাজানো। মই এচকৰ্ট পামনে নাপাম নেজানো!"

আৰ্মি এচকৰ্ট নোহোৱাকৈ ইম্ফলৰ পৰা সেইখন গাঁৱলৈ বহুদিন বাছ চলাচল বন্ধ হৈ আছে।

"সিহঁতে যোৱাকালিও কোনো এচকৰ্ট নিদিলে নেকি?"

"নাই। ভাবিছোঁ আজি মই যিকোনো উপায়েৰে যামেই। মই শেষ কৃত্যৰ আগতে যেনে তেনে এবাৰ চম্ভোপাও, মোৰ ভাইবোৱাৰী আৰু ভতিজীজনীক চাব বিচাৰোঁ। অহাকালি সিহঁতৰ শৰকেইটা কবৰ দিবহু"

সি আৰু একো নক'লে। শোৱাৰ পৰা উঠি কোণত আউজাই থোৱা ঝাড়ুডাল লৈ দৰজাখন খুলি বাহিৰলৈ ওলাই গ'ল। কাষৰ কোঠাবোৰৰ তলা খোলাৰ শব্দ শুনিবলৈ পোৱা গ'ল। চকুহালি জপাই ষ্টিফেনে আকৌ শুবলৈ চেষ্টা কৰিলে। হঠাতে সি বিচনাৰ পৰা জাঁপ মাৰি উঠি বিচনাৰ তলত থোৱা

মেচি দাখন উলিয়াই সদায় থকাৰ দৰে বেৰত আউজাই থৈ দিলে।

লাইটৰ পোহৰ পৰি সেইখন যেন বেছিকৈ উজলি উঠিছিল। ৰাতিটোৰ বাকি সময়খিনি ভালদৰে শোওঁ বুলি সি চকুহাল জপাই দিলে।◆

(**লেখকৰ চমু পৰিচয়**— কেইশ্যম প্ৰিয়কুমাৰ মণিপুৰৰ এজন বিখ্যাত চুটি গল্প লেখক। তেখেতৰ মনিপুৰী ভাষাত লিখা ৫খন চুটি গল্প সংকলন কিতাপ আকাৰে প্ৰকাশ হৈছে। তেওঁক ১৯৯৮ চনত সাহিত্য অকাডেমী বঁটা প্ৰদান কৰা হয়। ইয়াৰ বাহিৰেও তেখেতৰ তৃতীয় গল্প সংকলন Nongdi Tarakhidare (1995) ৰ বাবে তেখেতক কেইবাটাও সাহিত্য পুৰস্কাৰেৰে সন্মানিত কৰা হয়। পেছাত এজন চিভিল ইঞ্জিনিয়াৰ যদিও তেওঁ কেইবাখনো সাহিত্য সম্বন্ধীয় আলোচনীৰ সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰি আহিছে। তেখেতৰ লিখনীসমূহৰ বিষয়বস্তু সাধাৰণতে মণিপুৰত সঘনাই হৈ থকা সন্ত্ৰাসবাদী কাৰ্যকলাপ আৰু গোষ্ঠীগত সংঘাত আদিত কেন্দ্ৰীভূত।)

# ৰাংকুকুৰ

## মূল গল্প ঃ ইভান বুনিন

## অনুবাদ ঃ ড° বিনীতা নাথ দত্ত

নিশা সাৰে থকাটো মাছেনকাৰৰ পুৰণিকলীয়া অভ্যাস। জাৰৰ নিশাও তেওঁ সাৰে থাকিব পাৰে।

বৰদিনৰ পৰা নতুন বছৰৰ আৰম্ভণিলৈ ঘৰখনৰ আৱহাৱা কিছু গৰম হয়। ঘৰৰ চেহেৰা-পাতিৰো সাল-সলনি হয়। চাপৰ চিলিঙৰ প্ৰকাণ্ড কোঠাবোৰৰ দুৱাৰবোৰ খোলা ৰখা হয়। সদৰ দুৱাৰৰ পৰা চৰাঘৰলৈ প্ৰতি কোঠাতে জ্বলাই ৰখা হয় মমবাতি। প্ৰভু যীশুৰ চাৰিওফালে মমবাতি জ্বলিলে ঘৰখনত এক মোহময় পৰিবেশৰ সূচনা হয়।

বৰদিনৰ আগে আগে ওখ কাঠেৰে সজা মজিয়াবোৰ নিকাকৈ সৰা আৰু মচা হয়। মজিয়াখন শুকালে তাত পাৰি দিয়া হয় ঘোঁৰাৰ চাফা চামৰা। আচবাব-পত্ৰবোৰ নিয়াৰিকৈ সজোৱা হয়। ঘৰৰ বাকী পোহৰ নুমুৱাই জ্বলাই ৰখা হয় মমবাতি। ঘৰখনলৈ নামি আহে নীৰৱতা। তেনে পৰিবেশতেই যেন প্ৰভু যীশুৰ মূৰ্তিৰ ওচৰত পৃথিৱীৰ দুৰ্লভ শান্তিৰ সন্ধান পাব পাৰি।

মাছেনকা কৃষাংগী, চুটি-চাপৰ মহিলা। চুলিৰে ভৰা মূৰ। প্ৰভুলৈ তেওঁৰ অগাধ ভক্তি। বৰদিনত ওৰে নিশাটো সাৰে থাকে বুলি ক'লেও ভুল নহ'ব। সান্ধ্যভোজৰ পাছত মাছেনকা সমুখৰ হলটোলৈ আহে। জোতা খুলি আলোকিত কোঠাবোৰৰ প্ৰহেলিকাময় পৰিবেশত পায়চাৰি কৰে। নিঃশব্দ খোজ সেয়া। প্ৰতিটো কোঠাতে কিছুপৰ ৰৈ ৰৈ, যীশুৰ সমুখত আঁঠু কাঢ়ি সেৱা জনাই হলটোলৈ পুনৰ উভতি আহে। তাৰপাছত ডাঙৰ ক'লা বাকচটোৰ ওপৰত বহি বিৰ্‌বিৰাই প্ৰাৰ্থনা কৰে। মাজে মাজে তেওঁ যেন নিজৰ লগতে কথা পাতে। এনিশা মাছেনকাৰৰ মুখৰ পৰাই শুনিছিলো প্ৰভুৰ প্ৰিয় জন্তু ৰাংকুকুৰটোৰ বিষয়ে। মাছেনকাই ৰাংকুকৰটোক উদ্দেশ্য কৰিও প্ৰাৰ্থনা কৰিছিল।

সেই বিশেষ নিশাতো মোৰ টোপনি অহা নাছিল। ভাবিলোঁ কিতাপ এখনকে পঢ়া যাওক। চৰাঘৰলৈ আহি ভাবিলোঁ মই সাৰে থকা কথাটো মাছেনকাই মন কৰা নাই। তেওঁ মুখেৰে কিবাকিবি বিৰ্‌বিৰাই আছে। শুনিবলৈ

চেষ্টা কৰিলো। এনে লাগিল তেওঁ যেন সমস্ত আকূতিৰে প্ৰভুক কাকুতি কৰিছে — 'প্ৰভুহ্ল দয়া কৰা, মোক ক্ষমা কৰা প্ৰভু।'

'মোৰ কাকুতি তুমি শুনিবলৈ পাইছানে প্ৰভু ? মোৰ কথা অনুভৱ কৰিছানে প্ৰভু ? মোৰ কথা অনু ভৱ কৰিছানে প্ৰভু ? ইহলোকৰ বাট হেৰুওৱা পথিক মই - ইমান ভয়লগা সেই...'

'তুমি হিংস্ৰ সিংহ, বিষধৰ সাপকো বশ কৰিব পাৰা প্ৰভু। তোমাৰ চৰণৰ ভৰত সিংহ-ড্ৰেগন নিপাত হয়...'

মাছেনকাই বৰ দৃঢ়তাৰে শেষৰ বাক্যটো উচ্চাৰণ কৰিলে। তাৰ পাছত দীঘলীয়া হুমুনিয়াহ পেলাই বিৰ্‌বিৰাবলৈ ধৰিলে। এনে লাগিল তেওঁ যেন কাৰোবাৰ লগত বাক-বিনিময়হে কৰিছে।

মাছেনকা পোনে পোনে চাই থকাৰ বাবে প্ৰথমে মোক দেখিবলৈ পোৱা নাছিল। তেখেতে এইবাৰ মূৰ তুলি ওপৰলৈ চালে— 'প্ৰভু, তোমাৰ প্ৰিয় জন্তু ৰাংকুকুৰটোকো কাকুতি জনালোঁ।'

'ভয় নাখাবা মাছেনকা, এয়া মই আছোঁ।'— মই মাছেনকাৰ কাষলৈ আগুৱাই গ'লোঁ।

এইবাৰ তেওঁ থিয় হ'ল,Â মোক অভিবাদন জনালে— 'শুভৰাত্ৰি। নাই নাই, মই ভয় খোৱা নাই। ভয় খাবলৈনো কি হৈছে। সৰুতে মূৰ্খ আছিলোঁ বাবে বৰ ভয় খাইছিলোঁ।'

'ইয়াত বহি লওক মাছেনকা'।

"হ'ব বাৰু। মই থিয় হৈয়ে থাকিম।"

মই তেওঁৰ কান্ধত ধৰি বহুৱাই দিলোঁ। ময়ো ওচৰতে বহি ল'লোঁ। "আপুনি নবহিলে কিন্তু মই গুচি যামগৈ। প্ৰথমে কওক আপুনি ইমানপৰে কাৰ স'তে কথা পাতি আছিল। আপুনি কোনজন প্ৰভুক কাকুতি কৰি আছিল। সঁচাকৈয়ে প্ৰভুৰ ভক্ত কোনো ৰাংকুকুৰ আছেনে এতিয়াও?

মাছেনকা থিয় হ'বলৈ চেষ্টা কৰিলে। মই পুনৰ জোৰকৈ বহুৱাই দিলোঁ —"আপুনি তাৰ মানে কথাটো ক'বই বিচৰা নাই। এই যে আপুনি কাকো ভয় নাখাওঁ বুলি ক'লে। সঁচাকৈয়ে ভয় খাবলগীয়া তেনেকুৱা কিবা আছে নেকি?"

"আঁকা আছে ঠিক। গতিকে প্ৰভুৰ ৰাংকুকুৰটোৰ কথা বিশ্বাস কৰাত বাধা ক'ত কোৱা? মই ছবিখন প্ৰত্যক্ষও কৰিছোঁ।" মাছেনকাই পুনৰ ক'লে।

"সঁচাকৈয়ে কৈছেনে মাছেনকা? ক'ত দেখিছিলে?"

"এয়া বহুদিনৰ আগৰ কথা। ঠিক কিমান আগৰ মনত নাই। ঠাইডোখৰৰ নামো মনত নাই। কেৱল এইখিনি মনত আছে যে তিনি দিন তিনি ৰাতিৰ যাত্ৰাৰ শেষতহে আমি ঠাইখন পাইছিলোঁগৈ। ষ্টিপ হিলছ নামৰ ঠাই এখন আছিল। মোৰ ঘৰ আছিল ৰায়জানত। ঠাইখনৰ নাম শুনিছেই চাগৈ। তাতোকৈ বহু আঁতৰত আছিল সেই ঠাইখন। বৰ দুৰ্গম— ভাষাৰে বৰ্ণাব নোৱাৰি। আমাৰ যুৱৰাজৰ তাত এটা পৰিত্যক্ত এছটেট আছিল। এছটেটখন এসময়ত তেওঁৰ ককাকৰ বৰ প্ৰিয় ঠাই আছিল। পাহাৰৰ চূড়াত কামেনায়া নদীäÂ তাতোকৈয়ো ওপৰত ভূস্বামীৰ ঘৰ। ঘৰটো তিনিমহলীয়াäÂ পাহাৰৰ দৰেই আহল-বহল। ওচৰতে হালধীয়া বৰণৰ গীৰ্জা এটি। গীৰ্জাত প্ৰভুৰ ৰাংকুকুৰটো আধিষ্ঠিত হৈ আছে। গীৰ্জাৰ মাজলৈ গ'লে ৰজাৰ সমাধি দেখিবলৈ পোৱা যায়। ৰজাক সেই ৰাংকুকুৰটোৱে হত্যা কৰিছিল। সমাধিত লোহাৰ ফলক অৰা আছে। ফলকৰ সোঁফালে ৰাংকুকুৰটোৰ ছবি খোদিত কৰা আছে। ৰাংকুকুৰটিয়ে আগঠেং দুখনত ভৰ দি নেজডালত বহি পৰিছে। দুচকু উজ্জ্বল। দৃষ্টি পোনপটীয়া। ধূসৰ বৰণীয়া ৰাংকুকুৰটিৰ মূৰটো বিশাল, তীক্ষ্ণ কাণ, চকু যেন পকা অঙঠা। মূৰৰ চাৰিওফালে সোণালী আলোকচক্ৰ - যি খ্ৰীষ্টান ধৰ্মযাজক বা দেৱদূতৰ ক্ষেত্ৰত দেখা যায়। বৰ চমৎকাৰ দৃশ্য সেয়া। গাৰ নোম থিয় হৈ যায়।"

"অলপ ৰ'বচোন মাছেনকা। এটা কথা বুজি পোৱা নাই, যি ৰাংকুকুৰটোৰ বিষয়ে আপুনি কৈছে তাৰ ছবিখননো গীৰ্জাত কোনে আঁকিলে। কিয়বা আঁকিলে? কুকুৰটোক কিয় প্ৰভুৰ বৰপুত্ৰ বুলি ভবা হ'ল? সমাধিত তাৰ ছবিখননো কিয় অঁকা হ'ল? এই আটাইবোৰ কথাই মোক খুলি কওকচোন মাছেনকা। জানিবলৈ বৰ মন গৈছে।"

মাছেনকাই লাহে লাহে আৰম্ভ কৰিলে- 'মই সেই গাঁওখনলৈ গৈছিলোঁ। মই আছিলোঁ অনাথ, ৰজাৰ কিনা লিগিৰী। মোৰ পিতা ভিন্নদেশী পলাতক বুলি মানুহে বু-বু, বা-বা কৰিছিল। মোৰ মাক সন্তানসম্ভৱা অৱস্থাত এৰি তেওঁ হেনো পলাই গৈছিল।

পিতা নিৰুদ্দেশ হোৱাৰ কিছুদিনৰ পাছত মাও পৰলোকগামী হ'ল। মই তেতিয়া পানীকেঁচুৱা। আলৈ-আথানিৰ দিনবোৰ যে কেনেকৈ পাৰ হৈ গ'লহু মোৰ তেৰ বছৰ বয়সত এজন ৰজাৰ লিগিৰী হ'বলৈ পালোঁ। ৰাজকুমাৰীৰ

সংগী হ'লোঁ। ৰাজকুমাৰীৰ সেৱা-শুশ্ৰূষা কৰাটো মোৰ দায়িত্ব আছিল। এটা সময়ত এনে সময় আহিল যে উঠোঁতে-বহোঁতে ৰাজকুমাৰীয়ে মোকে বিচৰা হ'ল। ৰাজকুমাৰীৰ এজন যুৱৰাজৰে বিয়া ঠিক হৈছিল। এদিনাখন ৰাজকুমাৰে ৰাজকুমাৰীক নিজৰ ককাকৰ স্মৃতিজড়িত পৰিত্যক্ত এছটেটলৈ নিয়াৰ প্ৰস্তাৱ আগবঢ়ালে। ৰাজকুমাৰীয়ে মোকো সংগী কৰিলে। যুৱৰাজৰ ককাকৰ মৃত্যুৰ পাছলৈ এছটেটলৈ কোনো যোৱা নাছিল। এছটেটৰ প্ৰতি ৰজায়ো নজৰ দিয়া নাছিল।

সেইবাবে ঠাইখন চাবলৈ বুলি যুৱৰাজৰ বৰ হেঁপাহ আছিল। যুৱৰাজৰ ককাকৰ মৃত্যুৰ ঘটনাটো আছিল দুঃস্বপ্নৰ নিচিনা। গাঁৱৰ মানুহৰ মুখে মুখে সেই কিম্বদন্তীটো প্ৰচলিত আছিল।

কাষৰ কোঠালিত কিবা পৰাৰ শব্দ হ'ল। মাছেনকা উধাতু খাই লৰি গ'ল। মমবাতি ৰখা পাত্ৰটো পৰি গৈছিল। পাত্ৰটো আগৰ ঠাইত থৈ মাছেনকাই মমবাতিডাল পুনৰ জ্বলাই দিলে। ক'লে— 'দীপশিখাৰ সুৱাসত বৰ পবিত্ৰ পবিত্ৰ লাগি যোৱা নাইনে?'

সঁচাকৈয়ে ঘৰখনত মিঠা সুগন্ধি আমোলমোলাইছে। মমৰ পোহৰত প্ৰভু যীশুৰ মুখখনো উজ্জ্বল দেখা গৈছে। নিশাৰ আকাশ ঘন ক'লা বৰণীয়া। বাহিৰত তুষাৰপাত। খিৰিকীৰ তলত গোট মৰা বৰফ। বাগিচাৰ গছবোৰৰ মূধচত শুভ্ৰ তুষাৰ। মাছেনকাই বাহিৰৰ আকাশখনলৈ চালে আৰু ভক্তিভাৱেৰে প্ৰভুক অভিবাদন জনালে।

"তুমি শুবলৈ যোৱাটোৱে ভাল হ'ব নেকি, নিশাও গভীৰ হ'ল"— তেওঁ মোক ক'লে।

'মানে?'

'গভীৰ নিশাৰ এই নিভৃত সময়খিনি কেৱল গোপনচাৰীৰ বাবেহে। একমাত্ৰ নিশাচৰ চৰাইবোৰেহে এই গভীৰ নিশা সাৰে থাকিব পাৰে। প্ৰভুৱেও যেন পৃথিৱীৰ কথাবোৰ শুনিবলৈ কাণ পাতে। তৰাবোৰে নৃত্য কৰিবলৈ লয় - নদী, সমুদ্ৰৰ বুকুত বৰফৰ স্তূপ হয় -'

'আপোনাৰ টোপনি নাহেনে মাছেনকা?'

'কোনে কয় মই নোশোওঁ বুলি। যিমান প্ৰয়োজন সিমান শোওঁ। মোৰ দৰে বয়সিয়াল মানুহৰ বাবে ইমান টোপনিৰনো প্ৰয়োজন কিয়। গছৰ ডালত

পৰি চৰায়ে টোপনি মৰাৰ দৰে।'

'ৰাংকুকুৰৰ আধৰুৱা কাহিনীটো কওকচোন মাছেনকা।'

"সেয়া এক কাহিনীগাথাও হ'ব পাৰে।'

'হয়নে বাৰু?'

'হয়তো কথাকাহিনী বা প্ৰশস্তি কবিতা। মোৰ গৃহস্বামীয়েও সেই বুলিয়েহে কৈছিল। তেওঁলোকে চাৰণ কবিতাটো আওৰাবলৈ বৰ ভাল পাইছিল। মই কবিতাটো শুনিছিলোঁ। বৰ ভাল লাগিছিল।'

'সঁচাকৈ।'

'সেই উপলব্ধি প্ৰহেলিকাময়। তুমি নুবুজিবা। তেতিয়াৰ কথাবোৰ বৰ অদ্ভুত আৰু কি প্ৰহেলিকাময়হুূ এতিয়া কথাবোৰ ভাবিলে বৰ অবাক লাগে। সেই পুৰণি কথাটো লিগিৰা-লিগিৰীহঁতে প্ৰায়ে আলোচনা কৰিছিল।

ঘটনাটো মহাৰাণীৰ ৰাজত্বকালত হৈছিল বুলি তেওঁলোকে কৈছিল। তেতিয়াৰ যুৱৰাজজন ষ্টিপ হিলছত থাকিছিল। মাক-পুতেকৰ মাজত অহি-নকুল সম্পৰ্ক। মহাৰাণীয়ে যুৱৰাজক তিৰস্কাৰ কৰি চকুৰ আগৰ পৰা আঁতৰি থকাৰ নিৰ্দেশ দিলে। অভিমানী যুৱৰাজ লাহে লাহে অত্যাচাৰী হৈ উঠিল। চৰিত্ৰ হৈ পৰিল লম্পট। সেৰিকা-লিগিৰী কোনো বাচি নগ'ল। যুৱৰাজৰ তেতিয়া সুঠাম চেহেৰা, শৰীৰত প্ৰচুৰ বল। গাঁৱত কোনো ছোৱালীৰ বিয়া হ'লে প্ৰথমে যুৱৰাজৰ শয্যাসংগিনী হ'ব লাগিছিল। নিয়ম বান্ধি দিছিল যুৱৰাজে। পাপ আৰু পাৰা লুকাই থাকেনে? যুৱৰাজেও জীৱনৰ আটাইতকৈ ডাঙৰ পাপটো কৰিবলৈ আগবাঢ়িল। পো-বোৱাৰীৰ ওপৰত তেওঁৰ নজৰ দি। পুতেক পিটাৰ্ছবাৰ্গ সৈন্যবাহিনীৰ উচ্চ পদস্থ বিষয়া আছিল। পিতৃৰ আশীৰ্বাদ ল'বলৈ বুলি নৱ বিবাহিতা পত্নীক লৈ তেওঁ গাঁৱলৈ আহিল। প্ৰথম দৃষ্টিতে শহুৰেকৰ বোৱাৰীলৈ প্ৰেম উপজিল। তেওঁক নিতৌ নতুন নতুন নাৰীৰ সংগ লাগে। ফল ফুলিলে মৌমাখি পৰিবই। কিন্তু তেওঁৰ এই লালসা কিছু ব্যতিক্ৰম নাছিলনে? বোৱাৰীয়েকৰ বয়সেইনো কিমান? তেওঁৰ কন্যাৰ বয়সৰ সমান। অথচ তেওঁ নজৰ দিলে বোৱাৰীয়েককহে।

তাৰ পাছত?

পুতেকে পিতাকৰ কু-অভিসন্ধি বুজি পালে। সেই ৰাতিয়েই পলাই যোৱাৰ আঁচনি কৰিলে। তিনিটা ঘোঁৰাৰ ঘোঁৰাগাড়ী এখন সাজু কৰা হ'ল। গভীৰ নিশা।

যুৱৰাজ টোপনিত। এয়াই সুযোগ। পুতেক-বোৱাৰীয়েক মনে মনে ঘোঁৰাগাড়ীত উঠিলহি। গভীৰ শীতৰ ভয়ানক নিশা সেইটো। ইমানেই জাৰ যে জোনৰ চাৰিওফালে স্পষ্টকৈ পোহৰৰ বিকিৰণ দেখা গৈছিল। সেইদিনা বাহিৰৰ ক'ৰবাত ক'ৰবাত মানুহৰ সমান জোখৰ বৰফ পৰিছিল। টোপনিৰ ভাও জুৰি থকা যুৱৰাজ জাঁপ মাৰি উঠি হাতত পিষ্টল লৈ ঘোঁৰা চেকুৱালে। উদ্দেশ্য পুতেক-বোৱাৰীয়েকক অনুসৰণ কৰা।

বৰ সোনকালেই যুৱৰাজ ঘোঁৰাগাড়ীৰ ওচৰ পালেগৈ -'পলাবলৈ চেষ্টা নকৰিবা, গুলীয়াই দিম।'

ঘোঁৰাগাড়ী নৰ'ল, দুগুণ গতিৰে আগুৱাই থাকিল।

ধৈৰ্যচ্যুতি ঘটা যুৱৰাজে ট্ৰিগাৰ টিপিলে। গুলী লাগি সোঁ আৰু বাঁও ফালৰ দুয়োটি ঘোঁৰা ধৰাশায়ী হ'ল। মাজৰ ঘোঁৰাটোৰ পিনে পিষ্টল টোৱাবলৈ লওঁতেই সুদূৰৰ জোনৰ শুভ্ৰ আলোকৰ মাজৰ পৰা পলাই আহিল ৰাংকুকুৰটো। তাৰ অঙঠা যেন ৰঙা, উজ্জ্বল চকুযুৰিয়ে যুৱৰাজকে লক্ষ্য কৰিছিল। বৰফৰ ওপৰেৰে আহি থকা ৰাংকুকুৰটোক যুৱৰাজে গুলী মাৰিবলৈ উদ্যত হ'ল। তাৈল ৰাংকুকুৰৰ ভ্ৰূক্ষেপ নাই, সি আগবাঢ়ি আহি থাকিলäÂ যুৱৰাজৰ ওপৰতে জঁপিয়াই পৰিল। যুৱৰাজৰ গল ছিৰাছিৰি কৰি পেলালে। হোলোকা হোলোকে তেজ উফৰি পৰিল।

'হে প্ৰভু, এয়াতো এক আতংকৰ কাহিনী, মাছেনকা?'

''কাহিনীটো শুনি মনত ৰং লাগিলে পাপ হ'ব। প্ৰভুৰ বিচাৰ চোৱা, এয়া প্ৰভুৰ চমৎকাৰ নহয়নো কি?

'প্ৰভুৰ চমৎকাৰহু কিন্তু যুৱৰাজৰ হত্যাকাৰী ৰাংকুকুৰটোৰ ছবি গিৰ্জাৰ যুৱৰাজৰ সমাধিত আঁকা কথাটোৰেই মনত খু-দুৰাই আছে। কথাটো জানিবলৈ বৰ মন গৈছে।'

'এয়া আছিল যুৱৰাজৰ শেষ ইচ্ছা। ঘৰলৈ অনাৰ পাছত তেওঁ কিছু সময় বাচি আছিল। অন্তিম সময়ত তেওঁ নিজৰ ভুল স্বীকাৰ কৰি গৈছে। তেওঁৰ শেষ ইচ্ছাক সন্মান জনাই তেওঁৰ সমাধিৰ কাষতে ফলকত ৰাংকুকুৰৰ ছবি চিৰকালৰ বাবে আঁকি ৰখা হৈছে।'◆

(**লেখকৰ চমু পৰিচিতি** ঃ ছোভিয়েট ৰুছিয়াৰ প্ৰথমজনা সাহিত্যৰ নবেল বঁটা বিজয়ী। তেওঁৰ গল্পত ধ্ৰুৱক ৰুচ সমাজখনৰ সমাজ ব্যৱস্থা প্ৰতিফলিত হয়। Mitya's love তেওঁৰ বিখ্যাত গল্প। 1870 চনৰ 22 অক্টোবৰত তেওঁ জন্ম।)

# নীলকণ্ঠ

## মূল গল্প ঃ ৰুবেন দেৰিও (নিকেৰোগুৱা)
## অনুবাদ ঃ জ্যোৎস্নাৰাণী বৰ্মন

ঠাই হিচাপে পেৰি যিমান উচ্ছল, তিমানেই ভয়ংকৰ। প্লাস্বিয়াৰ কাফেলৈ যিসকলৰ অহা-যোৱা আছে সেই সকলো কবি, শিল্পী, সাহিত্যিকৰ আটাইবোৰেই বে'ছ ভাল, মেধাৱী আৰু উচ্চাভিলাষী। কিন্তু তেওঁলোকৰ মাজৰ অইন কোনোৱেই গাৰ্চিনতকৈ জনপ্ৰিয় নাছিল। গাৰ্চিনক প্ৰায় সকলো সময়তে খুব গহীন, বিষণ্ণ হৈ থকা দেখা গৈছিল। তেওঁ আছিল স্বপ্নবিলাসী, খুব বেছিকৈ মদপান কৰিলেও কেতিয়াও মাতাল হৈ উঠা নাছিল, চাৰণ কবিসকলৰ দৰে পূৰ্ব-প্ৰস্তুতি নোহোৱাকৈয়ে অতি সুন্দৰ কবিতা ৰচনা কৰিব পাৰিছিল।

য'ত আমি আটায়ে মিলি হৈ-হাল্লা কৰিছিলোঁ, সেই বেচিজিল ঘৰটোৰ বেৰকেইখন ভবিষ্যতৰ ডেলাক্ৰোইক্সৰ ছবি আৰু স্কেচেৰে ভৰ্তি আৰু মাজৰ খালী ঠাইবোৰত লিখা আছে আমাৰ নীলা চৰাইৰ অজস্ৰ কবিতা।

নীলা চৰাইটো হ'ল আমাৰ দলটোৰ প্ৰাণবিন্দুস্বৰূপ যুৱক গাৰ্চিন। আমিয়েই তাৰ নামকৰণ কৰিছিলোঁ। কিন্তু আমি তাক কিয় সেইটো নামেৰে মাতিছিলোঁ তাক আপোনালোকে নিশ্চয় নাজানে।

চখতে বা এনেয়ে নহয়। এজন সৰু ল'ৰা বা পাগলৰ দৰে আমি যেতিয়া হাঁহিছিলোঁ, সি তেতিয়াও মদৰ বটলৰ স'তে একাত্ম হৈ আছিল। চেলাউৰিযোৰ কোঁচ খুৱাই চাদৰ ফালে কিয় চাই আছে বুলি সুধিলে সি শেঁতা হাঁহি এটা মাৰি কৈছিল ঃ 'কিয়নো মোৰ ভিতৰত বাহ সাজিব ধৰিছে এটি নীল বৰণীয়া চৰায়ে.....।'

বসন্তৰ দিনকেইটাত সি গাঁৱৰ ফালে ফুৰিবলৈ যাবলৈ ভাল পাইছিল। কৈছিল যে অৰণ্যৰ সতেজ বতাহ তাৰ হাওঁফাওঁৰ বাবে অত্যন্ত উপকাৰী। উভতি অহাৰ সময়ত সদায়ে হাতত লৈ আহিছিল ভায়োলেট ফুলৰ থোপা আৰু মুকলি আকাশৰ তলত শুকান পাতৰ খচ্‌মচনিৰ মাজত বহি লিখা প্ৰেমৰ কিছু কবিতা। ভায়োলেট ফুলৰ থোপাটো আনিছিল তাৰ ঘৰৰ ওচৰতে থকা নিনি নামৰ

ছোৱালীজনীৰ বাবে, ছোৱালীজনীৰ গাল দুখন আচৰিত ধৰণে মসৃণ আৰু গোলাপী, চকু দুটা ঘন নীলা। আৰু কবিতাবোৰ আমাৰ বাবে। সেইবোৰ পঢ়ি আমি আটায়ে সমস্বৰে প্ৰশংসা কৰিছিলোঁ। গাৰ্চিনৰ প্ৰতিভাত আমি আটায়ে মুগ্ধ আৰু ভৱিষ্যতে সি যে খুব নাম কৰিব পাৰিব সেই বিষয়ে আমি নিশ্চিত। সিদিনাখন তাৰ ভিতৰৰ নীলা বৰণীয়া চৰাইটো আকাশৰ বহু ওপৰলৈ পাখি কোবাই কোবাই উৰি যাব। সঁচাকৈয়ে চমৎকাৰহে হ'ব' আৰু এপিয়লাকৈ মদিৰা দে।

গাৰ্চিনৰ মতে ফুলৰ ভিতৰত নাৰ্জী ফুলেই আটাইতকৈ সুন্দৰ, মূল্যবান মণিবোৰৰ ভিতৰত নীলকান্ত মণি, সীমাহীনতাৰ ভিতৰত আকাশ আৰু ভালপোৱাৰ ভিতৰত নিনিৰ চকু দুটা। সি প্ৰায়েই কৈছিল ঃ 'একঘেয়ামিতকৈ স্নায়ৱিক দুৰ্বলতা বহুগুণে ভাল।'

গাৰ্চিনে কেতিয়াবা স্বাভাৱিকতকৈও বেছি বিষণ্ণ বোধ কৰিছিল আৰু তেতিয়াই সি উদাসীনভাৱে গছ-গছনিৰ মাজে মাজে ঘূৰি ফুৰিছিল, বিলাসী গাড়ী, ভালকৈ সাজ-পোছাক পিন্ধা পুৰুষ, আনকি ৰূপহী নাৰীৰ ফালেও ঘূৰি নাচাইছিল। সোণাৰীৰ দোকানৰ সমুখেৰে যোৱাৰ পৰত তাৰ মুখখনত এটা বিদ্ৰূপৰ হাঁহি বিৰিঙি উঠা দেখা গৈছিল, কিন্তু যিকোনো কিতাপৰ দোকানৰ সমুখত থিয় হৈ প্ৰতিখন কিতাপ খুটি খুটি চাইছিল, আটকধুনীয়া কোনো সংস্কৰণ চকুত পৰিলেই সি কৈ উঠিছিল যে 'সঁচা কথা ক'বলৈ গ'লে মই বৰ ঈৰ্ষা অনুভৱ কৰিছোঁ' আৰু এই অস্বস্তিকৰ অনুভূতিৰ পৰা মুক্তি পাবলৈ সি আকাশৰ পিনে চাই দীঘল হুমুনিয়াহ কাঢ়িছিল, তাৰ পাছত আমাৰ সন্ধানত লৰালৰিকৈ কাফেলৈ আহি পানীয়ৰ ফৰ্মাইচ দিছিল আৰু নিজেই নিজকে কোৱাৰ দৰে গুণগুণাইছিল ঃ 'হয়, মোৰ মূৰৰ ভিতৰত বন্দী নীল বৰণীয়া চৰাইটোৱে মুক্তি পাব বিচাৰিছে।'

বহুতেই গাৰ্চিনৰ মতিভ্ৰম হোৱা বুলি ভাবিব পাৰে।

এজন মনোবিজ্ঞানীক দেখুওৱাৰ পাছত তেওঁ জনালে যে এইটো এটা বিশেষধৰণৰ উন্মত্ততা। তেওঁৰ দীৰ্ঘদিনৰ ডাক্তৰী অভিজ্ঞতাক সন্দেহ কৰাৰ আৰু কোনো অৱকাশ নাথাকিল। তাৰ মানে এতিয়া নিশ্চিতভাৱে ধৰি ল'ব পাৰি বেচেৰা গাৰ্চিনটো সঁচাকৈয়ে পাগল হৈছে।

এদিন সি নৰমেণ্ডিত কাপোৰৰ ব্যৱসায় কৰা তাৰ বৃদ্ধ পিতৃৰ পৰা এখন

চিঠি পালে, যাৰ সাৰাংশ এনেকুৱা ঃ

"পেৰিত তোমাৰ অস্বাভাৱিক আচৰণৰ খবৰ মই পাইছোঁ। তথাপি তুমি তাত থকা সময়ছোৱাত মোৰ পৰা এটা ফুটাকড়িও নোপোৱা। তাতকৈ তুমি উভতি আহি মোৰ দোকানৰ হিচাপ-নিকাচখিনি চম্ভালাটোহে ভাল বুলি মই ভাবো। এলেহুৱা ক'ৰবাৰহু মনত ৰাখিবা, তোমাৰ সেই সামান্য, অৰ্থহীন লিখা-মেলাবোৰ পুৰি পেলালেহে মোৰ ফালৰ পৰা টকা পাবা।"

'তুমি যাবা নহয়?'

'সঁচাকৈয়ে নোযোৱা?'

'এতিয়া কি কৰিম বুলি ভাবিছা?'

চাৰ্ব্বাছ গাৰ্চিনহু চিঠিখন সি ফালি পেলালে, তাৰ পাছত খিৰিকীৰে বাহিৰৰ ফালে হাওলি, হো-হোকৈ হাঁহি আৰু কোনোধৰণৰ প্ৰস্তুতি নোহোৱাকৈয়ে কেইটামান পংক্তি ৰচনা কৰিলে, যাৰ শেষৰ স্তৱকটো আছিল এনেধৰণৰ যদিহে মোৰ স্মৃতিয়ে মোক বিশ্বাসঘাতকতা কৰা নাই ঃ

'সঁচাকৈয়ে মই অলসতাৰ বাবে স্থবিৰ হৈ পৰিছোঁ
তথাপি মই উপহাস কৰিব নোৱাৰো মোৰ নিয়তিক
অন্ততঃ যেতিয়ালৈকে মোৰ ভিতৰত বন্দী কৰি ৰাখিছোঁ
শান্ত আৰু নিমাখিত নীল বৰণীয়া চৰাইজনী।'

তাৰ পাছৰে পৰা গাৰ্চিনৰ চৰিত্ৰৰ দ্ৰুত পৰিৱৰ্তন ঘটিবলৈ ধৰিলে। ল'ৰাজনৰ মুখখন আৰু উচ্ছল হৈ উঠিল, সি এটা নতুন কোট কিনিলে আৰু এটা সুন্দৰ দীঘল কবিতা লিখিবলৈ আৰম্ভ কৰিলে আৰু স্বাভাৱিকতে কবিতাটিৰ নামকৰণ কৰিলে 'নীল বৰণীয়া চৰাই'।

প্ৰতিটো সন্ধিয়াৰ মজলিচত আমাক সি নতুন ৰচনাৰ কিছু কিছু অংশ পঢ়ি শুনোৱাটো একপ্ৰকাৰ নিয়মত পৰিণত হৈছিল। আংগিক আৰু গভীৰতাৰ ফালৰ পৰা সেইবোৰ সঁচাকৈ বৰ উচ্চখাপৰ আছিল। ইয়াত চিত্ৰিত কৰা হৈছে সুন্দৰ জিলমিল এখন আকাশ, মনোমোহা দৃশ্যাৱলী, যেন কোনোবা যাদুকৰৰ মায়াৱী স্পৰ্শত ফুটাই তোলা হৈছে এখন গাঁও, ফুলৰ পাহিত শিশুৰ মুখ, নিনিৰ বৈ পৰা এহাল চকু, এই সকলোবোৰৰ ওপৰেৰে পাখি মেলি উৰি যাব খুজিছে এটি নীল বৰণীয়া চৰায়ে, যিটো কেতিয়া আৰু কেনেকৈ কবিৰ ভিতৰত বাহ বান্ধিছে তাক কোনেও নাজানে। ইমানদিনে বন্দী হৈ আছিল। উৰিবলৈ যেতিয়াই

পাখি দুখন মেলিবলৈ বিচাৰিছে, তাৰ মূৰৰ চাৰিওফালৰ বেৰত আঘাত হানিছে, তেতিয়াই কবিয়ে চকু মেলি চাইছে আকাশৰ পিনে, কপালখন কোঁচ খাই গৈছে, পান কৰিছে মদিৰা আৰু ঘনঘনকৈ চিগাৰেট হুপিছে। কবিতাটোৰ বিষয়বস্তু মূলতঃ এনেধৰণৰ।

এদিন ৰাতি গাৰ্চিন আহি প্ৰাণখুলি হাঁহিলে, কিন্তু তেনেদৰে হাঁহিলেও তাক সেইখিনি সময়ত গভীৰ দুখত আচ্ছন্ন হৈ থকা যেন লাগিছিল।

তাৰ ৰূপহী প্ৰণয়িনীক সমাধিস্থললৈ লৈ যোৱা হৈছে।

"তোমালোকৰ বাবে এটা সুখবৰ আছে। সঁচাকৈয়ে বৰ ভাল খবৰ। মোৰ কবিতাটো প্ৰায় সম্পূৰ্ণ হৈছে। নিনিয়ে মৃত্যুৰ শীতল কোলাত জিৰণি লৈছে। চোৰাচোন বসন্ত আহিল আৰু নিনি আঁতৰি গ'ল। অথচ গাঁৱৰ ৰাস্তাত ভায়োলেট ফুলবোৰ সদায়ে ফুলি থাকিব। এতিয়া কেৱল কবিতাটোৰ উপসংহাৰখিনিহে বাকী। তাৰ পাছতেই আমি এৰা-এৰি হ'ম। অৱশ্যে এই উপসংহাৰটোৰ নাম হ'ব—

'নীল বৰণীয়া চৰাইজনীয়ে কেনেকৈ আকাশত পাখি মেলিলে।'

বসন্ত কাল আহি পাইছেহি। গছপাত ফুলেৰে ভৰি পৰিছে।মেঘবোৰ পুৱতি নিশা ৰক্তিম। সন্ধিয়া ধূসৰ। মধুৰ পছোৱাই মৃদুভাৱে চুই জোকাৰি গৈছে গছৰ পাত আৰু টুপীৰ ফিটা। গাৰ্চিন এতিয়া আৰু গাঁৱলৈ নাযায়। নতুন পোছাক পিন্ধি আমাৰ প্ৰিয় কাফে প্লাম্বিয়াৰলৈ আহে, আগৰ দৰেই বিষণ্ণ, নিস্তেজ ওঁঠেৰে হাঁহে।

"হে মোৰ প্ৰিয় বন্ধুসকলহঁ' —এদিন সি ক'লে ঃ 'মোক এবাৰকৈ আঁকোৱালি ধৰা। তোমালোক আটায়ে মোক অন্তৰৰ পৰা বিদায় জনোৱা। নীল বৰণীয়া চৰাইজনীয়ে এইবাৰ পাখি মেলিছে....।'

বেচেৰা গাৰ্চিনটোৰ চকু দুটা চলচলীয়া হৈ উঠিল। আমাৰ প্ৰত্যেকৰে হাতবোৰ সি এবাৰকৈ জোৰেৰে চেপি ধৰিলে, তাৰ পাছত গুচি গ'ল।

আমি কোৱাকুই কৰিলো—'বেহিচাবী সন্তান, গাৰ্চিন এইবাৰ নৰমেণ্ডিলৈ তাৰ দেউতাকৰ ওচৰলৈ উভতি যাব। বিদায় কাব্যৰ দেৱী, বিদায় সৌন্দৰ্যৰ অধিষ্ঠাত্ৰী দেৱী। আমাৰ প্ৰিয় কবিয়ে এতিয়াৰ পৰা কাপোৰৰ ব্যৱসায়ত নামিবলৈ সিদ্ধান্ত লৈছে। হেৰ', গাৰ্চিনৰ বাবে এপিয়লা উছৰ্গা কৰা।'

আমি যিবোৰে কবিৰ বেচিজিল ঘৰটোত হৈ-চৈ কৰিছিলোঁ, প্লাম্বিয়াৰ

কাফেৰ সেই আটাইবোৰ বন্ধুৱে পিছদিনাখন ৰাতিপুৱা বিহ্বল, আতংকত ম্লান শোকাকুল হৃদয়েৰে গাৰ্চিনৰ ঘৰত উপস্থিত হ'লোঁ। তেজেৰে ৰঙীন এখন বিছনাত সি শুই আছিল, বুলেটৰ আঘাতত মূৰটো ক্ষত-বিক্ষত। গাৰুৰ চাৰিওফালে চিটিকি পৰিছে মস্তিষ্কৰ ৰক্তাক্ত অংশ...., সঁচাকৈলে গাৰ নোম শিয়ৰি উঠা দৃশ্য।

প্ৰথমে আঘাতটো চম্ভালি লৈ আমি আমাৰ প্ৰিয় বন্ধুজনৰ মৃতদেহটোৰ ওপৰত কান্দোনত ভাঙি পৰিলো আৰু ঠিক তেতিয়াই চকুত পৰিল তাৰ সেই বিখ্যাত কবিতাটো। শেষৰটো পৃষ্ঠাত লিখা আছিল তলৰ শব্দবোৰ ঃ

'আজি এই বসন্ত কালত অসহায় নীল বৰণীয়া চৰাইজনীৰ বাবে মই সজাৰ দুৱাৰখন খুলি দিলো।'

হায় গাৰ্চিন, আজিলৈকে কিমান মানুহে যে তোমাৰ দৰে অকথ্য মানসিক যন্ত্ৰণাত ভুগিছে, তাক কোনে জানে!◆

(**লেখকৰ চমু পৰিচিতি** ঃ আধুনিক কাব্য আন্দোলনৰ অন্যতম লেখত ল'বলগীয়া কবি ৰুবেন দেৰিওৰ জন্ম হৈছিল ১৮৬৭ চনত। কেৱল নিকেৰোগুৱা, লেটিন আমেৰিকা অথবা স্পেইনৰ নহয়, তেওঁ সমগ্ৰ আধুনিক বিশ্ব সাহিত্যৰ এক উল্লেখযোগ্য ব্যক্তিত্ব। যদিও ৰুবেন দেৰিও মূলতঃ কবি, প্ৰথম অৱস্থাত কিছু চুটি গল্পও ৰচনা কৰিছিল, আংগিক আৰু মননৰ গভীৰতাৰ ফালৰ পৰা যিবোৰৰ বৈশিষ্ট নিসন্দেহে অনস্বীকাৰ্য। তেওঁৰ মৃত্যু হৈছিল ১৯১৬ চনত।)

# লা পিৰ'চিত ফাঁচী

## মূল গল্প ঃ কনিষ্ঠ ডুমা

## অনুবাদ ঃ সিদ্ধাৰ্থ গোস্বামী

'আপুনি বাৰু লা পিৰ'চিৰ বিষয়ে জানেনে?'

নাজানে? ময়ো নাজানো। সেয়ে আপোনালোকক সেই বিষয়ে বৰ্ণনা কৰি মই মোৰ লেখক হিচাপে থকা সুবিধাৰ অপপ্ৰয়োগ নকৰোঁ, বিশেষভাৱে এনে বৰ্ণনাবোৰ আপোনাৰ আৰু মোৰ বাবে মহা বিৰক্তিদায়ক হ'ব। কুপাৰ[1]ৰ আমেৰিকাৰ হাবিৰ নিৰ্মল বৰ্ণনা বা চতিউব্ৰাইণ্ড[2]ৰ মিচিছিপিৰ বৰ্ণনাৰ কথা সুকীয়া, কিন্তু যদি ঠাইখনৰ লগত আত্মীয়তা নথকাকৈ কল্পনাৰে লেখকে সাধাৰণভাৱে সেই ঠাইৰ বৰ্ণনা কৰে তেন্তে সেই বৰ্ণনা ইমান ফলপ্ৰসূ নহ'ব বা পাঠকেও সেইবোৰ পঢ়াৰ প্ৰয়োজনবোধ নকৰিব। গতিকে কথাটো হ'ল যে, যিবোৰ দেশ আমাৰ পৰা দূৰত, সেইবোৰৰ সম্পৰ্কত কল্পনা কৰিবলৈ হ'লে সেইসকল কাব্য-ভ্ৰমীৰ সহায় ল'ব লাগিব, যিসকলে সেইবোৰ ইতিমধ্যে ভ্ৰমণ কৰিছে। চিত্ৰ, স্থাপত্য বা সংগীততকৈ সাহিত্যৰ সুবিধা এইখিনিতেই যে ইয়াত উপলব্ধ তিনি ধৰণৰ সুবিধা হৈছে, ইয়াত এটা শব্দতে এখন ছবি, এটা খণ্ডবাক্যৰে এটা ভাস্কৰ্য আৰু এটা পৃষ্ঠাতে সুৰ সৃষ্টি কৰিব পাৰি। সুবিধাকেইটা আছে ঠিকেই, কিন্তু এই সুবিধাৰ অপপ্ৰয়োগ কৰিলে নহ'ব। কলাৰ নিজস্ব প্ৰকাশিকা শক্তিৰ বাবে ঠাই এৰি যোৱা উচিত।

মই নিজেও তাকেই কৰো বা তাৰ ব্যতিৰেকে কিবা কৰিবলৈ ভাল পৰামৰ্শও নাপাওঁ। যেতিয়া মোৰ ওচৰৰ দেশ এখনৰ বিষয়ে বৰ্ণনা কৰিবলগা হয় মই পাঠককে পুনঃস্মৰণৰ বাবে এৰি দিওঁ যদিহে তেওঁলোকে পূৰ্বে সেই ঠাই দেখিছে বা যদি দেখাও নাই সেই ঠাইৰ কল্পনা কৰিবলৈ সুযোগ দিওঁ। পাঠকেও তেতিয়া পঢ়িবলৈ পোৱা অংশৰ জৰিয়তে বাকী ৰৈ যোৱা অংশ সম্পৰ্কত ভাবৰ ভাগ-বাটোৱাৰা কৰিব পাৰিব। পাঠকক ই ভাল লগাব আৰু এটা বিশ্বাস জন্মাব যে বাকী ৰৈ যোৱা অংশ পূৰ্ণ কৰিব পৰা ক্ষমতা তেওঁৰ আছে। পাঠকক ভালৰি লগাবলৈ ইয়েই হৈছে আটাইতকৈ ভাল উপায়। তদুপৰি সত্যৰ জগতখনে জানে সাগৰখন কেনে এখন সমতল, এখন হাবি, এখন নীলা

আকাশ, সূৰ্যৰ প্ৰভাৱ বা ধুমুহাৰ প্ৰভাৱৰ কথা। গতিকে এইবোৰ উত্থাপন কৰি থকাৰ প্ৰয়োজন ক'ত? তাতকৈ ৰুবেন[3] বা ডেলাক্ৰ[4] দৰে ব্ৰাছ্‌ৰ এবাৰ লেহ্নতে দৃশ্যটো অংকন কৰা বহু ভাল। গতিকে অযথা বৰ্ণনা কৰি থকাতকৈ মূৰ্ত কৰিব বিচৰা মূল বিষয়ক সজীৱ কৰাত অধিক গুৰুত্ব দিব লাগে।

পৃষ্ঠাৰ পিছত পৃষ্ঠা আপুনি বৰ্ণনাৰে ভৰাই পাঠকক সিমানকণো আনন্দ দিব নোৱাৰে যিমানকণ আনন্দ বুৰ্জোৱা মানসিকতাৰ এজনে এপ্ৰিল মাহত 'বইছ দি ভিনচেনেছ'ৰ দৰে মাদকতাময় ঠাইৰ মাজেদি যাওঁতে পায় বা আখৰ চিনি নোপোৱা ছোৱালী এজনীয়ে তাই প্ৰেমিকৰ লগত মাজনিশা ৰোমেনভিলেৰ কাঠনি বা ইংহেইনৰ উদ্যানৰ মাজেৰে যাওঁতে অনুভৱ কৰে। আমাৰ মন-হৃদয়ত দৃশ্যবোৰৰ একোটা ভঁৰাল আছে যিটো নিৰ্মিত হৈছে আমাৰ স্মৃতিৰ দ্বাৰা আৰু যি পৃথিৱীৰ সকলো গল্পৰে পৃষ্ঠভূমি হিচাপে ভূমিকা বহন কৰে। দৃশ্যপট এটা ভাসমান কৰিবলৈ এটা শব্দৰহে প্ৰয়োজন, দিন নাইবা ৰাতি, শীত নাইবা বসন্ত, শান্তি নাইবা ধুমুহা, কাঠনি নাইবা সমভূমি।

গতিকে মই এতিয়া আপোনালোকক এইটোৰেই ক'ম যে এই কাহিনী আৰম্ভ হোৱাৰ সময় ব'হাগ মাহৰ দুপৰীয়া আছিল আৰু যিটো ৰাষ্ট্ৰীয় ঘাইপথেৰে আমি প্ৰৱেশ কৰিম সেই ঘাইপথটোৰ বাঁওফালে সাগৰ আৰু সোঁফালে সৰু সৰু হালধীয়া ফুলৰ কিছুমান জোপোহা আছিল। তেনেকৈ কোৱা মাত্ৰকতে আপোনালোক সকলোৱে তৎক্ষণাৎ জানিব যে মই কি কি কোৱা নাই, যেনে জোপোহাবোৰ সেউজীয়া বা সাগৰখনত সাগৰীয় সংগীত ভাঁহি আছিল বা আকাশখন নীলা বা সূৰ্যটো উমাল বা পথটো ধূলিয়ৰি ইত্যাদি।

মই মাত্ৰ এটা কথাহে সংযোগ কৰিব বিচাৰোঁ যে সেই ঘাইপথটো য'ত ব্ৰিটেনিৰ পাৰত বলা বতাহজাক লা পটেৰিৰ পৰা লা পিৰ'চিলৈ গৈছে। পিৰ'চি হৈছে এখন গাঁও, যাৰ বিষয়ে মই একোৱেই নাজানো, কিন্তু যিখন হ'ব পাৰে বাকী সকলো গাঁৱৰ দৰে একেই। আমি এতিয়া পোন্ধৰ শতিকাৰ আৰম্ভণিত আছোঁ।

দুটা ঘোঁৰাই দুজন খেতিয়কৰ বোজা লৈ ঘাইপথেৰে এটা লয়ত গৈ আছে, তেওঁলোক দুজন সম্পৰ্কত বাপেক-পুতেক।

"আমি সময়মতে গৈ পামগৈ নে?"Ð পুতেকে সুধিলে।

"পামগৈ, দুই বজাৰ আগত নহয়'’Ð দেউতাকে উত্তৰ দিলেÐ

"বেলিয়েও বাৰ বাজি পোন্ধৰ মিনিট যোৱাৰ ইংগিত দিছে।"

"অ' অ', মোৰ যে সোনকালে চাওঁ চাওঁ লাগিছে।"

"ময়ো তাকেই ভাবোঁ।"

"তেনেহ'লে সি যিটুকুৰা কৰচ চুৰ কৰিছিল তাতেই ওলমাব?"

"হয়।

"সিনো সেই কৰচ চুৰি কৰাৰ চয়তানী বুদ্ধিটো ক'ত পালে?"

"এইটো এনেকুৱা বুদ্ধিও নহয় যে পাবলৈ জটিল—"

"কৰচটুকুৰাৰ কাৰণেই!'—পুতেকে বাপেকৰ কথাৰ মাজতে টপৰ্কৈ মাত মাতি কাহিনী কথনৰ সোৱাদ ল'ব বিচাৰিছে।

"আৰু সেইপাতো সি নাপালে?"

"সেইপাত ধুনীয়া আছিলনে?"

"মানুহে কয় বিৰাট ধুনীয়া, সোণেৰে তিৰ্বিৰাই থাকে।"

"সিহঁতে তাক হাতে-লোটে ধৰিছিল নে?"

"হয়, তুমিও জানা, ময়ো জানো যে, এনেকুৱা কৰচ হাই-উৰুমি সৃষ্টি নকৰাকৈ কেতিয়াও নাযায়, ই ইয়াৰ মালিকৰ পৰা নিজে কেতিয়াও আঁতৰি নাযায়।"

"তেতিয়াহ'লে এইডাল লোহাৰহে আছিল নেকি?"

"সিহঁতে শব্দ শুনি সাৰ পাইছিল।"

"আৰু লগে লগে মানুহটোক ধৰিলে নে?"

"তৎক্ষণাৎ ধৰিব পৰা নাছিল, ভয়ে ভয়েহে আগবাঢ়িছিল।"

"অ', সকলোৱেইতো তেনেকুৱাই কৰে। যেতিয়া কাৰোবাৰ ঘৰত চুৰি হয় আৰু চোৰ সমুখতে থাকে তেতিয়া গৃহস্থই ভয় খায় আৰু খুব সন্তৰ্পণে আগবাঢ়ে, অন্যথা চোৰৰ অৰ্থ ক'ত থাকিলহু"

"নাই নাই, গৃহস্থৰ এইক্ষেত্ৰত আনন্দদায়ক উত্তেজনা বুলিবলৈ একো নাথাকে। কিন্তু এইটো যে এটা ডকাইতি কামহে সেই কথা সেই সাহসী মানুহবোৰে ভাবিয়েই পোৱা নাছিল।"

"তেন্তে কি বুলি ভাবিছিলনো?"

"ভূতৰ কাম বুলি ভাবিছিল। সেই মহা বদমাচ, দগাবাজটোৱে কৰচটো সমুখত ৰাখি গৈ আছিল, কৰচত লাগি থকা কাপোৰখন উৰি আছিল। সি

কাপোৰখনৰ ওপৰেদি গোটেই দীঘলীয়া বাটটো যেতিয়া পাৰ হৈ গৈছিল, তাক যে তেতিয়া কেনে ভয়ংকৰ দেখাইছিল। ইফালে সি যাওঁতে লোহাৰ কৰচডালৰ পৰা ঘটং ঘটং শব্দ হৈছিল, তেনে অৱস্থাত সেই ৰখীয়াকেইটাৰ অৱস্থা কি হ'ব ভাবি চোৱাচোন, কিন্তু তাৰ বাবে দুৰ্ভাগ্যৰ কথাটো হ'ল যে তাৰ কাৰুকাৰ্যত তেওঁলোকৰ ৰজা সাৰ পাই উঠিল, যি জীৱিতই হওক বা মৃতই হওক কাকোৱেই কেৰেপ নকৰে। তেওঁ বিশেষ কষ্ট নকৰাকৈয়ে আৰু অকলেই চোৰটোক ধৰি বান্ধি পেলালে আৰু তাকতো এতিয়া পাবলগীয়া শাস্তিয়েই বিহা হ'ব।"

"পাবলগীয়া শাস্তি মানে?"

"দোষীক কৰচটো পিন্ধাই ফাঁচী দিয়া হ'ব।"

"তেনেকুৱা ঘোষণা আকৌ কিয় কৰা হ'ল?"

"কাৰণ লা-পিৰ'চিৰ ৰজা কেৱল সাহসীয়েই নহয়, উপস্থিত বুদ্ধি সম্পন্নও। তেওঁ এক গুলীত দুই চিকাৰ কৰিছে, এনে কাম কৰাজনৰ কি দশা হ'ব পাৰে তাৰো এটা ভাল উদাহৰণ হ'ল আৰু ইফালে তেওঁৰ বাবেও বিশেষ সুবিধা এটা হ'ল। তুমি নাজানা নেকি যে ফাঁচীত ওলমা মানুহৰ গাত যি বস্তুৱেই লাগি থাকে সি এটা বিশেষ তাবিজলৈ পৰিণত হয় আৰু সেই তাবিজ পৰিধান কৰিলে পিন্ধোতাজন বিপদৰ পৰা ৰক্ষা পৰি থাকে? লা পিৰ'চিৰ ৰজাই সেই কাৰণে দোষীক কৰচটো পিন্ধাই ফাঁচী দিবলৈ হুকুম দিলে আৰু আমাৰ পিছৰ যুদ্ধবোৰৰ বাবে তাবিজটোও পালে।"

"বাঃ, সেইটোচোন বৰ বুদ্ধিয়কৰ কাম।"

"মইতো তাকেই ভাবিছোঁ।"

"ব'লা ব'লা, অলপ খৰকৈ যাওঁ, চাবলৈ নাপামগৈয়ে নহ'লেহু"

"আমাৰ হাতত বহুত সময় আছে, ঘোঁৰীকেইটাক কষ্ট দিয়াটো ভাল নহ'ব। আমি লা পিৰ'চিত নাথাকিমো, তাৰ পৰা আকৌ লা পটেৰিলৈ উভতি আহিব লাগিব।"

"হয় কথাটো, কিন্তু এই জন্তুকেইটাক পাঁচ-ছয় ঘণ্টা দিলে গধূলি হোৱাৰ আগত উভতি অহাতো মস্কিল হ'ব।"

বাপেক-পুতেকে তেনেদৰে কথা পাতি গৈ থাকিল আৰু আধা ঘণ্টামানৰ পাছত তেওঁলোক লা পিৰ'চি গৈ পালেগৈ।

দেউতাকে কোৱাৰ দৰেই তেওঁলোক সময়মতেই গৈ পালেগৈ। দেউতাকবোৰে সদায়েই শুদ্ধ হোৱাৰ সুযোগ পায় নেকি?

দুৰ্গটোৰ সমুখত থকা বিশাল বৰ্গাকৃতিৰ ঠাইখনত অগণন জনতাৰ ভিৰ। কাৰণ তাতেই খাটী অ'ক কাঠেৰে ফাঁচীশালখন পতা হৈছিল। ফাঁচীৰ ফান্দডাল তিৰ্বিৰাই আছিল। ফাঁচীশালখন বৰ ওখও নাছিল। তাৰ দৰে দগাবাজ ৰহস্যময় অপৰাধীৰ বাবে তেনেকুৱা ফাঁচীশালেই থাকিব। কিন্তু মাটিৰ পৰা ওলমি থাকিবৰ বাবেতো অলপ ওখ কৰিবই লাগিব, তেহে মৃত্যুৱে নিজৰ কাম কৰিব। সাগৰীয় বতাহত ইলিছ মাছ এটা নেজত ধৰি ওলোমাই দিলে যেনে দেখা যায় মৃত্যুৱে তাক তেনেদৰে ওলমাব।

বাঃ, অপৰাধীজনৰ বাবে কেনে সুন্দৰ সুযোগ, মৃত্যুৰ সময়ত তেওঁ সাগৰৰ অভিমুখে মুখ কৰি থাকিব! ইয়াতকৈ আৰু তাক সকাহ দিবলৈ বেলেগ একো থাকিব নোৱাৰে, মোৰ ক্ষেত্ৰত তেনে হ'লে কিন্তু সন্দেহ আছে।

সাগৰখন হৈ পৰিছিল নীলা। সাগৰৰ গাঢ় নীলা আৰু আকাশৰ নীলাৰ মাজত ডাৱৰবোৰ ওপঙি ফুৰিছিল। এনে লাগিছিল যেন এগৰাকী পৰী ধৰিত্ৰীৰ বুকুৰ পৰা স্বৰ্গৰ দিশে ধাৱমান হৈছে, যাৰ কাপোৰৰ ওলমা অংশই সাগৰৰ নীলাখিনিক স্পৰ্শ কৰি গৈছে।

আটাইবোৰ মানুহ ফাঁচীকাঠৰ ওচৰত জুম বান্ধিছিল। বাপেক-পুতেক দুজনো যিমান পাৰি সিমান ফাঁচীকাঠৰ কাষলৈ গৈছিল, যাতে যি যি ঘটে সকলো দেখা পায়। অৱশ্যে ঘোঁৰাকেইটাৰ ওপৰত উঠি থকাৰ বাবে তুলনামূলকভাৱে তেওঁলোকৰ বৰ বেছি কষ্ট কৰিবলগীয়া নহৈছিল।

তেওঁলোক বেছি সময় অপেক্ষা কৰিবলগা নহ'ল। দুই বাজি পোন্ধৰ মিনিটত দুৰ্গৰ দুৱাৰ মুকলি কৰা হৈছিল আৰু অপৰাধীজনক দেখা গৈছিল। তাৰ আগে আগে লা পিৰ'চিৰ ৰজাৰ পহৰাদাৰসকল আৰু পিছে পিছে ঘাতকজন গৈছিল।

চোৰজনক চুৰি কৰা কৰচটো পিন্ধাই থোৱা হৈছিল আৰু তাক খচ্চৰৰ খালী পিঠিত ওলোটাকৈ বহাই অনা হৈছিল। খচ্চৰৰ পিঠিত বহি আহোঁতে সি তললৈ চাইছিল আৰু মূৰ তল কৰি আছিল। সিহঁতে তাৰ হাত দুখন পিছফালে বান্ধি ৰাখিছিল। যদি সিহঁতে তাৰ অৱস্থা পৰ্যবেক্ষণ কৰি আমাক মত প্ৰকাশ কৰিবলৈ ক'লেহেঁতেন, তেন্তে এই কথা ক'বলৈ সংকোচ

নহ'লহেঁতেন যে তেনে অৱস্থাত নিমজ্জিত হৈ সি যেনেদৰে দুখ কৰি থাকিব লাগিছিল বা তাৰ মুখত যি বিষণ্ণতা ফুটি উঠিব লাগিছিল তেনে কোনো চিন-মোকাম দেখা নগৈছিল।

সিহঁতে তাক ফাঁচীকাঠৰ একাষে ৰাখিছিল। তাৰ ভাল নলগা ক'লা প্ৰচ্ছায়াই নীলা আকাশখন আৱৰি ধৰিছিল। ঘাতকজনে ফাঁচীশালত তেওঁৰ জখলাটো লগালে আৰু লা পিৰ'চিৰ ৰজাৰ বিষয়াজনে ন্যায়বাক্য পাঠ কৰিবলৈ তাত সাজু কৰি ৰখা মজিয়াৰ ফালে অগ্ৰসৰ হ'ল।

অপৰাধীজনে অকণো লৰচৰ কৰা নাছিল। ফাঁচীকাঠত ওলমাৰ আগতেই সি মৰাৰ দৰে ভাও ধৰি দৰ্শকক বিভ্ৰান্ত কৰিছিল বুলিও কোনোবাই ক'ব পাৰিলেহেঁতেন।

সিহঁতে তাক তাৰ খচ্চৰৰ পিঠিৰ পৰা নামিবলৈ ক'লে আৰু নিজকে ঘাতকৰ ওচৰত সমৰ্পণ কৰিবলৈ ক'লে।

সি লৰচৰ হোৱা নাছিল। আমি তাৰ সেই অস্থিৰ অৱস্থাৰ কথা বুজিব পাৰোঁ। ঘাতকজনে তেতিয়া কিলাকুটিত ধৰি তাক খচ্চৰটোৰ পিঠিৰ পৰা মাটিত চিধাকৈ নমাই দিলে।

ঘাতকজন যে কি ধুনীয়া মানুহ আছিল!

এইটো ঠিক যে ঘাতকজনে তাক চিধাকৈ থিয় কৰাইছিল বুলি ক'লে মিছা কোৱা নহ'ব, কিন্তু এইটো ক'লেহে মিছা কোৱা হ'ব যে, ঘাতকে ৰখাৰ দৰেই সি থিয় দি আছিল। এনেকৈ ক'ব পাৰি যে ইংৰাজী 'আই' আখৰটোৰ দৰে চিধা হৈ থকাৰ পৰিৱৰ্তে সি এখোপ আগুৱাই 'জেদ' আখৰটোৰ দৰে বেঁকা-বেঁকি কিবা এক অদ্ভুত ভংগিমাত থিয় দি আছিল।

এইখিনি সময়তেই বিষয়াজনে ন্যায়বাক্য পঢ়ি শেষ কৰিছিল।

'তোৰ কিবা অনুৰোধ কৰিবলগা আছিল নেকি?' তেওঁ বদমাচটোক সুধিছিল।

'হয়', দুৰ্ভগীয়াজনে দুখী ভাবত আৰু নিম্ন স্বৰত উত্তৰ দিলে।

'কি বিচাৰিবি তই?'

'মই ক্ষমা খুজিব বিচাৰোঁ।'

'ফুচুৰিবাজ' শব্দটো সৃষ্টি হোৱাৰ উপযুক্ত মুহূৰ্ত ইয়াতকৈ কি থাকিব পাৰেহু

লা পিৰ'চিৰ ৰজাই সৈনিক লৈ চাই বাউসী জোকাৰিলে আৰু ঘাতকক তেওঁৰ কৰ্তব্য কৰিবলৈ নিৰ্দেশ দিলে।

ঘাতকে ফাঁচীকাঠত আঁউজাই থোৱা জখলাডালত উঠিবলৈ সাজু কৰি ল'লে। তেওঁ ভাবলেশহীনভাৱে সন্মুখত থকা দোষী মানুহজনৰ দেহৰ পৰা আত্মাটো মুক্ত কৰিবলৈ হাত মেলিলে। কিন্তু সেইটো ইমান সহজো নাছিল। ফাঁচীৰ শাস্তি পোৱা এজনক মৃত্যুৰ দিশে ধাৱিত কৰিবলৈ যাওঁতে কিমান বাধা আহিব পাৰে সেয়া সাধাৰণজনে নাজানিব।

এনে লাগিছিল যেন তেতিয়া ঘাতক আৰু অপৰাধীৰ মাজত এক মানসিক বাৰ্তালাপ চলিছিল, এইটো এটা প্ৰশ্ন হৈ পৰিছিল যে কোন প্ৰথমে যোৱা উচিত।

ঘাতকজনে তাক জখলাত উঠোৱাৰ বাবে আগৰ পদ্ধতিটোকে ব্যৱহাৰ কৰিলে, যিটো পদ্ধতিৰে তাক খচ্চৰটোৰ পিঠিৰ পৰা নমোৱা হৈছিল। সি তাৰ দেহৰ মাজ অংশত ধৰি জখলাৰ তৃতীয় খলপাত ৰাখিলে আৰু তলফালৰ পৰা তাক ওপৰলৈ যাবলৈ ঠেলিবলৈ লাগিল।

'বাৰে, বাঃ'— মানুহবোৰে চিঞৰিলে।

সি নিজেই ভালকৈ উঠি যোৱাটো উচিত আছিল।

ঘাতকজনে তেতিয়া কৌশলীভাৱে ফাঁচীৰ ফান্দৰ গাঁঠিটো পিছলাই বদমাচটোৰ মূৰত পিন্ধাই দিছিল আৰু পিছফালৰ পৰা প্ৰচণ্ড গোৰ এটা শোধাই তাক সেই ঠাই টুকুৰালৈ পঠিয়াই দিছিল, যি ঠাই নিশ্চিতভাৱে মিলি আছিল অসীম, অনন্তৰ লগত।

সেই পৰিণাতি চাবলৈকে উদ্বাউল হৈ থকা দৰ্শকৰ মাজৰ পৰা প্ৰবল প্ৰতিক্ৰিয়াৰ ধ্বনি শুনা গ'ল আৰু ৰাইজৰ সেই ধ্বনিক অতিক্ৰমি গ'ল এটা কঁপনিয়ে। সি যিয়েই দোষ নকৰক, মৃত্যুৰ মুহূৰ্তৰ মানুহজন সদায়েই তেওঁক চাই থকাসকলতকৈ মহান হয়।

ফাঁচ লোৱা মানুহটো তিনি বা চাৰি মিনিটমানৰ বাবে ৰছিডালত ডুলি থাকিল আৰু তাৰ পিছতেই গতিহীন আৰু জথৰ হৈ পৰিল।

'জেদ' আখৰটো পুনৰ 'আই' আখৰলৈ ৰূপান্তৰ হৈছিল।

সিহঁতে কিছু সময় বদমাচটোৰ ওপৰত নজৰ ৰাখিলে যাৰ কৰচটো তেতিয়া ৰ'দত হীৰাৰ দৰে তিৰ্‌বিৰাই আছিল। তাৰ পিছত মানুহবোৰেও সৰু

সৰু দলত ভাগ হৈ ঘটনাটোৰ কথা আলোচনা কৰি কৰিয়েই ঘৰমুৱা হ'ল।

'বাঃহু মৃত্যুও যে ইমান ভয়াৱহ বস্তুহু'--খেতিয়কৰ পুতেকজনে ওভতনি যাত্ৰাত দেউতাকক কৈছিল।

"কৰচটো চুৰ নকৰাকৈয়ে ফাঁচীত ওলমিব লগা হ'ল, কম কথানে সেয়া, তুমি কি বুলি ভাবা?"

"মই কিন্তু আচৰিত হৈছোঁ, সি যদি সঁচাকৈয়ে চুৰ কৰিলেহেঁতেন তেন্তে কি কৰিলেহেঁতেন?"

"তেওঁলোকে একো নকৰিলেহেঁতেন, কাৰণ তেওঁ যদি কৰচটো সঁচাকৈয়ে চুৰ কৰিলেহেঁতেন তেওঁ দুৰ্গৰ পৰা পলাবলৈ সক্ষমো হ'লহেঁতেন। তেতিয়া বোধহয় তেওঁ বন্দী হ'বলৈ উভতি নাহিলহেঁতেন।"

"তথাপি তেওঁ যদি অপৰাধ কৰিলেহেঁতেন আৰু তাৰ বাবে শাস্তিও পালেহেঁতেন তাতকৈ কিন্তু এতিয়া বেছি শাস্তি পালে।"

"কিন্তু অপৰাধটো কৰাৰ অভিপ্ৰায়তো আছিল।"

"আৰু অভিপ্ৰায়টোকে সত্য বুলি ধৰি লোৱা হ'ল— সেইটো একদম ঠিক হৈছে।"

"কিন্তু এইটো চাবলৈ ভাল লগা নহয়।"

যেতিয়াই সিহঁতে ওখ ঠাইটুকুৰা পালেগৈ দুয়োজনে শেষবাৰৰ বাবে সেই দুৰ্ভগীয়াজনৰ দুৰ্দশাৰ কথা পাতিলে। বিছ মিনিটৰ পাছত সিহঁতে অকণমানি নগৰখনত সোমাল, য'ৰ পৰা সিহঁতে পাবলগীয়া ধন সংগ্ৰহ কৰি ৰাতিৰ ভিতৰত ঘৰ পোৱাকৈ গধূলিয়েই যাত্ৰা আৰম্ভ কৰিব লগা আছিল।

পিছদিনা ৰাতিপুৱাই ৰখীয়াকেইজনে মৃতদেহটো নমাবলৈ আৰু মৃতদেহত থকা মুৰব্বীৰ কৰচটো সোলোকাবলৈ ওলাই আহিল। কিন্তু তেওঁলোকে অভাৱনীয়ভাৱে আন কিবা এটাহে দেখা পালে। সেইটো হ'ল ফাঁচীশালখন আগৰ দৰেই থাকিল, কিন্তু ফাঁচীত ওলোমা মানুহজন বা তেওঁৰ শৰীৰত থকা কৰচটো তাত নাছিল।

ৰখীয়া দুজনে চকুকেইটা মোহাৰিলে, সিহঁতে নিজৰ চকুকেই বিশ্বাস কৰিব পৰা নাছিল, কিন্তু একেবাৰে সত্য আছিল, কোনো ফাঁচীত ওলোমা মানুহো নাই আৰু কৰচো নাই।

আটাইতকৈ আচৰিত কথাটো হ'ল ৰছিডাল ছিগিও থকা নাছিল বা কাটি

থোৰাও হোৰা নাছিল, সেইডাল ফাঁচী দিয়াৰ আগত যেনে দেখা গৈছিল তেনেকৈয়ে আছিল।

ৰখীয়া দুজনে লা পিৰ'চিৰ ৰজাক কথাটো জনাবলৈ দৌৰি গৈছিল। তেওঁ সেয়া বিশ্বাস কৰিবলৈ টান পাইছিল। সত্য সম্পৰ্কে নিজকে বিশ্বাস জন্মাবলৈ তেওঁ ঘটনাস্থলীলৈ আগবাঢ়িছিল। নিজৰ ক্ষমতাৰ ওপৰত পূৰ্ণ আস্থা থকা ৰজাই নিজকে এইবুলি পতিয়ন নিয়াইছিল যে ফাঁচীত ওলমাজনে তেওঁৰ আগত পুনৰ দেখা দিব। কিন্তু আনে দেখাতকৈ তেওঁ বেলেগ একো নেদেখিছিল।

মৃতকজনৰ কি হৈছিল? কাৰণ অপৰাধীজন আগদিনা নিশ্চিতভাৱেই আৰু সমগ্ৰ গাঁওবাসীৰ সন্মুখত মৰিছিল।

বেলেগ এজন চোৰে সেই নিশাই কৰূচৰ আশাত মৃতদেহটো নাইকিয়া কৰিলে নেকি?

হ'ব পাৰে, কিন্তু তেওঁ কৰূচটোহে নিব, মৃতদেহটোৰনো তেওঁৰ কি কাম, সেইটো স্বাভাৱিকভাৱেই থৈ গ'লহেঁতেন।

সেই বদমাচটোৰ কোনো আত্মীয়-স্বজনে খ্ৰীষ্টান ধৰ্মৰ নিয়মেৰে কবৰ দিম বুলি লৈ গ'ল নেকি?

সেইটো অসম্ভৱ নাছিল যদি বদমাচটোৰ কোনোবা থাকিলহেঁতেন, কিন্তু তাৰতো কোনো নাছিল। যদি ধৰ্মীয় কাৰণত নিলেহেঁতেন, অপৰাধীজনকহে নিলেহেঁতেন, কৰূচটোতো এৰি থৈ গ'লহেঁতেনÐসেইটো ভাবিব লগা বিষয়েই নহয়। তেন্তে এজনে কি বুলি বিশ্বাস কৰা উচিত।

লা পিৰ'চিৰ ৰজা বৰ হতাশ হৈছিল। তেওঁ যিকোনো প্ৰকাৰে কৰূচটো বিচাৰিছিল। চোৰটো মৰাৰ সময়ত যেনেদৰে আছিল তেনেদৰেই ধৰি দিব পাৰিলে দহটা সোণৰ মুদ্ৰা দিম বুলি তেওঁ ঘোষণা কৰিছিল।

তেওঁলোকে হিংস্ৰভাৱে আৰু অসংযতভাৱে ঘৰবোৰত তালাচী চলালে, কিন্তু একোৱেই নাপালে।

কোনেও নিজকে ধৰা দিয়া নাছিল।

সিহঁতে ৰানিচ নগৰৰ এজন জ্ঞানী মানুহৰ ওচৰলৈ গ'ল আৰু সেই প্ৰশ্নটো দাঙি ধৰিলে—

"যিজন মানুহক ডিঙিত ফাঁচ লগাই ওলোমাই দিয়া হ'ল, তেনে মৃতজনে

কেনেকৈ নিজক মুক্ত কৰিব পাৰে?”

জ্ঞানী মানুহজনে কথাটো চিন্তা কৰিবলৈ আঠদিন সময় বিচাৰিছিল, আঠ দিনৰ পাছত তেওঁ উত্তৰ দিলে ঃ

‘তেওঁ এইটো কৰিব নোৱাৰে।’

তেতিয়া তেওঁলোকে এই দ্বিতীয় প্ৰশ্নটো আগবঢ়ালেÐ

‘এজন চোৰ, যিজন জীৱন্ত কালত চুৰ কৰিবলৈ সক্ষম হোৱা নাই আৰু যাক চুৰ কৰা অপৰাধতে মৃত্যুদণ্ড দিয়া হৈছে, তেওঁ মৃত্যুৰ পাছত চুৰ কৰিব পাৰিবনে?’

জ্ঞানী মানুহজনে উত্তৰ দিছিল ঃ

‘হয়।’

সেইটো কেনেকৈ কৰিব পাৰিলেহেঁতেন তেওঁক প্ৰশ্ন কৰা হ’ল। তেওঁ কৈছিল যে তেওঁ এই বিষয়ে একোৱেই নাজানে। তেওঁ তেওঁৰ সময়ৰ আটাইতকৈ জ্ঞানী আছিল।

তেওঁলোকে তেওঁক পঠিয়াই দিছিল আৰু এই বিশ্বাস কৰি সন্তুষ্টি লভিছিল যে সেই সময়বোৰ ডাইনী ভূতৰ সময় আছিল আৰু চোৰটোৱে ক’লা যাদু জানিছিল।

তেতিয়া তেওঁলোকে সাধাৰণ মানুহক ক’লা যাদুৰ চৰ্চা কৰিবলৈ ক’লে। কাৰণ নিঃসন্দেহে সি ৰজাৰ ওপৰত প্ৰতিশোধ ল’বলৈ আহিব আৰু লগতে সেইবোৰকো শুদাই নেৰিব, যিবোৰে তাৰ ফাঁচী চাবলৈ আহিছিল।

বৃথা চেষ্টাতে এমাহ পাৰ হৈ গৈছিল।

ফাঁচীশালখনকো আনদিনাৰ দৰেই অপদস্থ, দুঃখিত আৰু অক্ষম দেখা গৈছিল। ফাঁচীশাল এখনে এনেকুৱা ধৰণৰ বিশ্বাসঘাতকতা কেতিয়াও কৰা নাই।

লা পিৰ’চিৰ ৰজাই তেওঁৰ কৰচটো মানুহ, ঈশ্বৰ আৰু প্ৰেতাত্মাটোৰ পৰা পাবৰ কাৰণে আৰাও কাঢ়ি থাকিল।

একো নহ’ল।

অৱশেষত, যেতিয়া কোনো সন্দেহ নাছিল, লা পিৰ’চিৰ ৰজাই এই আচৰিত ঘটনাটো আৰু তাৰ ফলস্বৰূপে হোৱা লোকচান সন্দৰ্ভত আটাইতকৈ উত্তম পন্থাটো গ্ৰহণ কৰিছিল— পাৰ হৈ যোৱা ঘটনাবোৰ নিজে নিজৰ ওচৰত পতিয়ন নিয়াবলৈ তেওঁ প্ৰস্তুতি চলাই আছিল। সেইদিনা পুৱা তেওঁ টোপনিৰ

পৰা উঠিয়েই সেই বৰ্গক্ষেত্ৰত, য'ত ফাঁচী দিয়া হৈছিল, খুব হৈ-হাল্লা হোৱা শুনিছিল আৰু তেতিয়াই তেওঁৰ বিষয়াজন কোঠালৈ সোমাই আহিছিল—

"মহাশয়, আপুনি কি ঘটিলে জানে নেকি?" —তেওঁ সুধিছিল।

"মই পাৰিম, মই আপোনাক ক'ব পাৰিম।"

"এইটো কি হৈছেনো তেনেহ'লে?"

"সৰগীয় আশ্চৰ্য"!

"সঁচায়ে নে"!

"ফাঁচীত ওলোমা মানুহজন...."

"অ"?

"সি তাত আছেহ্"

"ক'ত?"

"ফাঁচীশালত"

"ওলমি আছে?"

"হয়, মহাশয়।"

"কৰচটোৰে সৈতে নে?"

"আপোনাৰ কৰচটো"

"ঠিকেই, সেইটো মোৰ কাৰণে। আৰু সি মৃত নে?"

"নিঃসন্দেহে মৃত— মাত্ৰ— "

"মাত্ৰ কি?"

"তাক ফাঁচীত ওলোমাওঁতে সি অশ্বাৰোহীৰ কাটল লগোৱা জোতা পিন্ধি আছিল নেকি?"

"নাছিল।"

"অ'....মহাশয়, এতিয়া কিন্তু পিন্ধি আছে, মূৰৰ আৱৰণটো মূৰৰ পৰিৱৰ্তে সি ফাঁচী কাঠৰ তলৰ মাটিত ৰাখিছে আৰু আৱৰণহীনভাৱেই মূৰটো ওলোমাই থৈছে।"

"ব'লা চোৱা যাওক, ব'লা ব'লা, সোনকালে ব'লা।"

লা পিৰ'চিৰ ৰজা খৰখেদাকৈ সেই বৰ্গাকৃতিৰ ঠাই টুকুৰালৈ গৈছিল। মানুহবোৰে কৌতুহলপূৰ্ণভাৱে হুলস্থূল লগাই আছিল। এবাৰ ফাঁচীত ওলমি নাইকিয়া হোৱাজনৰ ডিঙিটো পুনৰ ফাঁচীৰ ফান্দত সোমাই পৰিছিলহু

মৃতদেহটো ৰচিডালৰ মূৰত ওলমি আছিল আৰু কৰচটোও মৃতদেহতে আছিল।

এইটো বৰ আচৰিতজনক কথা আছিল। সেই কাৰণে সিহঁতে এইটো আশ্চৰ্য ঘটনা বুলি প্ৰচাৰ কৰিছিল।

"সি কেনিও যোৱাই নাছিল, তাতে আছিলেই, মাত্ৰ আমিহে তাক দেখা নাছিলোঁ" — আন এজনে কৈছিল।

"নিঃসন্দেহে, কাৰণ সি বহুদূৰৰ পৰা আহিছিল আৰু সোনকালে উভতি যাব বিচাৰিছিল।"

"মোৰ ক্ষেত্ৰত হ'লে দূৰ হওক ওচৰ হওক কথা নাই, মোক অশ্বাৰোহীৰ কাটল লগোৱা জোটা পিন্ধাৰ কোনো প্ৰয়োজন নহ'লহেঁতেন, কাৰণ মই উভতিয়েই নাহিলোহেঁতেন।"

সিহঁতে হাঁহিলে আৰু মৃত মানুহটোৰ আপচু মুখখনলৈ তধা লাগি চাবলৈ লাগিল।

লা পিৰ'চিৰ ৰজাৰ এটাই মাথোন চিন্তা যে চোৰটো পূৰাকৈ মৰিলনে আৰু কৰচটো কেনেকৈ সুৰক্ষা কৰিব পাৰি?

সিহঁতে মৃতদেহটো তললৈ নমাই আনিছিল আৰু বল্কলবোৰ খুলি পেলাইছিল। সমস্তখিনি লোৱাৰ পাছত তাক পুনৰ ওলমাই দিয়া হৈছিল। ঢোৰা কাউৰীবোৰে তাৰ ওপৰত বাৰুকৈয়ে তদন্ত চলাইছিল, যাৰ বাবে দুদিনৰ পিছত তাৰ সম্পূৰ্ণ দেহত অসংখ্য খলপা-খলপৰ সৃষ্টি হৈছিল, আঠদিনৰ পিছত ফটাকানি এখন ওলমি থকাৰ দৰে লাগিছিল আৰু পোন্ধৰ দিনৰ পাছত মৃতদেহসদৃশ একো চিন-মোকামেই নাছিল, আৰু যদি কিবা মিল দেখুওৱাব বিচাৰোঁ তেতিয়াহ'লে আমি, পাঠ্যপুথিৰ প্ৰথম পৃষ্ঠাত দিয়া ফাঁচীত লোৱা মানুহজনৰ ছবিৰ লগত মিলাব লাগিব, বাস্তৱতে যাৰ তেনে কোনো অস্তিত্ব নাথাকে, আৰু তলত আমি লিখিলোহেঁতেন এনেদৰে ঃ

সৌৱা চোৰা লেটিন নোকোৱাৰ অপৰাধত পৰিত্যাগ কৰা হ'ল বহুৱাজনক। কিন্তু ভাগ্যৰ লিখন আছিল আন কিবাহে। তাকেই মাত্ৰ অনুবাদ কৰা হ'ল।

[Behold Pierrot[5] suspendered
Who has not his Latin rendered.
But it was otherwisely fated :

Pierrot was the one translated]

কিন্তু ফাঁচীত ওলোমাজন এমাহ যে নাছিল তেতিয়া কি কৰিছিল? সি কেনেকৈ পলাব পাৰিছিল আৰু পলোৱাৰ পিছতো পুনৰ কিয় নিজে ফাঁচীত ওলমিছিল?

এই সম্পৰ্কত আমাৰ আগত দাঙি ধৰাৰ দৰে তলত তিনিটা বিৰৰণ দিয়া হ'ল।

মাৰলিনৰ এজন ছাত্ৰ যাদুকৰে ঘোষণা কৰিছিল যে, মৃত্যুৰ মুহূৰ্তত অপৰাধীজনে যদি অদৃশ্য হ'বলৈ ইচ্ছা কৰে আৰু ইচ্ছা মতে দেহাটো নিয়োগ কৰিব পাৰে, ইচ্ছাটো যিহেতু এটা অশৰীৰী, অদৃশ্য আৰু অবোধগম্য বস্তু, শৰীৰক যদি ই শোহন কৰে আৰু ফলস্বৰূপে শৰীৰটো যদি ইচ্ছাৰ মাজত লুকাই যায় সেই অৰ্থত শৰীৰটোও অবোধগম্য, অশৰীৰী আৰু অদৃশ্য হৈ পৰিব, আৰু যদিহে এমাহৰ মূৰত চোৰৰ শৰীৰটো পুনৰ ৰছিডালত ওলমি থকা দেখা যায় তেনেহ'লে বুজিব লাগিব যে ইচ্ছা কৰাৰ চূড়ান্ত মুহূৰ্তটোত নিজৰ বিবেকৰ দ্বাৰা দংশিত হৈ অনন্তত মিলি যাবৰ বাবে যি শক্তিৰ প্ৰয়োজন সেই শক্তি তেওঁ নাপালে।

এইটো বৰ ভাল বিৰৰণ নহ'লেও তিনিটাৰ মাজৰে এটা।

ঈশ্বৰ তত্ত্ববিদসকলৰ মতে চোৰজন অন্তৰ্ধান হ'বলৈ সক্ষম হৈছিল। কিন্তু এসময়তে তেওঁ অনুতাপো কৰিছিল আৰু ঈশ্বৰৰ লগত মিলিবলৈও খৰখেদা কৰিছিল। গতিকে সি এমাহতকৈ বেছিদিন তিষ্ঠিব নোৱাৰিলে আৰু অনুতাপৰ তুড়ীয় পৰ্যায়ত সি পুনৰ পূৰ্বে তাক প্ৰদান কৰা শাস্তি গ্ৰহণ কৰিবলৈ উভতি আহিল।

এইটো বোধহয় সত্য বিৰৰণ নহয়, কিন্তু খ্ৰীষ্টানসকলৰটো সদায় এই একেটাই দৰ্শন আৰু এজন খ্ৰীষ্টান হিচাপে পোনছাটেই তাক উলাই কৰিবও নোৱাৰোঁ।

অৱশেষত তেওঁলোকে জনালে যে আমাৰ গাঁওবাসী দুজন সেইদিনা গধূলি ফাঁচীশালৰ কাষেৰে পাৰ হৈ যাওঁতে সিহঁতে কেকনি বিননি আৰু প্ৰাৰ্থনাজাতীয় কিবা শব্দ শুনা পাইছিল। বিবেকৰ তাড়নাতে তেওঁলোকে কিনো হৈছে বুলি উভতি চাইছিল। তেওঁলোকে কোনো ধৰণৰ উত্তৰ পোৱা নাছিল যদিও বিননি চলিয়েই আছিল। তেওঁলোকে মন কৰিছিল যে তেওঁলোকৰ

ঠিক মূৰৰ ওপৰতে থকা মৃতদেহটোৰ পৰা শব্দটো আহিছে। তেতিয়া তেওঁলোকে সেই জখলাটো লৈছিল, যিডালেদি অপৰাধীক ফাঁচীকাঠলৈ উঠোৱা হৈছিল। জখলাটো ফাঁচীকাঠত লগাই পুতেকটোৱে সেইডালেৰে অপৰাধীজনৰ ওচৰলৈকে উঠি কৈছিল ঃ

'তুমিয়েই নেহ নেহাই আছিলা নেকি?'

'অপৰাধীজনে কোনোমতে গাৰ বল একত্রিত কৰি কৈছিল ঃ

'হয়'

'তেন্তে তুমি এতিয়াও জীয়াই আছা?'

'হয়।'

'তুমি তোমাৰ পাপৰ বাবে অনুতপ্ত নে?'

'হয়'

'তেন্তে মই তোমাক মুকলি কৰি দিম। ধৰ্ম প্ৰচাৰকে ভুগি থকাজনক সহায় কৰিবলৈ আমাক নিৰ্দেশ দিছে আৰু তুমি যিহেতু ভুগি আছা মই তোমাক মুকলি কৰি দিম আৰু তোমাক ভাল কাম কৰিবৰ বাবে জীৱন দিম। ঈশ্বৰেও সেইটো আত্মাক অধিক অগ্ৰাধিকাৰ দিয়ে যি অনুতপ্ত হৈ মৃতদেহলৈ পৰিণত হয়।'

বাপেক-পুতেকে তেতিয়া মৰিবলৈ ধৰা মানুহজনক তললৈ নমাইছিল আৰু তেওঁ যে তেতিয়া পৰ্যন্ত জীয়াই আছে সেয়া জানিব পাৰিছিল। ৰছিডালে চোৰটোৰ ডিঙিটোত গাঁঠি লগোৱাৰ পৰিৱৰ্তে মূৰৰ আৱৰণখনতে বিশেষভাৱে গাঁঠি লগাইছিল আৰু চোৰটো ওলমিছিল যদিও টেটুঁত চেপা খোৱা নাছিল। মূৰৰ পিছফালে এটা বিশেষ সুচল বিন্দুত আৱৰণৰ ভিতৰফালে গাঁঠিটো ৰৈ যোৱাত মানুহ দুটা পাৰ হৈ যোৱা পৰ্যন্ত সি উশাহ টানি থাকিব পাৰিছিল।

সিওঁতে তাক পাছত সিহঁতৰ ঘৰলৈ লৈ গৈছিল, মাক আৰু সৰু জীয়েকক তাৰ শুশ্ৰূষা কৰিবলৈ দিছিল।

কিন্তু যি এবাৰ চুৰ কৰিছে সি আকৌ চুৰ কৰিবই।

তাত চুৰ কৰিব পৰা বস্তু দুটাহে আছিল। খেতিয়কজনে তেওঁৰ লগত উভতি যোৱা টকাখিনি ঘৰত থোৱাই নাছিল। গতিকে দুটা বিশেষ বস্তু আছিল তাৰ ঘোঁৰাটো আৰু তেওঁৰ সু-কেশযুক্ত যোল্ল বছৰীয়া জীয়েকজনী।

এবাৰ ফাঁচীত ওলোমা চোৰটোৱে দুয়োটা বস্তুৰেই চুৰ কৰাৰ সিদ্ধান্ত লৈছিল, এটাৰ লগত আন এটা, এফালে তাৰ ঘোঁৰাটোৰ প্ৰতি লোভ হৈছিল

আৰু আনফালে সি জীয়েকৰ প্ৰেমত পৰিছিল।

এদিনাখন ৰাতি সি ঘোঁৰাটোৰ পিঠিত জিন লগাইছিল আৰু খৰকৈ যাতে যাব পাৰে তাৰ বাবে সি কাটল লগোৱা জোতা পিন্ধি লৈছিল আৰু শুই থকা অৱস্থাৰ পৰা ছোৱালীজনীক ঘোঁৰাৰ পিছফালে উঠাই লৈছিল।

কিন্তু ছোৱালীজনীয়ে সাৰ পাই চিঞৰ-বাখৰ লগাইছিল।

বাপেক-পুতেক দৌৰি ওলাই আহিছিল। চোৰটোৱে পলাবলৈ চেষ্টা কৰিছিল, কিন্তু তেতিয়ালৈ বহুত দেৰি হৈছিল। গাভৰু ছোৱালীজনীয়ে চোৰটোৰ অভিপ্ৰায়ৰ কথা বখানিছিল। বাপেক-পুতেকে দেখিছিল যে এনেকুৱা মানুহৰ কোনো ধৰণৰ অনুতাপ থাকিব নোৱাৰে, তেওঁলোকে তাৰ বাবে শাস্তি নিৰ্ধাৰণ কৰিছিল। এইবাৰ চোৰটোৰ শাস্তি পূৰ্বে লা পিৰ'চিৰ ৰজাই ঘোষণা কৰা শাস্তিতকৈ একোব চৰাহে হৈছিল। সিহঁতে চোৰটোক সি নিজে জিন লগাই থোৱা ঘোঁৰাটোত বান্ধিছিল আৰু তাক লা পিৰ'চিৰ সেই বৰ্গাকৃতিৰ ঠাইখনলৈ লৈ গৈছিল আৰু আগতে য'ত তাক ফাঁচী দিয়া হৈছিল তাতে ওলমাই দিছিল। কিন্তু এইবাৰ তাৰ মুখৰ আৱৰণখন মাটিত পেলাই দিছিল যাতে সি সম্পূৰ্ণৰূপে নিঃশেষ হৈছেনে নিশ্চিত হ'ব পাৰে, তাৰ পাছত সিহঁতে সংগোপনে তাৰ পৰা উভতি গৈছিল।

সেইটোৱেই তৃতীয়টো বিৱৰণী। কিয় নাজানো এইটোকেই মই আটাইতকৈ বেছি সম্ভাব্য বুলি গ্ৰহণ কৰিছোঁ আৰু আপোনালোকেও নিশ্চয় আন দুটাতকৈ এইটোকে বেছি অগ্ৰাধিকাৰ দিব।

লা পিৰ'চিৰ ৰজাই আচল নিৰাপদ তাবিজটো পালোঁ বুলি আনন্দ মনেৰে যুদ্ধলৈ গৈছিল আৰু যুদ্ধত প্ৰথম মৃত্যুও হৈছিল তেওঁৰেই।◆

(লেখকৰ চমু পৰিচিতি ঃ কনিষ্ঠ ডুমা -Dume the younger, ১৮২৪–১৮৯৫ ঃ এইজন লেখক বিশ্ববিখ্যাত উপন্যাস 'থ্ৰী মাচকিটিয়াৰ্চ' (Three Musketeers)ৰ স্ৰষ্টা ফ্ৰান্সৰ আলেকজেণ্ডাৰ ডুমাৰ পুত্ৰ। এওঁ নাট্যকাৰ হিচাপে বিখ্যাত। ইবচেনৰ হাতত পৰিপক্কতা লাভ কৰা সমস্যাবহুল নাটকৰ উদ্ভাৱক আছিল ডুমা। তেওঁৰ সাহিত্যত প্ৰায়েই লেখকৰ কলা সম্পৰ্কীয় নীতি-নিৰ্দেশনা পোৱা যায়, তেওঁৰ চুটিগল্পৰ আৰম্ভণিবোৰতো এই বিশেষত্ব দেখা পোৱা যায়। অনূদিত গল্পটোতো সেই বৈশিষ্ট্য বিদ্যমান। নাটকীয় উৎকণ্ঠা

সৃষ্টিত সিদ্ধহস্ত ডুমাৰ গল্পই পাঠকক সামৰণি পৰ্যন্ত মন্ত্ৰমুগ্ধ কৰি ৰাখে। এডৱাৰ্ড ৰাইটে এই গল্পৰ প্ৰসংগত কৈছে ঃ His Hanging at La Piroche is not only a remarkbly fine tale, but it is lesson in the kind of writing required in the short story। জে. এ. হেমাৰটনে (J.A. Hammerton) সম্পাদনা কৰা The Masterpiece Litbrary of Short Stories গ্ৰন্থৰ (চতুৰ্থ খণ্ড) ইংৰাজীকৃত অনুবাদৰ পৰা এই গল্পটো অসমীয়ালৈ অনুবাদ কৰা হৈছে।ÿ

**প্ৰসংগ টোকা ঃ**

১। কুপাৰ ঃ সম্পূৰ্ণ নাম এলিচ কুপাৰ। তেওঁ এজন বিখ্যাত আমেৰিকান সংগীতজ্ঞ।

২। চতিউব্ৰাইণ্ড ঃ সম্পূৰ্ণ নাম francois-Renu de Chateaubrind অষ্টাদশ-ঊনবিংশ শতিকা (১৭৬৮-১৮৪৮)ক আগুৰি থকা চতিউব্ৰাইণ্ড ফ্ৰান্স ৰোমাণ্টিচিজমৰ পিতৃপুৰুষ। তেওঁ ৰাজনীতিবিদ, কূটনীতিবিদ, বুৰঞ্জীবিদ তথা বিখ্যাত লেখক। তেওঁৰ সবাতোকৈ বিখ্যাত আৰু উল্লেখযোগ্য গ্ৰন্থ 'আটালা'ত মিচিছিপিৰ বৰ্ণনা আছে।

৩। ৰুবেন (Ruben) ঃ সম্পূৰ্ণ নাম পিটাৰ প'ল ৰুবেন (Peter Paul Ruben, 1577-1640)। তেওঁ ফ্লেমিছ চিত্ৰশিল্পী আছিল। 'ফ্লেমিছ বাৰ'ক বাৰ'ক' (Fremish Baroque Baroque) আন্দোলনৰ মূল পৃষ্ঠপোষক আছিল।

৪। ডেলাক্ৰ' (Delacroix, 1798-1863) তেওঁ এজন ফৰাচী চিত্ৰকৰ। তেওঁ ফৰাচী ৰোমাণ্টিক স্কুল (France Romantic School)ৰ দলপতি হিচাপে ধৰা হয়। তেওঁ ৰুবেনৰ কলাকৰ্ম আৰু ভেনেটিয়ান ৰেনেছা (Venetian Renaissance)ৰ চিত্ৰশিল্পক প্ৰেৰণা হিচাপে গ্ৰহণ কৰিছিল।

৫। Pierrot ঃ সত্তৰ শতিকাৰ শেষৰ ফালৰ ইটালিয়ান অভিনেতাসকলে সৃষ্টি কৰা কিছু পৰিমাণে অসমীয়া বহুৱাসদৃশ এটা চৰিত্ৰ। ইটালীয়ান এটা দলে পেৰিছত এই চৰিত্ৰ প্ৰদৰ্শন কৰিছিল। এই চৰিত্ৰ ৰূপায়ণ কৰোঁতে ডাঙৰ ডাঙৰ বুটামেৰে সৈতে এটা ঢিলা বগা কামিজ আৰু বহল বগা পেণ্ট পিন্ধিছিল। অভিনেতাই মুখা ব্যৱহাৰ কৰা নাছিল।

# কোন ওচৰত কোন দূৰত

মূল গল্প ঃ মংগল সিং হাজোৱাৰী

অসমীয়ালৈ অনুবাদ ঃ কিশোৰ দাস

নিশাটো মৰোঁ মৰোঁ হৈছিল। সপোনটো দেখিয়েই বিলায়ে সাৰ পাই উঠিছিল। গিৰীয়েকক বিছনাত খেপিয়াই চাইছিল যদিও বিচাৰি নাপালে। তাই আচৰিত হৈছিল।

ক'লৈ গ'ল সি? খৰধৰকৈ তাই উঠি দখনাখন ভালদৰে গাঁঠি ল'লে আৰু লেম্পটো জ্বলাই ৰুমটোৰ চুকে-কোণে চালে। নাই, সি নাই। তৎক্ষণাত তাই বাহিৰলৈ ওলাই গ'ল আৰু বাৰাণ্ডাখনত চালে। তাই দেখিলে ৰামাউনে ৰেলিঙত আউজি দক্ষিণৰ ফালে চাই থকা ভাজেই লালকাল দি আছে। আধাতকৈ বেছি জ্বলা চিগাৰেটটো তাৰ মুখৰ পৰা সৰি পৰিছে। তাই এটা স্বস্তিৰ নিশ্বাস এৰিলে। হয়তো ৰামাউনে ভিতৰৰ গৰম সহ্য কৰিব নোৱাৰি অলপ বতাহ ল'বলৈ আহিছিল আৰু সেই ভাঁজেই বৈ গ'ল। তাই তাক নমতাকৈয়ে বিছনালৈ ঘূৰি গ'ল। লেম্পৰ পোহৰটো কমাই লৈ তাই শুই পৰিল। ৰামাউনেও একো গম নাপালে।

গাঁওখনৰ মাজভাগতেই ৰামাউনৰ ঘৰটো। ক'বলৈ গ'লে ৰামাউনৰ পৰিয়ালৰ সদস্যৰ সংখ্যা আঙুলিৰ মূৰত গণিব পাৰি। ৰামাউনৰ বাপেক হাউলা, ঘৈণীয়েক বিলাই আৰু সি নিজে। মাক মৰা দিন হ'ল। সি বি. এ.পাছ কৰাৰ পিছত চহৰৰ অফিচ এটাত কেৰাণী হিচাপে কাম কৰিছিল। বিলাই আৰু ৰামাউনৰ প্ৰেমেই বিবাহলৈ ৰূপান্তৰিত হৈছিল। বিলায়ো মেট্ৰিক পাছ আছিল। কেইডৰামান খেতিৰ মাটি আৰু কেৰাণী চাকৰীটোৰে সিহঁতে সুস্থিৰভাৱে চলি আছিল। একোচা বৈ পৰা চুলিৰে সৈতে বিলাই দেখিবলৈ শুৱনি আছিল। গৃহস্থী চম্ভালাত তাই পাকৈত আছিল। হাউলায়ো বোৱাৰীয়েকক মৰম কৰিছিল, তায়ো শহুৰেকক বৰ শ্ৰদ্ধা ভক্তি কৰিছিল আৰু কোনোধৰণৰ যত্নৰ ত্ৰুটি কৰা নাছিল।

মঙলবাৰ। নিশা ন বাজি যোৱাৰ পিছতো ৰামাউনে অফিচৰ পৰা উভতি ঘৰ আহি পোৱা নাছিল। বিলাই অস্থিৰ হৈ পৰিছিল। শহুৰেকক ভাতকেইটা বাঢ়ি

দি তাই ৰামাউন আহিলে একেলগে খাম বুলি সি অহালৈ বাট চাই আছিল যদিও তাইৰ বৰ ভোক লাগিছিল।

ঘনে ঘনে তাই পদূলিলৈ চাইছিল। কিনো হ'ল আজি?

অৱশেষত ৰামাউন আহি পালে। হাতত এবোজা ফাইল। আহিয়েই বিলাইক ক'লে, 'যোৱা জুইকুৰা ধৰাগৈ।'

'মাজনিশালৈকে নাথাকিলে কিয়?' বিলাইৰ উষ্মাভৰা অভিযোগ।

"জানা বিলাই, আজি আমাৰ অডিটৰ আহিছিল। সেয়ে ইমান দেৰিলৈকে অফিচত থাকিবলগীয়া হ'ল। এৰি অহাৰ কোনো উপায়েই নাছিল।" কাপোৰ সলাই থাকোঁতে ৰামাউনে কৈ আছিল।

'সেয়েহে ইমানদিনে চাইকেল এখন লোৱাৰ কথা কৈ আছিলোঁ। কিমানদিন আৰু খোজকাঢ়িয়েই অহা-যোৱা কৰিব? যাওঁক হাত-মুখ ধুই লওকগৈ, মই ভাত বাঢ়োঁ।' এইবুলি বিলায়ে শামুকীয়া গতিৰে পাকঘৰলৈ গ'লগৈ।

পাকঘৰত সোমায়েই দুখনকৈ ভাতৰ কাঁহী বঢ়া দেখি ৰামাউন অলপ স্তব্ধ হৈছিল। সি সুধিলে, 'তুমি এতিয়াও ভাত খোৱা নাই?'

"তুমি উভতি আহিছা এই ৰাতি। হেতাখনেৰে তৰকাৰী দি বিলায়ে আকৌ ক'লে তুমি ভোকত থকা অৱস্থাত মইনো কেনেকৈ খাব পাৰোঁ।"

"খোৱাৰ পিছত পাকঘৰটো সাৰি মচি আঁতাই তামোল চোবাই চোবাই বিলাই বিছনাত উঠিছিল। দিনটোৰ ভাগৰত তাইৰ টোপনি ধৰিছিল। গিৰীয়েকে ফাইলবোৰ লৈয়েই ব্যস্ত থকাত তাই বিৰক্ত হৈ সুধিলে, "তোমাৰ ভাগৰ লগা নাইনে? এই কামবোৰ ৰাতিপুৱা কৰিলে সৰগখন খহি পৰিব নেকি? চোৱা, এঘাৰ বাজি গ'ল।"

"তুমি শুই থাকা। আজি গোটেই ৰাতি এই কামখিনি নকৰিলে কাইলৈ গোটেই দিনটো কৰিলেও শেষ নহ'ব।" সি কৈছিল।

আঠুৱাখন ঠিকমতে তৰি লৈ বিলাই শুই পৰিল। ৰামাউনে ৰাতি শেষ নিশালৈকে নিজৰ কাম কৰি লেম্পটো কমাই বিছনাত উঠিল।

ৰাতিটো পুৱাবৰ সময়ত প্ৰচণ্ড বজ্ৰপাত আৰু বিজুলীৰে সৈতে এজাক শিল বৰষুণে গাঁওখনত প্ৰবেশ কৰিছিল। গছ-গছনি ভাগি পৰাৰ শব্দত বিলায়ে খকমককৈ সাৰ পাইছিল আৰু গিৰীয়েকক বিচাৰিছিল।

ৰামাউন বিছনাত নাছিল। লেম্পটো জ্বলাই বিছনাৰ পৰা নামি তাই বাৰান্দালৈ ওলাই আহিছিল য'ৰ পৰা তাক এটা চিগাৰেট ওঁঠত গুজি দক্ষিণলৈ থৰ লাগি চাই থকা দেখিছিল। 'কিনো কৰিছা তাত?' তাই চিঞৰ মাৰি সুধিছিল।

ৰামাউনে থতমত খাই কৈছিল, 'বিলাই, তুমি?'

'অঁ মই', বিলায়ে খঙত আকৌ ক'লে, "হৈছে কি তোমাৰ? আজি ক'বই লাগিব। আজিয়েই নহয় কেবাদিনো তোমাক এইদৰে দেখিলোঁ। মোক অকলে বিছনাত এৰি অকলে কিনো ভাবি থাকাহি? কিনো সমস্যা তোমাৰ?"

সৰসৰকৈ সৰা চকুপানীয়ে তাইৰ দুগাল তিয়াই দিছিল। দীঘলকৈ উশাহটো টানি তাই আকৌ বিষোদগাৰ কৰিব ধৰিলে, "ভাবিছিলোঁ বিয়াৰ পিছত দুয়ো লগ লাগি সংসাৰ এখন গঢ়ি তুলিম। সব অথলে গ'ল। সকলোখিনি কৰিও তোমাক মই সুখী কৰিব পৰা নাই। খোলাখুলিকৈ কৈ দিয়া কিহে তোমাক দুখী কৰি ৰাখিছে? মই কেনেকৈ জানিম কথাবোৰ যদি খুলি নোকোৱা?"

বিলায়ে কান্দোনত ভাগি পৰিছিল। ৰামাউনে তাইৰ গাত জোৰকৈ ধৰি লাহেকৈ জোকাৰি দি কৈছিল, 'কান্দিছা কিয়? তোমাৰ প্ৰতি মোৰ একো ভুল ভাব নাই। তুমিও একো ভুল কৰা নাই।'

ডিঙিটো পৰিষ্কাৰ কৰি লৈ আকৌ কৈছিল, 'হয়, মই এটা ডাঙৰ ভুল কৰিছোঁ। তোমাৰ পৰা কথাটো লুকুৱাই ময়ো শান্তি পোৱা নাই।'

'কি কথানো?', বিলাই ক্ষোভত ফাটি পৰিছিল।

'এসময়ত মই কাৰোবাক ভাল পাইছিলোঁ।' ৰামাউনে হুমুনিয়াহ কাঢ়ি ক্ষন্তেক ৰ'ল আৰু ক'বলৈ ধৰিলে, 'মাৰ মৃত্যুৰ পিছত তায়েই মোক লালন-পালন কৰিছিল। তাইৰ মৰম এতিয়াও মই পাহৰিব পৰা নাই আৰু সম্ভৱতঃ তাইকো কেতিয়াও পাহৰিব নোৱাৰিম। তাইৰ নাম আছিল জৰু। জৰু আৰু আদমে ইজনে-সিজনক ভাল পাইছিল যিদৰে পাওঁ তুমি আৰু মই। দেউতাইও তেওঁলোকৰ সম্পৰ্কটো সুখী মনেৰে মানি লৈছিল। বিয়াৰ তিনি মাহ পিছত আদমে তেওঁৰ আৰ্মিৰ চাকৰিলৈ ওভতি গৈছিল। কিন্তু দুখৰ কথ, এটা পষেকৰ ভিতৰতে জৰুলৈ এখন টেলিগ্ৰাম আহিছিল। তাত লিখা আছিল, 'আদমে এটা দুৰ্ঘটনাত প্ৰাণ হেৰুৱালে।'

জৰু হঠাতে প্ৰাণহীন হৈ পৰিছিল। তাইৰ চালচলন চকুত পৰাকৈ সলনি হৈছিল। খাৱন, শোৱন ইত্যাদিত তাইৰ মনোযোগ নোহোৱা হৈছিল। ঘটনাটোৰ

পোন্ধৰ দিন পিছতে জৰু হেৰাই গৈছিল। মই ভাবিছিলোঁ জৰু এতিয়াও কৰবাত নহয় কৰবাত জীয়াই আছে আৰু মনেৰে মই তাইকেই বিচাৰি আছিলোঁ যদিও সকলো অথলে গৈছিল।

অমাৱস্যাৰ শেষ নিশা ধুমুহাজাককো আওকাণ কৰি যেতিয়া শ্মশানখনৰ কাষেৰে মই গৈ আছিলোঁ তেতিয়া কাষৰে গছ এজোপাত কিবা এটা ওলমি থকা দেখা পাইছিলোঁ। মই বৰ ভয় খাইছিলোঁ আৰু উধাতু খাই ঘৰলৈ দৌৰিছিলোঁ। আচম্বিত হৈ মই বহি পৰিছিলোঁ।

মই বৰ দুৰ্বল অনুভৱ কৰিছিলোঁ। জানা বিলাই, ওলমি থকা দেহটো আছিল জৰুৰ। ওখ ঘাঁহনিখনতে জৰুৰ দেহটো শুৱাই দিয়া হৈছিল। ওচৰতে এজোপা কদম গছ আছিল। দেউতাই গছজোপা কাটি পেলাইছিল। এটা দুখে মনটোক ঘোদালি পেলাইছিল যে জৰুক মই একো সহায় কৰিব নোৱাৰিলোঁ।

‘কোন আছিলনো তাই? কি হয় তোমাৰ তাই যি তোমাৰ স্মৃতিত বাৰে বাৰে আঘাত কৰি আছে? ’ বিলায়ে ৰামাউনক সুধিছিল।

অইন কোনো নহয়, তাই আছিল মোৰ ডাঙৰ বাইদেউ।

বাইদেউ? তাই থতমত খাই গৈছিল। তাই নিজৰে ভুল ধাৰণাৰ বাবে লজ্জিত হৈছিল। ৰামাউনক মৰম কৰিব ধৰি তাই কৈছিল, ‘ধেৎ, মইনো কেনেকৈ এনেকৈ ভাবিব পাৰোঁ। মোক বেয়া নাপাবা।’

ৰামাউনে তাইৰ হাতখন তুলি লৈ তাইৰে গালত লাহেকৈ থাপৰ এটা মাৰি কৈছিল, ‘এইটো তোমাৰ ভুল নহয়। এইদৰে ভবাটো নাৰীৰে এক চৰিত্ৰ। মই তোমাক বেয়া পোৱা নাই।’

ৰামাউনে তাইক আকোৱালি লৈছিল আৰু তাই কুচিমুচি তাৰ বুকুত সোমাই মৰমতে কান্দি পেলাইছিল।

চৰাইৰ মাতে চৌপাশ ভৰাই তুলিছিল। আন্ধাৰৰ জালখন আঁতৰিব ধৰিছিল কিয়নো পূবত তেতিয়া সূৰ্য উদয় হ'বলৈ আৰম্ভ কৰিছিল।◆

(**লেখকৰ চমু পৰিচিতি** ঃ মংগল সি হাজোৱাৰী আধুনিক বড়ো ভাষাৰ কবি আৰু গল্পকাৰ। ২০০৫ চনত কবিতাৰ বাবে তেওঁ সাহিত্য অকাডেমী বঁটা লাভ কৰে। ১৯৫৪ চনত তেওঁৰ জন্ম।)

# মন্ত্ৰ

## মূল গল্প ঃ প্ৰেমচান্দ

## অনুবাদ ঃ প্ৰদীপ ভূঞা

সন্ধিয়া সময়। ডাক্তৰ চাধ্বা গ'ল্‌ফ খেলিবলৈ যাবলৈ সাজু হৈছিল। দুজন দোলাভাৰীয়ে এখন দোলা লৈ অহা দেখা পালে। দোলা চেম্বাৰৰ সমুখত আহি ৰৈ গ'ল। দোলাৰ পিছে পিছে এজন বুঢ়া লাঠীৰ ওপৰত ভৰ দি আহি আছিল। বুঢ়াই ভিতৰলৈ চালে। ডাক্তৰ চাহাবক সমুখত দেখিও তেওঁ একো ক'বলৈ সাহস নহ'ল।

ডাক্তৰ চাহাবে গৰ্জি উঠি ক'লে— কোন? কি লাগে?

বুঢ়াই হাতযোৰ কৰি ক'লে— হুজুৰ, বৰ গৰিব মানুহ। মোৰ ল'ৰাজনে কেবাদিনৰো পৰা....।

ডাক্তৰ চাহাবে চিগাৰ জ্বলাই ক'লে— কালিলৈ ৰাতিপুৱা আহিবা, কালিলৈ ৰাতিপুৱা, মই এই সময়ত বেমাৰী নাচাওঁ।

বুঢ়াই আঁঠুকাঢ়ি শিৰ নত কৰি ক'লে— বৰ দয়া কৰা হ'ব, ল'ৰা মৰি যাব হুজুৰ, আজি চাৰি দিন ধৰি চকু মেলা নাই....।

ডাক্তৰ চাধ্বাই হাতঘড়ীলৈ নজৰ দিলে। কেৱল দহ মিনিট আৰু বাকী আছে। গ'ল্‌ফ ষ্টিক খুঁটিৰ পৰা নমাই লৈ ক'লে— কালিলৈ ৰাতিপুৱা আহিবা, কালিলৈ ৰাতিপুৱা, এতিয়া মোৰ খেলাৰ সময়।

বুঢ়াই পাগুৰি খুলি মাটিত থ'লে আৰু চকুপানী মচি মচি ক'লে— হুজুৰ, এক পল মাত্ৰ চাওক, মাথোঁ এক পল। ল'ৰা হাতৰ পৰা গুচি যাব, হুজুৰ, সাতজন ল'ৰাৰ ভিতৰত এতিয়া ইয়েই জীয়াই আছে হুজুৰ। আমি দুটি প্ৰাণী কান্দি কান্দি মৰি যাম চৰকাৰ, আপোনাৰ আৰু উন্নতি হ'ব, দীনবন্ধু।

এনেকুৱা জধামূৰ্খ গাঁৱলীয়া সদায় ইয়ালৈ আহে। ডাক্তৰ চাহাবে তেওঁলোকৰ স্বভাৱ-চৰিত্ৰ ভালদৰেই জানে। যিয়ে যি নহওক, তেওঁ নিজৰ মতত অটল। কাৰো কথা নুশুনে। গতিকে গ্ৰীল খুলিলে আৰু মটৰগাড়ীৰ পিনে আগবাঢ়ি গ'ল। বুঢ়াই এনেদৰে কৈ কৈ তেওঁৰ পিছত দৌৰিলে— চৰকাৰ, বৰ পূণ্য হ'ব। হুজুৰ, দয়া কৰক, বৰ দীনদুখী, সংসাৰত আৰু কোনো নাই, বাবু।

মটৰ গুচি গ'ল। বুঢ়াই কেইমিনিটমান মূৰ্তিৰ দৰে অচল হৈ থাকিল। সংসাৰত এনে মানুহো আছে, যিয়ে নিজৰ আমোদ-প্ৰমোদৰ কাৰণে আনৰ জীৱনকো তুচ্ছজ্ঞান কৰে, কথাটো হয়তো এতিয়াও বিশ্বাস হোৱা নাই। সভ্য সমাজ ইমান নিৰ্মম, ইমান কঠোৰ, এনে মৰ্মভেদী অনুভৱ কাহানিও হোৱা নাছিল। এওঁ সেই পুৰণি কালৰ জীৱৰ ভিতৰত আছিল, যিয়ে জ্বলি উঠা জুই নুমুৱাবৰ কাৰণে, মৰা মানুহ শ্মশানলৈ নিবৰ কাৰণে, কাৰোবাৰ ভগ্ন পঁজা সাজিবৰ কাৰণে, কাৰোবাৰ ঘৰুৱা ক্ৰন্দন শান্ত কৰাৰ কাৰণে সদায় প্ৰস্তুত আছিল। মটৰগাড়ী অদৃশ্য হোৱালৈকে বুঢ়াই একেথৰে আশাৰে চাই থাকিল। হয়তো ডাক্তৰ উভতি আহিব বুলি এতিয়াও আশা কৰিছিল। তাৰ পাছত তেওঁ দোলাভাৰীক দোলা উঠাবলৈ ক'লে। দোলা যিফালৰ পৰা আহিছিল সেইফালে উভতি গ'ল। সকলো ফালৰ পৰা নিৰাশ হৈ বুঢ়া ডাক্তৰ চাধ্বাৰ ওচৰলৈ আহিছিল। তেওঁৰ বৰ নাম শুনিছিল। ইয়াত নিৰাশ হৈ তেওঁ আন কোনো ডাক্তৰৰ ওচৰলৈ নগ'ল। নিজৰ ভাগ্যৰ ওপৰত ভৰসা কৰি থাকিল।

সেই ৰাতিয়েই তেওঁৰ হাঁহি-ধেমালি কৰি থকা সাতবছৰীয়া পুত্ৰই বাল্যলীলা সমাপ্ত কৰি এই সংসাৰৰ পৰা মেলানি মাগিলে। বুঢ়া মাক-পিতাকৰ সেয়াই আধাৰ আছিল। তাৰ মুখ চায়েই জীয়াই আছিল। এই দীপক নিৰ্বাপিত হোৱাৰ লগে লগে যেন জীৱনক অন্ধকাৰে আৱৰি ধৰিলে। বৃদ্ধত্বৰ বিশাল মমতা ভগ্ন হৃদয়ৰ পৰা বহিৰ্ভূত হৈ অন্ধকাৰৰ মাজত আৰ্তনাদ কৰিবলৈ ধৰিলে।

## (২)

কেবা বছৰো পাৰ হৈ গ'ল। ডাক্তৰ চাধ্বাই বৰ সুনাম আৰু ধন উপাৰ্জন কৰিলে। আৰু স্বাস্থ্যৰ প্ৰতিও নজৰ ৰাখিলে— যিটো এক অসাধাৰণ কথা। এয়া তেওঁৰ নিয়মিত জীৱনৰ যেন আশীৰ্বাদ আছিল, যাৰ কাৰণে পঞ্চাছ বছৰ বয়সতো তেওঁৰ সুঠাম-সুন্দৰ শৰীৰে ডেকা ল'ৰাকো লজ্জিত কৰিব পাৰিছিল। তেওঁৰ সকলো কৰ্ম সময় অনুসৰি নিৰ্ধাৰণ কৰা আছিল। বেছিভাগ লোকেই স্বাস্থ্যৰ প্ৰতি তেতিয়াহে সজাগ হয়, যেতিয়া ৰোগে আক্ৰমণ কৰে। ডাক্তৰ চাধ্বাই উপচাৰ আৰু সংযমৰ ৰহস্য ভালদৰেই বুজি পাইছিল। তেওঁৰ সন্তানৰ সংখ্যাও এই নিয়মৰেই অধীন আছিল। তেওঁৰ দুটি সন্তান— এটা ল'ৰা, এজনী ছোৱালী। তৃতীয় সন্তান হ'বলৈ নিদিলে। সেই কাৰণেই চাগৈ শ্ৰীমতী চাধ্বাও যুৱতী যেন হৈ আছে। ছোৱালীজনীৰ বিবাহ হৈ গৈছে। ল'ৰাজন কলেজত

পঢ়ি আছে। এই ল'ৰাজনেই পিতৃ-মাতৃৰ আধাৰ, নম্ৰ আৰু বিনয়ৰ পুতলা, বৰ ৰসিক, উদাৰ, বিদ্যালয়ৰ গৌৰৱ, যুৱ সমাজৰ শোভা। মুখমণ্ডলৰ পৰা যেন তেজ নিগৰি পৰিব। আজি এই ল'ৰাজনৰ বিংশতিতম জন্মদিন।

সন্ধিয়া সময়। সেউজীয়া ঘাঁহৰ দলিচাত শাৰী শাৰীকৈ চকী পাৰি থোৱা আছিল। এফালে চহৰৰ গণ্যমান্য ব্যক্তি আৰু আনফালে কলেজৰ ছাত্ৰই ভোজন কৰি আছিল। বিজুলীৰ পোহৰে পৰিৱেশ পোহৰাই তুলিছিল। আমোদ-প্ৰমোদৰ ব্যৱস্থাও কৰা হৈছিল। এখন নাটিকা মঞ্চস্থ কৰাৰো আয়োজন কৰা হৈছিল। নাটিকাখন কৈলাস নাথে নিজে লিখাৰ উপৰি নায়কো হৈছিল। সেই সময়ত তেওঁ উদং শিৰ, উদং ভৰিৰে, পাটৰ কামিজ পিন্ধি বন্ধুবৰ্গৰ আপ্যায়নত ব্যস্ত আছিল। কিছুমানে চিঞৰিছিল—'কৈলাস এইপিনে অলপ আহাচোন।' কিছুমানে আনপিনৰ পৰা মাতিছিল—'কৈলাস, সেইপিনেই থাকিবা নেকি?' বেচেৰাৰ যেন উশাহ ল'বৰো সময় নাই। এনেতে এজনী গাভৰুৱে তেওঁৰ ওচৰলৈ আহি ক'লে— "এই কৈলাস, তোমাৰ সাপবোৰ ক'ত? অলপ দেখুৱাই দিয়ানা।"

কৈলাসে হাতখনত ধৰি ক'লে— 'মৃণালিনী, এই সময়ত মাফ কৰি দিয়া, কাইলৈ দেখুৱাম।'

মৃণালিনীয়ে আগ্ৰহ দেখুৱাই ক'লে, 'নহয়, তুমি আজি দেখুৱাবই লাগিব। তুমি সদায় কাইলৈ কাইলৈ কৰি থাকা। মই আজি একোকে নামানো।'

মৃণালিনী আৰু কৈলাস সহপাঠী। দুয়োৰে মাজত প্ৰেমৰ সম্পৰ্ক স্থাপন হৈছিল। সাপ পালন, সাপৰ লগত খেলা কৰা, সাপ নচুওৱা কৈলাশৰ 'হবী' আছিল। কেবা প্ৰকাৰো সাপ পুহি ৰাখিছিল। সাপৰ স্বভাৱ-চৰিত্ৰৰ বিষয়ে অধ্যয়ন কৰিছিল। কিছুদিন আগেয়ে বিদ্যালয়ত সাপৰ বিষয়ে এটা বক্তব্য আগবঢ়াইছিল। সাপক নচুৱাই দেখুৱাইছিল। প্ৰাণী বিজ্ঞানৰ ডাঙৰ ডাঙৰ অধ্যাপকো এই বক্তব্য শুনি আচৰিত হৈছিল। এইবিলাক কৈলাসে এজন সাপৰ খেলা দেখুওৱা বিখ্যাত লোকৰ পৰা শিকিছিল।

মৃণালিনী ইয়াৰ আগতেও কেবাবাৰো ইয়ালৈ আহিছিল। কিন্তু কোনোদিন সাপ চাবলৈ ইমান আগ্ৰহ দেখুওৱা নাছিল। ক'ব নোৱাৰি— এই আগ্ৰহেৰে কিজানি কৈলাসৰ ওচৰত নিজৰ অধিকাৰ সাব্যস্ত কৰিব বিচাৰিছিল। সাপৰ নৃত্যৰ ওচৰত কিমান মানুহৰ ভিৰ লাগিব, ভিৰ দেখি সাপে কিমান ভয় খাব আৰু ৰাতিৰ সময়ত সিহঁতৰ লগত ধেমালি কৰাটো যে কিমান বেয়া কথা

হ'ব সেইবোৰৰ প্ৰতি মৃণালিনীৰ অকণো ধ্যান নাছিল।

কৈলাসে পুনৰ ক'লে—'নহয়, কালিলৈ নিশ্চয় দেখুৱাম। এই সময়ত ভালদৰে দেখুৱাব নোৱাৰিম।'

এজন মহাশয়ে তাচ্ছিল্য কৰি ক'লে—'দেখুৱাই নিদিয়া কিয়, সাধাৰণ কথা এটাৰ কাৰণে ইমান বাহানা কৰিব লাগেনে? মিছ মৃণালিনী একেবাৰে নামানিবা। চোৰাচোন কেনেদৰে নেদেখুৱাকৈ থাকে।'

দ্বিতীয় এজন মহাশয়ে আৰু অলপ ৰহণ সানি ক'লে—"মিছ মৃণালিনী ইমান সহজ-সৰল কাৰণে ইমান অনুৰোধ কৰিছে, আন ছোৱালী হ'লে কাজিয়াই কৰিলেহেঁতেন।"

তৃতীয় এজনে আৰু অলপ ওপৰত ক'লে— 'আৰে, মাত-বোলেই বন্ধ কৰি দিলেহেঁতেন।'

মৃণালিনীয়ে দেখিলে যে এইসকল লোকে ঠাট্টা কৰিবলৈ ধৰিলে। "আপোনালোকে মোৰ হৈ ওকালতি কৰিব নালাগে। মই মোৰ নিজৰ ওকালতি নিজেই কৰি ল'ম। মই এতিয়া সাপৰ নাচ চাব নোখোজোঁ। গ'ল কথা গুচিল।"

বন্ধুবৰ্গই মস্কৰা কৰিলে— 'চাবতো আপুনি খোজেই, কিন্তু কোনোবাই দেখুৱালেহে?'

এই সময়ত মৃণালিনীৰ ম্লান পৰা চেহেৰা দেখি কৈলাসে বুজিব পাৰিলে যে কৈলাসে আপত্তি কৰা কাৰণে মৃণালিনীৰ বেয়া লাগিছে।

যেতিয়া ভোজনপৰ্ব শেষ হ'ল আৰু নাচ-গান আৰম্ভ হ'ল তেতিয়া কৈলাসে মৃণালিনী আৰু অন্য বন্ধুসকলক লগত লৈ সাপৰ গঁড়ালৰ ওচৰলৈ গৈ বীণ বজাবলৈ ধৰিলে। এটা এটাকৈ গঁড়াল খুলি এটা এটাকৈ সাপ বাহিৰলৈ উলিয়ালে। বাঃহু কি চমৎকাৰহু এই প্ৰাণীবোৰে যেন কৈলাসৰ মনৰ কথা বুজি পায়। কোনোবাটো তুলি লৈ ডিঙিত মেৰিয়াই ল'লে, কোনোবাটো হাতত মেৰিয়াই ল'লে। মৃণালিনীয়ে বাৰে বাৰে বাধা দিলে—"ডিঙিত নল'বা, দূৰৰ পৰা দেখুওৱা। কেৱল অলপ নচুৱাই দিয়া।" কৈলাসে সাপ ডিঙিত মেৰিয়াই লোৱাত যেন মৃণালিনীৰ প্ৰাণ উৰি গৈছিল। অনুতাপ কৰিছিল—'মই মিছায়ে সাপ দেখুৱাবলৈ কৈছিলোঁ।' কিন্তু কৈলাসৰ কাণসাৰ নাই। প্ৰেমিকাৰ ওচৰত এনে সৰ্পকলা প্ৰদৰ্শনৰ সুবিধা এৰিবই বা কিয়? এজন বন্ধুৱে টিপ্পনী কাটিলে—"দাঁত ভাঙি দিয়া হৈছে হ'বলা।"

কৈলাসে হাঁহিমুখে ক'লে—'দাঁত ভাঙি দিয়াটো বাজীকৰৰ নাম।

কোনোটোৰে দাঁত ভাঙি দিয়া নাই। কোৱা যদি দেখুৱাই দিওঁ।' এনেদৰে কৈ এডাল ক'লা সাপ দাঙি লৈ ক'লে—'মোৰ ওচৰত ইমান ডাঙৰ আৰু বিষধৰ সাপ আন এডাল নাই। যদি কাৰোবাক দংশন কৰে, লগে লগেই মৃত্যু। ইয়াৰ কোনো মন্ত্ৰ নাই। ইয়াৰ দাঁত দেখুৱাই দিওঁ?'

মৃণালিনীয়ে হাতত ধৰি ক'লে—'নহয় নহয় কৈলাস। ভগৱানৰ শপত। ইয়াক এৰি দিয়া। মই তোমাৰ ভৰিত ধৰিছোঁ।'

এনেতে দ্বিতীয় এজন বন্ধুৱে ক'লে—'মোৰতো বিশ্বাস নহয়, কিন্তু তুমি কৈছা যেতিয়া মানি লৈছোঁ।'

কৈলাসে সাপৰ ডিঙিটো খামুচি ধৰি ক'লে—"নহয় চাহাব, আপুনি নিজ চকুৰে চাই বিশ্বাস কৰক। দাঁত ভাঙি লৈ বশ কৰাটো কি কথা হ'ল। সাপ বৰ বুদ্ধিমান। যদি তাৰ বিশ্বাস হৈ যায় যে এই মানুহজনৰ পৰা মোৰ কোনো হানি নহয় তেতিয়াহ'লে সি কেতিয়াও দংশন নকৰে।"

মৃণালিনীয়ে যেতিয়া দেখিলে যে কৈলাসক এই সময়ত ভূতে লম্ভিছে, এই খেল যাতে নহয় সেই আশা কৰি ক'লে—"ভাল বন্ধুসকল, এতিয়া ইয়াৰ পৰা ব'লক, নাচ-গান আৰম্ভ হৈছে। আজিময়ো গান গাম।" এইবুলি কৈ তাই কৈলাসৰ ডিঙিত ধৰি যাবলৈ ইংগিত দিলে আৰু তাৰ পৰা ওলাই গ'ল। কিন্তু কৈলাসে বিৰোধীৰ সংশয় সমাধান কৰিহে উশাহ ল'ব খুজিছিল। সি সাপৰ ডিঙিত জোৰেৰে টিপি ধৰিলে, ইমান জোৰেৰে টিপি ধৰিলে যে সাপৰ মুখ ৰঙা হৈ গ'ল, সাপৰ সিৰা-উপসিৰা যেন টান খাই ধৰিলে। সাপে এতিয়ালৈকে কৈলাসৰ পৰা এনে ব্যৱহাৰ পোৱা নাছিল। সাপে বুজিব পৰা নাছিল কৈলাসে কি বিচাৰে। সাপে ভাবিলে যে তাক হয়তো মাৰি পেলাব খুজিছে, সেই কাৰণে সি আত্মৰক্ষাৰ কাৰণে সাজু হ'ল।

কৈলাসে খুব জোৰেৰে সাপৰ ডিঙিটো টিপা মাৰি মুখ খুলি দিলে আৰু তাৰ বিষাক্ত দাঁত দেখুৱাই ক'লে—'যি ভদ্ৰলোকৰ সন্দেহ আছে, তেওঁ আহি চাই লওক।' বন্ধুসকলে আহি দাঁত চালে আৰু আচৰিত হ'ল। প্ৰত্যক্ষ প্ৰমাণৰ সমুখত সন্দেহ কৰিব লগা একো নাই। বন্ধুসকলৰ সংশয় নিবাৰণ কৰি কৈলাসে সাপৰ ডিঙি ঢিলা কৰি দিলে আৰু মাটিত থ'ব খুজিলে, কিন্তু এই ক'লা ফেঁটীসাপডাল যেন ক্ৰোধত পাগল হৈ গৈছিল। ডিঙি কোমল হোৱাৰ লগে লগে সি ফেঁট তুলি কৈলাসৰ আঙুলি জোৰেৰে দংশন কৰিলে আৰু তাৰ পৰা নিমিষতে আঁতৰি গ'ল।

কৈলাসৰ আঙুলিৰ পৰা টোপাটোপে তেজ ওলাবলৈ ধৰিলে। সি জোৰেৰে আঙুলি টিপি ধৰিলে আৰু নিজৰ কোঠাৰ পিনে দৌৰি গ'ল। মেজৰ ড্ৰয়াৰত এবিধ বিষ নাশ কৰিব পৰা বনলতা আছিল। বন্ধুসকলৰ মাজত হাহাকাৰ লাগিল। ডাক্তৰ চাহাবো ভয় খাই দৌৰি আহিল। তৎক্ষণাৎ আঙুলিৰ তলপিনে টানকৈ এটা গাঁঠি দিয়া হ'ল আৰু বনলতাবিধ বটিবলৈ কোৱা হ'ল। ডাক্তৰ চাহাবৰ বনলতাৰ প্ৰতি বিশ্বাস নাছিল। তেওঁৰ আঙুলিৰ খোঁটা অংশখিনি কাটি দিব খুজিছিল, কিন্তু কৈলাসৰ বনলতাৰ প্ৰতি পূৰ্ণ বিশ্বাস আছিল। মৃণালিনী পিয়ানো বজোৱাত ব্যস্ত আছিল। খবৰ শুনাৰ লগে লগে কৈলাসৰ ওচৰলৈ দৌৰি আহিল আৰু আঙুলিৰ পৰা ওলাই থকা তেজ ৰুমালেৰে মচিবলৈ ধৰিলে। বনদৰৱ বটিবলৈ ধৰা হ'ল, কিন্তু এই এক মিনিটৰ ভিতৰতে কৈলাসৰ চকু মুদ খাই আহিবলৈ ধৰিলে আৰু ওঁঠ হালধীয়া হ'বলৈ ধৰিলে। আনকি সি থিয় হৈ থাকিব নোৱাৰা হ'ল। মজিয়াত বহি পৰিল। সকলো আলহী-অতিথি কোঠাত ভিৰ কৰিলে। কোনে কি কয় ঠিক নোহোৱা হ'ল। এই সময়তে এডাল বনলতা অনা হ'ল আৰু মৃণালিনীয়ে কৈলাসৰ আঙুলিত বান্ধি দিলে আৰু এক মিনিট পাৰ হৈ গ'ল। কৈলাসৰ চকু মুদ খাই গ'ল। সি শুই পৰিল আৰু হাতেৰে পাংখা চলাবলৈ ইংগিত দিলে। মাকে দৌৰি আহি কৈলাসৰ মূৰ কোলাত ল'লে আৰু টেবুল ফেন চলাই দিলে।

ডাক্তৰ চাহাবে হাউলি সুধিলে—কৈলাস, কেনে পাইছা?' কৈলাসে লাহেকৈ হাত তুলিলে, কিন্তু একো ক'ব নোৱাৰিলে। মৃণালিনীয়ে কৰুণ কণ্ঠৰে ক'লে—'বনলতাই একো কাম নিদিয়ে?' ডাক্তৰ চাহাবে মূৰত খামুচি ক'লে—"কি ক'ম মই, তাৰ কথা শুনিলোঁ। এতিয়াতো অস্ত্ৰোপচাৰ কৰিও একো লাভ নহ'ব।"

আধাঘণ্টামানলৈকে এনে অৱস্থা চলিল। কৈলাসৰ অৱস্থা ক্ৰমাৎ বেয়াৰ পিনে ঢাল খালে। কৈলাসৰ চকু সম্পূৰ্ণ মুদ খাই গ'ল, হাত-ভৰি ঠাণ্ডা হৈ গ'ল। মুখ মলিন হৈ পৰিল। মৃত্যুৰ সকলো লক্ষণে দেখা দিলে। ঘৰত কন্দাকটা আৰম্ভ হ'ল। মৃণালিনীয়ে মূৰ আফলিয়াবলৈ ধৰিলে। মাক মূৰ্চ্ছিত হৈ পৰিল। ডাক্তৰ চাধ্বাক অতিথিসকলে ধৰি ৰাখিলে।

এজন মহাশয়ে ক'লে—'যদি কোনো মন্ত্ৰ মাতি জৰাফুকা কৰা বেজৰ সন্ধান পোৱা যায়, তেতিয়া সম্ভৱ বাচি যাব পাৰে।'

এজন মুছলমান জনাবে ইয়াৰ সমৰ্থনত ক'লে— 'আৰে চাহাব, কবৰত পৰি থকা শও জী উঠা শুনা যায়।'

ডাক্তৰ চাধ্বাই ক'লে— 'মোৰ কপাল বেয়া, তাৰ কথা শুনিলোঁ। খোঁটা অংশখিনি কাটি দিলে হয়তো এনেকুৰা পৰিস্থিতিয়েই নহ'লহেঁতেন। কিমান মানা কৰিছিলোঁ, বেয়া সাপ পুহিব নালাগে, কিন্তু নুশুনিলে। আনক, কোনো জৰাফুকা কৰা বেজকে মাতক। মোৰ সকলো সম্পত্তি তেওঁৰ ভৰিত অৰ্পণ কৰক। কৌপিনে পিন্ধিয়ে ঘৰৰ পৰা ওলাই যাম। যাতে মোৰ কৈলাস, মোৰ বুকুৰ কৈলাস উঠি বহে। ঈশ্বৰৰ শপত— কাৰোবাক মাতক।'

এজন সদাশয় ব্যক্তিয়ে কোনো জৰাফুকা বেজক জানিছিল। তেওঁ গৈ সেই বেজজনক ততালিকে মাতি আনিলে। কিন্তু কৈলাসৰ চেহেৰা দেখি তেওঁ মন্ত্ৰ মাতিবলৈ সাহস নকৰিলে। যি হ'ব লগা আছিল সেয়া হৈ গ'ল। এতিয়া আৰু কোনো উপায় নাই। তেওঁ ক'লে— "আৰে মূৰ্খ, এইটো কিয় নোকোৰা যে যি হ'ব লগা নাছিল, সেয়া হৈ গ'ল। যি হ'ব লগা আছিল, সেয়া ক'ত হ'ল? মাক-বাপেকে পুত্ৰৰ চেহেৰা ক'ত দেখিলে? মৃণালিনীৰ কামনা-বৃক্ষ কি পল্লৱ আৰু পুষ্পৰে ৰঞ্জিত হৈ উঠিল? মনৰ এই সোণালী সপোন কি পূৰ্ণ হ'ল? যি হ'ব লগা নাছিল সেয়াই হ'ল।"

সংসাৰখন যেন শস্য-শ্যামলা পথাৰ আছিল। ইয়াতেই ৰূপোৱালী জোনাকে প্ৰকৃতিৰ ওপৰত পোহৰ বিলাইছিল, ইয়াতেই বন্ধু-বান্ধৱ আছিল, ইয়াতেই মনোৰঞ্জনৰ সম্ভাৰ আছিল। কিন্তু য'ত মধুৰ সংগীতৰ সুৰ-লয় আছিল সেয়া কৰুণ ক্ৰন্দন আৰু অশ্ৰুপ্ৰবাহে আগুৰি ধৰিলে।

(৩)

চহৰৰ পৰা কেইমাইলমান দূৰত এহাল বুঢ়া-বুঢ়ীয়ে জুহালৰ ওচৰত জুইৰ উম লৈ আছিল। বুঢ়াই হোকা হুপি আছিল আৰু মাজে মাজে কাহি আছিল। বুঢ়ীয়ে হাত দুখন সেকি সেকি জুইৰ অঙঠালৈ লক্ষ্য নিবদ্ধ কৰি আছিল। ওচৰতে এডাল গছাত কেৰাচিনৰ চাকি এটা জ্বলি আছিল। ঘৰত নাছিল কোনো চালপীৰা, নাছিল কোনো বিছনা, এটা কোণত কিছু নৰা পৰি আছিল। এই কোঠাতেই এটা চৌকা আছিল। বুঢ়ীয়ে দিনটো শুকান খৰি বিচাৰি ফুৰিছিল। বুঢ়াই ৰছি বটি বজাৰত বিক্ৰী কৰিছিল। সেয়ে তেওঁৰ জীৱিকা। বুঢ়াক

কোনোৱে হঁহা দেখা নাছিল। দেখা নাছিল কন্দাও। জীয়াই যে আছিল সেয়াই যথেষ্ট। মৰণৰ দুৱাৰডলিত তেওঁ থিয় হৈ আছিল। হঁহা বা কন্দাৰ সময়ে বা ক'ত? বুঢ়ীয়ে সুধিলে— 'কাইলৈৰ কাৰণেতো শণ নাই, কাম কি কৰিবা?'

'জগৰু শ্বাহৰ পৰা দহ সেৰ শণ বাকীকৈ আনিম।'

'আগৰ বাকীয়ে দিয়া নাই। এতিয়া আৰু বাকী কিয় দিব?'

'নিদিয়ে নাই, ঘাঁহতো কমি যোৱা নাই। দুপৰীয়ালৈ দুঅনাৰ ঘাঁহো কাটিব নোৱাৰিম নেহু' এই সময়তে দুৱাৰমুখত এজন মানুহে মাতিলে— 'ভগৎ, অ' ভগৎ, শুলা নেকি? দৰ্জাখন খোলাচোন।'

ভগতে উঠি গৈ দৰ্জাখন খুলি দিলে। এজন ব্যক্তি ভিতৰলৈ আহি ক'লে— 'কিবা শুনিছানে, ডাক্তৰ চাধ্বা বাবুৰ ল'ৰাজনক সাপে খুঁটিছে।

ভগতে আচৰিত হৈ ক'লে— 'চাধ্বা বাবুৰ ল'ৰাকহু সেইজন চাধ্বা বাবু নহয়নে, যি ছাউনীৰ বঙলাত থাকে?'

'হয় হয়, সেইজনেই। চহৰত কোলাহল হৈ গৈছে। যাব খুজিলে যোৱা। মানুহ বনি যাবা।'

বুঢ়াই কঠোৰ হৈ ক'লে— "মই নাযাওঁ। সেইজনেই চাধ্বা। খুব ভালদৰে জানো। ভাইৰ লগত তেওঁৰ ওচৰলৈ গৈছিলোঁ। খেলিবলৈ যাবলৈ ওলাইছিল। ভৰিত পৰি প্ৰণিপাত কৰিছিলোঁ, এক পলক চাই লওক, কিন্তু মূৰ তুলি কথাই নক'লে। ভগৱানে বহি শুনি আছিল। এতিয়া মজা পাব পুত্ৰশোক কেনেকুৱা। কেইজন ল'ৰা?"

'এজনেই ল'ৰা আছিল। শুনিছো সকলোৱে হাত দাঙি দিছে।'

"ভগৱান বৰ চতুৰ। সেই সময়ত মোৰো চকুলো ওলাইছিল, কিন্তু তেখেতৰ মোৰ প্ৰতি অলপো দয়া নহ'ল।"

"তেতিয়াহ'লে নোযোৱা? মই যি ভাবিছিলোঁ সেয়া ক'লোঁ।"

"ভাল কৰিলা— ভাল কৰিলা। কলিজা ঠাণ্ডা হ'ল। চকু ঠাণ্ডা হ'ল। ল'ৰাজনো হয়তো ঠাণ্ডা হৈ গ'ল। তুমি যোৱা। আজি শান্তিৰে শুম। (বুঢ়ীৰ প্ৰতি) অলপ টাংখু দিয়াচোন— আৰু এচিলিম হুপিম। এতিয়া বুজি পাব মহাশয়ে। সকলো চাহাবী দূৰ হৈ যাব। আমাৰ কি আহে যায়। ল'ৰা মৰি যোৱাৰ পাছত কোনো একোতো হানি-বিঘিনি হোৱা নাই মোৰ। য'ত ছয় সন্তান মৰি গৈছিল তাৰ লগত আৰু এজন গ'ল। তোমাৰতো সংসাৰ শূন্য হৈ যাব। এতিয়া

কি কৰিবা? এবাৰ চাবলৈ যাম, কিন্তু কিছুদিন পাছত মনৰ অৱস্থাৰ কথা সুধিম।"

মানুহজন গুচি গ'ল। ভগতে দৰ্জা বন্ধ কৰি দিলে। আৰু চিলিমত টাংখু লগাই হুপিবলৈ ধৰিলে।

বুঢ়ীয়ে ক'লে— 'ইমান ৰাতি এই ঠাণ্ডাখনত কোন যাব?'

"দুপৰীয়া হ'লেও মই নগ'লোঁহেঁতেনহু দুৱাৰমুখলৈ নিবলৈ আহিলেও নগ'লোঁহেঁতেন। পাহৰি যোৱা নাই। পান্নাৰ সেই ৰূপ আজিও চকুত ভাঁহি আছে। সেই হৃদয়হীনজনে এবাৰো চকু মেলি নাচালে। মই কি জনা নাছিলোঁ যে সি নাবাচিব। খুব ভালদৰে জানিছিলোঁ। চাধ্বা ভগৱান নহয় যে এক পলক চালেই অমৃত বৰষিব। কেৱল মনৰ এটি সান্ত্বনা— কিজানি ভালেই হয়। সেই কাৰণেই তেওঁৰ ওচৰলৈ গৈছিলোঁ। এতিয়া কোনোবা এদিন যাম আৰু ক'ম— 'কি চাহাব, জীৱনৰ ৰং কেনেকুৱা? সকলোৱে বেয়া পাব। পাওক। কাকো কেৰেপ নকৰোঁ। সৰু মানুহৰেই সকলো দোষ। ডাঙৰ মানুহৰ কোনো দোষ নাই। তেওঁলোক দেৱতা।'

ভগতৰ কাৰণে জীৱনত এয়া প্ৰথমবাৰ এনে হৈছে যে এনেকুৱা খবৰ পায়ো বহি আছে। আশী বছৰীয়া জীৱনত কোনোদিন এনে হোৱা নাছিল যে সাপে খোঁটাৰ খবৰ পোৱাৰ পাছত দৌৰি যোৱা নাছিল। পুহ-মাঘ মাহৰ শীতৰ এন্ধাৰ ৰাতি, চ'ত-ব'হাগৰ ৰ'দ, আহাৰ-শাওণৰ উথলি উঠা নদী-নলা— কাকো খাতিৰ কৰা নাছিল। তৎক্ষণাৎ ঘৰৰ পৰা ওলাই গৈছিল— নিস্বাৰ্থভাবে। কিবা পোৱাৰ আশাত নহয়। এয়া তেনেকুৱা কামেই নাছিল। জীৱনৰ মূল্য কোনে বাৰু দিব পাৰে? এয়া এক পুণ্য কাৰ্য আছিল। হেজাৰজনৰ নিৰাশাক তেওঁৰ মন্ত্ৰই জীৱন দান দিছিল, কিন্তু আজি ঘৰৰ পৰা ভৰি উলিয়াব পৰা নাই। এনেকুৱা খবৰ শুনিও শুবলৈ যাবলৈ ওলাইছে।

বুঢ়ীয়ে ক'লে— "টাংখু জুহালৰ কাষতে আছে। ইয়াৰো আজি আঢ়ৈ পইচা হ'ল। দিবলৈ মনেই নকৰা।"

বুঢ়ীয়ে এনেদৰে কৈ শুই পৰিল। বুঢ়াই চাকি নুমুৱালে। কিছু সময় থিয় দি থাকিল, পাছত বহি পৰিল। শেষত বাগৰ দিলে, কিন্তু এই খবৰে বুঢ়াৰ বুকুত যেন হেঁচা মাৰি ধৰিছিল। সি অনুভৱ কৰিলে তাৰ যেন কিবা বস্তু হেৰাইছে। এনে লাগিল যেন শৰীৰৰ সকলো কাপোৰ ছিগি গৈছে। নাইবা ভৰিত এসোপা বোকা লাগিছে। বাৰে বাৰে কোনোবাই মনৰ ভিতৰত সোমাই তাক ঘৰৰ পৰা বাহিৰ ওলাই যাবলৈ কুতুৰিয়াই আছে। কিছু সময় পাছতে বুঢ়ীয়ে

নাকেৰে ঘৰ্ঘৰাবলৈ ধৰিলে। ভগৎ উঠিল, নিজৰ লাখুটিডাল হাতত ল'লে আৰু লাহেকৈ দৰ্জাখন খুলিলে।

বুঢ়ীয়ে সুধিলে— "ক'লৈ যোৱা?"

"ক'লৈকো নাযাওঁ, কিমান ৰাতি হৈছে তাকেই চাইছিলোঁ।"

'এতিয়া বহুত ৰাতি। শুই থাকা।'

'টোপনি নাহে।'

'টোপনি কিয় আহিব? মন যে চাধ্বাৰ ঘৰৰ প্ৰতি লাগি আছে।'

'চাধ্বাই মোৰ কাৰণে কি ভাল কাম কৰিলে যে তালৈ যাম? তেওঁ আহি ভৰিত ধৰিলেও নাযাওঁ।'

'উঠিছাতো তুমি সেই উদ্দেশ্যেই।'

"নহয় অ', মই এনেকুৱা পাগল নহয় যে যিয়ে মোক কাঁইট উপহাৰ দিয়ে তাক মই গোলাপ উপহাৰ দিম।"

বুঢ়ী পুনৰ শুই পৰিল। বুঢ়াই দৰ্জাত হেঙাৰ দিলে আৰু পুনৰ আহি বহিল। কিন্তু তাৰ মনৰ অৱস্থা এনে হৈছিল যে প্ৰতিঘাতৰ ভাব ভগতৰ কাৰণে স্বাভাৱিক আছিল, কিন্তু হৃদয় সেই দুৰ্ভগীয়া যুৱকজনৰ প্ৰতি আছিল, যি এই সময়ত মৃত্যুৰ দুৱাৰডলিত, যাৰ কাৰণে এটি এটি পল বিলম্ব কৰা ঘাতকস্বৰূপ। বুঢ়াই পুনৰ দুৱাৰ খুলিলে ইমান লাহেকৈ যে বুঢ়ীয়ে কোনো গম নাপালে। বাহিৰলৈ ওলাই আহিল। সেই সময়ত গাঁৱৰ চকীদাৰ ফুৰি আছিল, সুধিলে, 'কিয় উঠিলা ভগৎ? আজিতো বহুত ঠাণ্ডা। ক'ৰবালৈ যোৱা নেকি?'

ভগতে ক'লে— "যামনো ক'লৈ? চাব খুজিছিলোঁ এতিয়া কিমান ৰাতি, কিমাননো বাজিল?"

চকীদাৰে ক'লে—"এক বাজিল হ'বলা। এতিয়াই থানাৰ পৰা আহিছিলোঁ, ডাক্তৰ চাধ্বা বাবুৰ বঙলাত বহুত মানুহৰ ভিৰ। তেওঁৰ ল'ৰাৰ অৱস্থা শুনিছাই হ'বলা, সাপে খুঁটিছে। মৰিয়ে গৈছে বোধহয়। তুমি যোৱাচোন, কিজানি বাচেই। শুনিছোঁ দহ হেজাৰলৈকে দিবলৈ প্ৰস্তুত।"

'মইতো নাযাওঁ। লাগে দহ লাখেই দিয়ক। মই বাৰু দহ হাজাৰ বা দহ লাখ টকা কি কৰিম? কালিলৈ মৰি যাম। পাছত কোনে বাৰু ভোগ কৰিব।'

চকীদাৰ গুচি গ'ল। ভগতে ভৰি আগুৱালে। যেন এক নিচাসক্ত ব্যক্তি। দেহ নিজৰ আয়ত্তত নাথাকে। ভৰি ক'ৰবাত থ'ব খোজে, পৰে আন ক'ৰবাত। ক'ব খোজে কিবা, মুখেৰে ওলায় কিবা। ভগতৰো এই সময়ত এনেই অৱস্থা।

মনৰ মাজত দ্বন্দ্ব চলি আছিল, কিন্তু কৰ্ম মনৰ অধীন নাছিল। যিজনে কোনোদিন তৰোৱাল চলাই পোৱা নাই, সেইজনে ইচ্ছা কৰিলেও তৰোৱাল চলাব নোৱাৰে। তৰোৱাল উঠাব খুজিলেও হাত কঁপিব।

ভগতে লাঠী খট্ খট্ কৰি আগুৱাই আছিল। চেতনাই বাধা দিছিল, কিন্তু অৱচেতন মনে আগলৈ ঠেলিছিল। সেৱকগৰাকীৰ প্ৰতি অনুৰক্ত আছিল।

আধা ৰাস্তা অহাৰ পাছত ভগৎ পলকতে ৰৈ গ'ল। হিংসাৰ ক্ৰিয়াৰ ওপৰত বিজয় হ'ল— মই এনেয়ে ইমান দূৰ আহিলোঁ। এই ঠাণ্ডাখনত মৰিবলৈ মোক কিহে পাইছিল? আৰামত কিয় শুই নাথাকিলোঁ? টোপনি নাহে নাই, দুই-এটা ভজনকে গালোঁহেঁতেন। কিদৰে ইমান দূৰ আহিলোঁ। চাধ্বাৰ ল'ৰা থাকে, মৰে মোৰ কি আহে যায়। মোৰ কাৰণে তেওঁ কি এনে ব্যৱহাৰ কৰিছিল যে মই তেওঁৰ কাৰণে মৰোঁ? পৃথিৱীত হেজাৰ মৰে, হেজাৰ জীয়ে। কাৰোবাৰ জীৱন মৃত্যুৰ লগত মোৰ কি সম্পৰ্ক?

কিন্তু অৱচেতন মনে এতিয়া এক বেলেগ ৰূপ ল'লে, যি হিংসাৰ লগত বহুত মিল থকা। সি জৰাফুকা কৰিবলৈ যোৱা নাই, সি চাব যে মানুহবিলাকে কি কৰি আছে। ডাক্তৰ চাহাবৰ কন্দাকটা চাব কেনেকৈ মূৰ আফলিয়াই মাটিত বাগৰি পৰে। সি চাব ডাঙৰ লোকেও সৰু মানুহৰ দৰে কান্দে নে ধৈৰ্য ধৰিব পাৰে। তেওঁলোক বহুত উচ্চ শিক্ষিত, ধৈৰ্য ধৰিব পাৰে নিশ্চয়। হিংসা ভাবক এনেদৰে সান্ত্বনা দি পুনৰ আগবাঢ়িল।

এনেতে দুজন মানুহ আহি থকা সি দেখা পালে। দুয়োজনে কথা কৈ আহি আছিল— "চাধ্বা বাবুৰ ঘৰ শেষ হৈ গ'ল। সেই এটাই ল'ৰা আছিল।" এই কথা-বতৰা ভগতৰ কাণত পৰিল। ভগতৰ খোজ আৰু তীব্ৰ হ'ল। ভাগৰৰ কাৰণে ভৰি যেন চলিব খোজা নাছিল। শৰীৰৰ ওপৰ ভাগ এনেদৰে আগলৈ গৈছিল যে হামখুৰি খাই পৰিব। এনেদৰে প্ৰায় দহ মিনিট যোৱাৰ পাছত ডাক্তৰ চাহাবৰ বঙলা চকুত পৰিল। বিজুলীচাকিবিলাক জ্বলি আছিল, কিন্তু নিস্তব্ধতা বিৰাজমান। কন্দাকটাৰ শব্দও অহা নাছিল। ভগতৰ কলিজা ধপ্‌ধপাবলৈ ধৰিলে। 'মোৰতো বহুত পলম হৈ যোৱা নাই?' সি দৌৰিবলৈ ধৰিলে। নিজৰ জীৱনত সি কেতিয়াও ইমান বেগেৰে দৌৰা নাছিল। এনেকুৱা লাগিছিল যেন তাৰ পিছে পিছে মৃত্যু দৌৰি আহি আছিল।

ৰাতি দুই বাজিছিল। অতিথিসকল বিদায় লৈ গৈছিল। কান্দিবলগীয়াৰ ভিতৰত কেৱল আকাশৰ তৰাবিলাকেই আছিল। আৰু বাকীসকলো কান্দি

কান্দি ভাগৰি পৰিছিল। অধিক উৎসুকতাৰে লোকসকলে ৰৈ ৰৈ আকাশলৈ চাইছিল, যেন কিবাকৈ ৰাতি পুৱাওক আৰু শটো গংগাৰ বুকুত উটুৱাই দিয়া যাওক।

হঠাৎ ভগতে পদূলিমুখ পাই মাত দিলে। ডাক্তৰ চাহাবে ভাবিলে কোনোবা ৰোগী আহিছে। অন্য দিন হ'লে খেদি পঠিয়ালেহেঁতেন, কিন্তু আজি বাহিৰলৈ ওলাই আহিল। দেখিলে এজন বুঢ়া মানুহ থিয় হৈ আছে। কঁকাল হালি গৈছে, শোটোৱা পৰা মুখ, চকুৰ চেলাউৰি পৰ্যন্ত বগা হৈ গৈছে। লাখুটিত ভৰ দি কঁপি আছিল। বৰ নম্রভাৱে ক'লে—"কি ভাই, আজি আমাৰ এনে বিপদ যে কথা ক'ব পৰা অৱস্থাত নাই, আন কোনোবা দিনা আহিবা। ইয়াত এমাহলৈকে হয়তো কোনো ৰোগীও চাব নোৱাৰিম।"

ভগতে ক'লে— "শুনিবলৈ পাইছোঁ, বাবু। সেই কাৰণেইতো আহিছোঁ। ভাইটো ক'ত? অলপ মোক দেখুৱাই দিয়ক। ভগৱান বৰ চালাক। মৰাকো জীয়াব পাৰে। কোনে জানে, এতিয়াও তেওঁৰ দয়া উপজিব পাৰেহু"

চাধ্বাই ভগ্ন কণ্ঠৰে ক'লে— "ব'লা, চাই লোৱা, কিন্তু তিনি-চাৰি ঘণ্টা হৈ গ'ল। যি হ'ব লগা আছিল সেয়া হৈ গ'ল। বহুতো জৰাফুকা কৰা বেজ আহিল আৰু চাই গুচি গ'ল।"

ডাক্তৰ চাহাবে কি আশা কৰিবহু বুঢ়াৰ প্ৰতি দয়া উপজিল। ভিতৰলৈ লৈ গ'ল। ভগতে শৰীৰটো এক মিনিট চালে। তাৰ পাছত মিচিকিয়াই ক'লে— 'এতিয়াও একো হানি হোৱা নাই বাবু মহাশয়। যদি নাৰায়ণে কৃপা কৰে আধা ঘণ্টাৰ ভিতৰত ভাইটি উঠি বহিব। আপুনি মিছায়ে ভয় খাইছে। পানীভাৰীক কওকচোন পানী আনিবলৈ।'

পানী যোগনিয়াৰে পানী আনি আনি কৈলাসক ধুৱাবলৈ ধৰিলে। পানীভাৰীৰ সংখ্যা বেছি নাছিল। পানী আনোতে আনোতে পানীৰ পাইপেই বন্ধ হৈ গ'ল। অতিথিসকলেও বাহিৰৰ কুঁৱাৰ পৰা পানী ভৰাই আনি পানীভাৰীক দিলে, মৃণালিনীয়েও কলহত ভৰাই পানী আনিলে। বুঢ়া ভগতে হাস্যবদনে মন্ত্ৰ পাঠ কৰি আছিল। যেন বিজয়প্ৰাপ্তি তেওঁৰ সমুখত থিয় হৈ আছিল। যেতিয়া এবাৰ মন্ত্ৰ উচ্চাৰণ কৰা শেষ হয় তেতিয়া এটা বড়ি কৈলাসক শুঙাই দিয়ে। এনেদৰে কিমান কলহ পানী কৈলাসৰ মূৰত ঢলা হ'ল আৰু কিমান যে মন্ত্ৰ ভগতে মাতিলে হিচাপ নাই। শেষত পূব আকাশত যেতিয়া ৰঙা ৰঙা ৰহণ দেখা দিলে তেতিয়া কৈলাসৰো ৰঙা ৰঙা চকুযুৰি খোল খালে। এটি

ক্ষণ সি এঙামুৰি দিলে আৰু পানী খাব খুজিলে। ডাক্তৰ চাধ্বাই দৌৰি আহি নাৰায়ণীক সাবটি ধৰিলে। নাৰায়ণীয়ে দৌৰি গৈ ভগতৰ ভৰিত খামুচি ধৰিলে আৰু মৃণালিনীয়ে কৈলাসৰ সমুখত অশ্রুভৰা চকুৰে সুধিলে— 'এতিয়া গা কেনে পাইছা?'

খন্তেকতে সকলোপিনে খবৰ বিয়পি গ'ল। বন্ধুসকলে কৃতজ্ঞতা জনাবলৈ আহিবলৈ ধৰিলে। ডাক্তৰ চাহাবে বৰ শ্ৰদ্ধা ভাবেৰে প্ৰতিজনৰে ওচৰত ভগতৰ গুণানুকীৰ্তন কৰিবলৈ ধৰিলে। সকলো লোক ভগতক দৰ্শন কৰিবলৈ উত্ৰাৱল হ'ল। কিন্তু ভিতৰলৈ গৈ দেখিলে ভগৎ ক'তো নাই। কাম কৰা ল'ৰাজনে ক'লে— "এইমাত্ৰ ইয়াত চিলিম হুপি আছিল। আমি ধঁপাত দিব খুজিলোঁ, কিন্তু নল'লে, নিজৰ জোলোঙাৰ পৰা ধঁপাত চিলিমত ভৰালে।"

সকলোপিনে ভগতক বিচৰা হ'ল। ভগতে সাউৎকৈ নিজৰ ঘৰৰ পিনে বাট ল'লে আৰু বুঢ়ীয়ে সাৰ পোৱাৰ আগেয়ে ঘৰ গৈ পালে।

যেতিয়া অতিথিসকলে বিদায় ল'লে তেতিয়া ডাক্তৰ চাহাবে নাৰায়ণীক ক'লে, "নাজানো বুঢ়া ক'লৈ গুচি গ'ল। এচিলিম ধঁপাতো গ্ৰহণ নকৰিলে। নাৰায়ণী, মই ভাবিছিলোঁ ধন বেছিকৈ দিম। ৰাতি মই ধৰিব পৰা নাছিলোঁ, কিন্তু কিছু পোহৰ হোৱাত চিনিব পাৰিলোঁ। এবাৰ এজন ৰোগী লৈ আহিছিল। মোৰ এতিয়া মনত পৰিছে, মই খেলিবলৈ যাবলৈ ওলাইছিলোঁ আৰু ৰোগী চাব খোজা নাছিলোঁহু আজি সেই দিনটোৰ কথা মনত পৰিল। নিজকে কেনেদৰে ধিক্কাৰ দিম তাৰ ভাষা নাই। মই যি আত্মগ্লানিত ভুগিছোঁ তাক ভাষাৰে প্ৰকাশ কৰিব নোৱাৰোঁ। মই এতিয়া তেওঁক বিচাৰি উলিয়াম আৰু তেওঁৰ ভৰিত ধৰি নিজৰ অপৰাধৰ কাৰণে ক্ষমা খুজিম। মই জানো তেওঁ একো নলয়। যশ-খ্যাতিৰ বৰযুণ হ'বলৈকে তেওঁৰ জন্ম হৈছে। তেওঁৰ মহৎ কাৰ্যই এনেকুৱা আদৰ্শ দেখুৱালে— যি আজীৱন মোৰ অন্তৰত বিদ্যমান হৈ থাকিব।◆

(**লেখকৰ চমু পৰিচিতি** ঃ প্ৰকৃত নাম ধনপত ৰায় শ্ৰীবাস্তৱ। আধুনিক হিন্দুস্তানী সাহিত্যৰ বাবে তেওঁৰ নাম ৰৈ বৈ যোৱা। হিন্দী সাহিত্যৰ অতি শীৰ্ষস্থানৰ লেখক হিচাপে তেওঁক গণ্য কৰা হয়। জন্ম ৩১ জুলাই, ১৮৮০ চন।)

# এষাৰ নিৰ্দোষ মিছা কথা

## মূল গল্প ঃ আলেকজেণ্ডাৰ কুপ্ৰিন

## অনুবাদ ঃ শুচিব্ৰতা ৰায় চৌধুৰী

আইভান বেয়া মানুহ নাছিল। তেওঁ পৰিশ্ৰমী আৰু নীতিবান আছিল। সুৰাপান আৰু ধূমপান নকৰিছিল, জুৱা নেখেলিছিল আৰু তিৰোতা মানুহৰ লগত ফুচুৰি কথা পাতিও সময় নকটাইছিল, কিন্তু মানুহজন বৰ দুৰ্ভগীয়া আছিল। তেওঁৰ আটাইতকৈ মাৰাত্মক চৰিত্ৰগত স্বভাৱটো আছিল এয়ে যে তেওঁ বৰ ভয়াতুৰ আছিল আৰু এই দোষটোৰ কাৰণেই সম্ভৱতঃ কিছুমান তিৰোতাৰ দৰে কাঠচিতীয়া আৰু সৰু কথাতে মাৰধৰ কৰা মানুহকহে ভাল পাইছিল। এনেকি ছাত্ৰ অৱস্থাতো শ্ৰেণীত কোনোবাই কৰা দোষবোৰা আইভানে গাত পাতি ল'ব লগা হৈছিল। যেনে— কোনোবা দুষ্ট ল'ৰাই হয়তো শিক্ষকৰ তপা মূৰটোলৈ থু এসোপা কোনেও নেদেখাকৈ মাৰি দিলে, এইখিনি সময়ত হয়তো আইভানে নিজৰ মূৰত পৰা মাখি এটা খেদি আছিল, শিক্ষকে বদমাছিটো আইভানে কৰা বুলি তাকহে শাস্তি দিলে।

শাস্তিবিলাক আছিল আশ্ৰাব্য গালি-গালাজৰ বাহিৰেও বেতৰ কোব আৰু মূৰটোত খুন্দা মৰা। এনেদৰেই মাৰ, গালি আৰু শাস্তি খাই খাই আইভানে ষষ্ঠ শ্ৰেণীলৈ আগবাঢ়িছিল। স্কুলৰ পৰা খেদা খোৱা নাছিল তাৰ মাকৰ কাৰণে। বুঢ়ীমাক বিধৱা আশ্ৰমৰ পৰা কোনোমতে চুঁচৰি-বাগৰি, হেঁফাই-ফেঁফাই আহি হেড্‌মাষ্টৰৰ হাতে-ভৰিয়ে ধৰি আইভানক স্কুলৰ পৰা উলিয়াই নপঠিয়াবলৈ কাবৌ-কাকূতি কৰি কান্দি কান্দি কৈছিল—'দেউতাসকল ঐ, তাৰ জীৱনটো নষ্ট নকৰিব ঐ দেউতাহঁ সি সঁচাকৈয়ে বৰ বাধ্য, কাৰো লগত হাই-পেঁচাল নকৰে। বৰ ভয়াতুৰ, আন ল'ৰাবিলাকেহে তাক খেজাল কৰি ৰং চায়। তাতকৈ তাক সৌকাডালেৰে যিমান পাৰে বেতাওক, দেউতাসকল।"

শিক্ষকে তাক ইচ্ছামতে বেতাইছিল, কিন্তু ফল নহ'ল। দুটা বছৰ ধৰি ষষ্ঠ শ্ৰেণীৰ পৰা সপ্তম শ্ৰেণীলৈ সি উধাব নোৱাৰিলে। শেষত মাকৰ কাকূতি-মিনতি এৰাব নোৱাৰি হেড্‌মাষ্টৰে তাক সপ্তম শ্ৰেণীলৈ উত্তীৰ্ণ হোৱা বুলি চাৰ্টিফিকেট এখন দি স্কুলৰ পৰা উলিয়াই দিলে।

মাকজনীয়ে কিবাপ্ৰকাৰে অ'ৰ ত'ৰ পৰা কেইটামান পইচা গোটাই তাক

বাহিৰত পিন্ধিবলৈ এটা পাতল সেউজীয়া ৰঙৰ কোট, এযোৰ টাপলি মৰা বুটজোতা আৰু সস্তীয়া টুপী এটা কিনি দিলে। তলত পিন্ধিবলৈ বাকী কাপোৰখিনি মাকে নিজৰ পুৰণি চোলাৰ কাপোৰেৰেই নিজহাতেৰে চিলাই দিলে।

এতিয়া প্ৰধান সমস্যা হ'ল কাম এটা পোৱা। দুৰ্ভগীয়া আইভানে পূৰা এবছৰ ধৰি চহৰখনৰ চুকে-কোণে কম বেতনত কাম এটা বিচাৰি ঘূৰি ফুৰিলে, কিন্তু নাই, নেপালে। দিনৰ ভাগত মাকে নিজৰ ভাগৰ পৰাই লুকাই-চুৰকৈ তাক দুটামান খাবলৈ দিয়ে, কিন্তু ৰাতিটো শুবলৈ ঠাই পোৱাটোৱেই সমস্যা আছিল। মাকজনীয়ে বিধৱা আশ্ৰমৰ পৰিচাৰকজনৰ হাতে ভৰিয়ে ধৰি ৰান্ধনি ঘৰতে দুখন চকী আৰু মেজ জোৰা দি তাৰ শোৱাৰ ব্যৱস্থা কৰি দিছিল।

শেষত আইভানে ডেৰবছৰমান পাছত মাহে প্ৰায় পঁচিছ ৰুবল দৰমহাত চৰকাৰী অফিচ এটাত কেৰাণীৰ কাম এটা পালে। কামটো মাকৰ সুদিনৰ সময়ৰ চিনাকি উকীল এজনে যোগাৰ কৰি দিছিল।

আইভানে এই আমনিলগা লিখা কামটো অতি নিষ্ঠাৰে সম্পাদন কৰিছিল। তাৰ সকলো শক্তি সি চাকৰিৰ দায়িত্বটো নিয়াৰিকৈ সম্পন্ন কৰাত লগাইছিল। ৰাতিপুৱা আন সকলোৰে আগতে সি অফিচলৈ আহে আৰু যায় সকলোৰে শেষত। কোনো কোনো লগৰ কেৰাণীৰ পৰি থকা কামখিনিও অলপ পইচা লৈ কৰি দিয়ে। সহকৰ্মীসকলে তাক তুচ্ছ-তাচ্ছিল্য কৰিছিল। সি কাৰো লগত হলি-গলি নকৰিছিল। তাচ খেলা বা বন্ধৰ সময়ত গাভৰু ছোৱালীৰ লগত আলিবাটত ঘূৰি-ফুৰা ইত্যাদি একো এটাকৈ সি নকৰিছিল। লগৰবোৰে তাক 'ভকত' বুলি হাঁহিছিল।

আইভান কিন্তু সন্তুষ্ট আছিল। এটা পেলনীয়া বস্তু থোৱা আধা ভঙা সৰু কোঠাৰ এচুকত নিশাটো শুবলৈ ঠাই অকণমান পাইছিল। ওচৰেৰে 'ধাবা' এখনত দিনে দুঁসাজ খোৱাৰ বন্দৱস্ত কৰি লৈছিল। চাহ-চেনিখিনিৰ যোগাৰ নিজেই ৰাখিছিল। দৰমহাৰ দুই-এক পইচা বচাই মাকলৈ কেতিয়াবা আপেল এটা, কেতিয়াবা দুটামান মিঠাই বা চেনিগুটি লৈ গৈছিল। এনেকি বছৰৰ শেষত নিজৰ সাঁচতীয়া ধনেৰে এসাজ ধুনীয়া কাপোৰ আৰু নতুন চিক্‌চিকীয়া জোতা এযোৰো আইভানে যোগাৰ কৰি ল'ব পৰা হ'ল। অফিচত তাৰ ওপৰৱালাজন আইভানৰ কাম-কাজত যে যথেষ্ট সন্তুষ্ট হৈছিল তাৰ প্ৰমাণ পোৱা গ'ল এবছৰৰ পাছত। বছৰটোৰ শেষত আইভানৰ দৰমহা মাহে পাঁচ ৰুবল বাঢ়িল। দুবছৰৰ

পাছত তাৰ চাকৰিটো নিয়মীয়া হ'ল। আইভানে তেতিয়া বেংকতো দুই-এক পইচা জমা থব পৰা হ'ল। কিন্তু দুৰ্ভগীয়াৰ কপালত চন্দনৰ লেপ লাগিব কেনেকৈহ্ন

এদিন আইভানে প্ৰায় মাজনিশালৈকে অফিচৰ কাম কৰি ওলাই গৈছিল, ইফালে ঘৰতো এসোপা কাম পৰি আছিল। কামখিনি শেষ কৰোঁতে ৰাতি পুৱাবৰ হ'লেই, মাথোঁ দুঘণ্টামানৰ বাবে বিছনাত পৰিল। ৰাতিপুৱা সাত বজাৰ লগে লগে যেতিয়া অভ্যাসবশতঃ সাৰ পায়, তাক ভাগৰে হেঁচি ধৰিছিল, চকুদুটা ৰঙা পৰি উখহি উঠিছিল। সিদিনা অফিচ পাওঁতে তাৰ আটাইতকৈ পলম হ'ল।

অফিচ পাই কথমপি নিজৰ চকীত বহাৰ সময়তে এটা শীতল ভয়ে তাক অসাৰ কৰি দিলে। সি মন কৰিলে যে তাৰ লগৰ কিছুমানে কৌতূহলী দৃষ্টিৰে তালৈ চাই আছে আৰু এজনে তাৰ পিনে বিদ্বেষভৰা দৃষ্টি নিক্ষেপ কৰিছে। কিবা যে এক বিপদ আহি আছে সি বুজি পালে।

অফিচৰ নিয়মমতে এঘাৰ বজাত ডিৰেক্টৰগৰাকী অহাৰ সংকেত দি ঘণ্টাৰ কোব পৰিল। আইভানৰ গাৰ কঁপনি বাঢ়িবলৈ ধৰিলে। এনে সময়তে অফিচৰ সচিবজনে আহি তাৰ মেজৰ ওচৰত থিয় হৈ ক'লেহি যে তাক ডিৰেক্টৰে মাতিছে। সি ভূতে পোৱা মানুহৰ দৰে মাত-বোল নকৰাকৈ সচিবৰ পিছে পিছে গৈ ডিৰেক্টৰৰ কোঠাত সোমাল। কোঠাটোৰ গড্ডীআঁটা ডাঙৰ ডাঙৰ চকীবোৰে তাক অভিভূত কৰিলে। সি আগতে কোনোদিনে এই কোঠাটো দেখা নাছিল। বিৰাট ডাঙৰ চকচকীয়া মেজখনৰ আনটোফালে প্ৰকাণ্ড গড্ডীআঁটা চকীখনত বহি থকা খীণ-মীন ডিৰেক্টৰজনৰ ওপৰত প্ৰথমবাৰৰ বাবে তাৰ চকু পৰিল।

আইভানে কঁকালৰ পৰা গাটো হলাই মূৰ দোঁৱাই অভিবাদন জনোৱাৰ পিছত ডিৰেক্টৰে তাক ওচৰলৈ মাতিলে, 'এইফালে আহা আইভান, এই কামটো কেলেই কৰিলা কোৱাচোন?'

'কি কৰিলো, দেউতা ঈশ্বৰ?'

'সেইটো তুমিয়ে মোতকৈ ভালদৰে জানা। বিল সম্পত্তি তদাৰককাৰীৰ মেজৰ ড্ৰয়াৰৰ তলা ভাঙি তাৰ পৰা পা-পইচা আৰু টিকটবোৰ কেলেই নিলা? অস্বীকাৰ কৰি লাভ নাই। আমি আটায়ে সকলো কথা গম পাইছোঁ।

'মই.... প্ৰভু ঈশ্বৰ... ভগৱান মোৰ সাক্ষীহ্ন'

ডিৰেক্টৰজনক সকলোৱে মৰমীয়াল, সংযত আৰু সৰু-সুৰা কথাত কাণ নিদিয়া বুলি জানে। তেওঁ বিশ্ববিদ্যালয়ৰ ধনতন্ত্ৰৰ অধ্যাপক আছিল। আইভানৰ

কথা শুনাৰ লগে লগে তেনেজন মানুহেও মেজত প্ৰচণ্ড ঢকা এটা মাৰি চিঞৰি উঠিল,

"ভগৱানৰ নাম ল'বলৈ ভয় নালাগিলনে? যোৱা নিশা ৰাতি এক বজালৈ তুমি অকলে আছিলা। তোমাৰ বাহিৰে চকীদাৰ অংকুদেনহে আছিল। অংকুদেন আজি চল্লিশ বছৰ ধৰি আমাৰ ইয়াত আছে। মোৰ নিজৰ মাক সন্দেহ কৰিলেও তাক মই সন্দেহ কৰিব নোৱাৰো। যদি সৈ কাঢ়া কথাটো চৰকাৰক নজনোৱাকৈ তোমাক এৰি দিম।"

আইভানৰ ভৰি দুটা ভয়তে এনেদৰে কঁপিবলৈ ধৰিলে যে সি মাটিত আঁঠুকাঢ়ি বহি পৰিল।

'প্ৰভু ঈশ্বৰ... ভগৱানে জানে.. মই শপত খাই কৈছোঁ...প্ৰভু ঈশ্বৰ ভগৱানৰ নামত শপত খাই কৈছোঁ.. মই চুৰি কৰা নাই... প্ৰভু ঈশ্বৰ।'

ডিৰেক্টৰজন খঙতে জ্বলি-পকি উঠিল। "খাড়া হোৱা, তোমাৰ চকু-মুখ দেখিলেই ক'ব পাৰি যে গোটেই নিশাটো তুমি নিচা খাই হৈ হাল্লা কৰি কটাইছা। মই জানো, ঠগ আৰু তস্কৰবোৰে টকা পালেই পোনে পোনে জুৱাৰ আড্ডা বা বেশ্যালয়লৈ যায়। পুলিচক দি অফিচৰ বদনাম আনিব নোখোজোঁ কিন্তু মনত ৰাখিবা আৰু কোনো চৰকাৰী দপ্তৰতে তুমি চাকৰি নোপোৱা। এতিয়া যোৱা।"

এইদৰেই আইভানৰ চাকৰিটো গ'ল। ইয়াৰ পাছৰ তিনিটা বছৰ আইভানে অতি নিকৃষ্টভাৱে জীৱন কটালে। এটা মাটিৰ তলৰ জেকা এন্ধাৰ ঘৰৰ এচুকত সি থকা ঠাই কৰি লৈছিল। ঘৰটোৰ এটা চুকত মিখেডোনা নামৰ এগৰাকী মাছ বেপাৰী আৰু আন এটা চুকত আইভান নিকোলাভিছ নামৰ মুচি এজন তেওঁৰ এপাল ল'ৰা-ছোৱালীলৈ বাস কৰিছিল। চতুৰ্থ চুকটোত ইলিনিচ্না নামৰ ধুবুনী তিৰোতা এগৰাকী আছিল। তেওঁ সদায় এসোপা মদ গিলি টং হৈ আহিছিল আৰু খুব কোৰ্হাল কৰিছিল।

আইভানে মুচিজনৰ ডাঙৰ ল'ৰা ছোৱালীকেইটাক আখৰ লিখিবলৈ আৰু পঢ়িবলৈ শিকাইছিল আৰু তাৰ সলনি মুচিজনৰ ঘৈনীয়েকে তাক ৰাতিপুৱাৰ চাহ আৰু ৰুটিখিনি দিছিল। আইভানে চাহদোকান আৰু ধাবাত লিখিব নজনা মানুহৰ বাবে দৰ্খাস্ত লিখি দিছিল আৰু পুৱাবেলাটো আখৰ নিচিনা মানুহৰ বাবে ডাকঘৰৰ বাৰাণ্ডাত বহি চিঠি আৰু লেফাফাৰ ওপৰত ঠিকনা লিখি দিছিল। ইয়াৰ বাহিৰেও নগৰখনৰ এমূৰত থকা এজন বেপাৰীৰ ল'ৰা-ছোৱালীৰ শিক্ষকতা কৰি মাহে তিনি ৰুবল পাইছিল। মাজে সময়ে নকল-নবিচৰ কামো দুই-এটা যোগাৰ

হৈছিল। কিন্তু প্ৰধান কামটো আছিল চাকৰি বিচাৰি ফুৰা। আইভানৰ চেহেৰা দেখি কোনেও কাম দিবলৈ সাহ নকৰিছিল। ক্ষুৰ নপৰা দাড়ি-গোঁফেৰে মুখখন ভোবোকাৰ হৈ আছিল আৰু বহুদিন কেঁচি আৰু ফণিৰ আঁচোৰ নপৰা দীঘল জপৰা চুলিৰে মূৰটো ঢাক খাই আছিল। শেতা উখহা মুখখনেৰে তাক বেয়া বেমাৰী যেন দেখা গৈছিল আৰু ফটা জোতাৰে ভৰিৰ আঙুলি ওলাই আছিল। মদ খাবলৈ লোৱা নাছিল যদিও দেখাত মদাহী যেন লাগিছিল।

কিন্তু বছৰৰ চাৰিটা দিনত যেনে—নৱবৰ্ষ, ইষ্টাৰ, হুইত চানডে আৰু চেইণ্ট কনকাৰ্ডিয়া দিৱসৰ দিনা সি নিজকে চাফ-চিকুণ কৰি ভদ্ৰ চেহেৰা কৰিবলৈ যত্ন কৰিছিল। এইদিনকেইটাৰ আগদিনা বহু গঞ্জনা সহি আৰু কষ্ট কৰি যেনেতেনে সি পোন্ধৰটা কোপেক যোগাৰ কৰিছিল। পাঁচ কোপেক গা ধুবলৈ, পাঁচ কোপেক দাড়ি-চুলি কাটিবলৈ আৰু পাঁচ কোপেক এটা চকলেটৰ পেকেট বা সুমথিৰা কিনিবলৈ। তাৰপছিত সি শ্বনকিন্ আৰু মাছা নামৰ দুজন পুৰণি বন্ধুৰ এজনক দেখা কৰিবলৈ গৈছিল। বন্ধুকেইজনে সি যোৱাত বৰ বিব্ৰত অনুভৱ কৰিলেও তিক্ত অনুকম্পাৰে তাক সাদৰ-সম্ভাষণ জনাইছিল। আইভানে সিহঁতে যাতে বিৰক্তি নাপায় তাৰ বাবে এবাৰত এজনৰ তালৈহে গৈছিল। বন্ধুৱে দিয়া চাহকাপত সোহা মাৰি এটা দীৰ্ঘ শ্বাস এৰিছিল আৰু নিৰাশভাৱে মূৰটো জোকাৰিছিল।

মাছাই সুধিছিল, 'বৰ বেয়া দিন পৰিছে নেকি?'

"কপালক দোষাটো পাপ যদিও ক'বই লাগিব, বৰ বেয়া দিন পৰিছে।"

'তুমি তেনে কাম কৰিব নালাগিছিল।'

'নিকোলাই, ভগৱানে জানে মই একো চুৰি কৰা নাছিলো। শপত খাই কৈছো, বেয়া কাম কোনো এটাকে কৰা নাছিলোঁ।'

'ছিঃহ্ল নেকান্দিবা, মই ধেমালিহে কৰিছোঁ। মই তোমাক একেবাৰেই অবিশ্বাস নকৰো। যিকোনো মানুহৰে বেয়া দিন পৰিব পাৰে। তোমাক কিবা টকা-সিকা লাগিব নেকি? মই পঁচিছ কোপেক দিব পাৰিম।'

"ধন্যবাদ, নাই নালাগে আৰু লাগিলেও নলওঁ, কিন্তু তুমি মোক কেইঘণ্টামানৰ বাবে এটা ভাল কোট দিব পাৰিবানে, পুৰণি হ'লেও হ'ব। নোৱাৰো বুলি নক'বা ভাই, যেনেতেনে লাগে। ভয় নকৰিবা, মই কালি ভালদৰে গা-পা ধুই চাফা হৈ আহিছোঁ।"

'তুমি বৰ আচৰিত মানুহ আইভান। কোটটো কেলেই লাগে? এইবছৰ

ধৰি তিনি বছৰ তুমি মোৰ পৰা এটা কোট ধাৰে নিছা কেলেই?'

"শুনা মোৰ এগৰাকী মাহী আছে, বুঢ়ী হৈছে, কেতিয়া ঘপ্‌কৈ মৰি থাকিব ক'ব নোৱাৰো। ময়ে তেওঁৰ একমাত্ৰ উত্তৰাধিকাৰী। বন্ধৰ দিনত এবাৰ তেওঁক তেওঁৰ খা-খবৰ কৰিবলৈ যাব লাগে। সৰহ ধন নহয়, কিন্তু পাঁচশ ৰুবলো তেনেই উলাই কৰিব লগা সম্পত্তি নহয়।"

"ঠিক আছে, কোটটো নিয়া। ভগৱান তোমাৰ সহায় হ'ক।"

আইভানে জোতাযোৰ ৰং সানি চিক্‌চিকীয়া কৰি লয়। ফটাবোৰত ক'লা ৰং লগাই ঠিক-ঠাক কৰি লয়, পিন্ধি থকা পেণ্টটোৰে তলৰ ফালে ওলমি থকা সূতাবোৰ ভালকৈ কাটি নফটা যেন কৰে। মাৰ দি নতুন যেন কৰি ৰখা কামিজৰ আগফালটো ৰঙা টাই ডালেৰে সৈতে ডিঙিত আৰি লৈ ভব্য-গব্য ভদ্ৰলোক এজনৰ দৰে ওপৰত কোটটো পিন্ধি আইভান চহৰৰ এচুকত থকা বিধৱা আশ্ৰমখনলৈ মাকক দেখা কৰিবলৈ যায়।

আশ্ৰমৰ সমুখৰ বহা ঘৰটোৰ দুৱাৰমুখত পকামূৰীয়া নিকিতাই তাৰ ৰঙা সাজযোৰ পিন্ধি মূৰ্তি এটাৰ দৰে থিয় হৈ আছিল। পাঁচ বছৰ বয়সৰ পৰাই আইভানক সি চিনি পায়, কিন্তু তাক সি ধৰিবলগীয়া মানুহৰ মাজত নধৰে। আইভানে নমস্কাৰ জনোৱাতো সি কোনো প্ৰত্যুত্তৰ নিদিলে।

"নমস্কাৰ নিকিতা, কেনে আছা?"

নিকিতাই কোনো উত্তৰ নিদি শিলৰ মূৰ্তিৰ দৰে থিয় দি থাকিল।

'আই কেনে আছে?' গাৰ কোটটো সোলোকাই বেৰত আঁৰি থৈ আইভানে সুধিলে। তাৰ মনটো বেজাৰে হেঁচি ধৰে।

"কি হ'ব, ঠিকে আছে। হাড় টান মহিলা আৰু বহুদিন বাচি থাকিব।" নিকিতাই বক্ৰোক্তি কৰিলে।

তাৰ কাপোৰ-কানিৰ ত্ৰুটিবোৰ যাতে মানুহৰ চকুত সহজে নপৰে তাৰ বাবে গধূলি সময়তহে সি আশ্ৰমলৈ আহে। কোমল সেউজীয়া ৰঙৰ বেৰৰ কাষে কাষে দম কৰি থোৱা ধক্‌ধকীয়া বগা শকত তুলীৰ বিছনা আৰু গাৰুৰ পাহাৰৰ মাজেৰে সি সন্তৰ্পণে আগুৱাই গৈ থাকিল। চছমা পিন্ধা বুঢ়ী মানুহবোৰে কৌতূহলেৰে তালৈ চাইছিল। সৰু কালৰে পৰা চিনাকি বনদৰব, মছলা, মম আৰু বৃদ্ধ বয়সত মানুহৰ গাৰ পৰা ওলোৱা এক বুজিব নোৱাৰা গোন্ধে তাক আবৰি ধৰিলে। কিবা এক বেজাৰে তাৰ কলিজা মুচৰি দিয়া যেন লাগিল। শেষত সি মাক থকা কোঠালিটো পালে। তাত বেৰৰ পিনে মূৰ কৰা ছখন বিছনা আছিল

আৰু প্ৰতিখন বিছনাৰ কাষে কাষে একোটা সৰু কাপোৰ থোৱা আলমাৰি আছিল। আলমাৰিটোৰ ওপৰ থাকত এখন পুৰণি ফটো শামুকৰ খোলাৰে ঘেৰি সজাই থোৱা আছিল। কোঠাটোৰ মাজত চালৰ পৰা ওলমি থকা লেম্প এটাৰ তলত এখন মেজৰ ওচৰত তিনিগৰাকী বুঢ়ীয়ে তাচ খেলি আছিল। দুগৰাকীমানে ওচৰতে বহি উল গুঠি আছিল আৰু তাচ খেলি থকা কেইগৰাকীৰ কাৰ হাতত কি তাচ আছে তাৰ ইংগিত দি আছিল। এই আটাইবোৰ আইভানৰ অতি পৰিচিত।

'কনকাৰ্ডিয়া তোমাক দেখা কৰিবলৈ কোনোবা আহিছে।'

'ভাইন্না হয়নে', মাকে আইভানক মৰমতে ভাইন্না বুলি মাতিছিল।

চছ্মাযোৰ কপাললৈ তুলি আইভানৰ মাক থিয় হ'ল। কোঁচৰ পৰা উলৰ বলটো মজিয়াত পৰি বাগৰি যোৱাৰ লগে লগে শলাডালৰ কেইঘৰমান গোঠা ঘৰ খোল খাই গ'ল।

'ভাইন্না, সোনটো। মই কিমান যে চিন্তা কৰি আছিলো আহিবি আহিবি বুলি। মোৰ ধনটোক দেখিবলৈ পাম বুলি বৈয়ে আছো। এইখিনিলৈ আহ, কালি নিশা মই তোক সপোনতো দেখিছিলো।'

কঁপা কঁপা হাতেৰে তাৰ হাতত ধৰি মাকে তেওঁৰ বিছনাখনৰ ওচৰলৈ নি তাক বহিবলৈ দিলে। ওচৰৰ মেজঢকা কাপোৰেৰে ঢকা সৰু মেজখনত এটা গীৰ্জাত জ্বলোৱা মমবাতি, টিপট আৰু দুটামান কাপ। মাকে চাহপাত আৰু চেনিৰ দুটা সৰু টেমা ৰাৰড্ৰৱটোৰ পৰা উলিয়াই লৈ কঁপা কঁপা হাতেৰে মমবাতিডাল জ্বলাই ল'লে।

ডাঠ নীলা ৰঙৰ কাপোৰ আৰু বগা এপ্ৰন পিন্ধা এগৰাকী পঞ্চাছ বছৰমান বয়সীয়া তিৰোতা আগবাঢ়ি আহিল।

কনকাৰ্ডিয়াই অলপ অধৈৰ্যভাৱে তিৰোতাগৰাকীক ক'লে, 'ডন্না, অলপ উতলা পানী দিয়াচোনহু মোক দেখা কৰিবলৈ ভাইন্না আহিছে।'

মস্কোত সচৰাচৰ সম্ভ্ৰান্ত লোকক জনোৱাৰ দৰে ডন্নাই আইভানক মূৰ দোঁৱাই অভিবাদন জনালে।

'শুভ সন্ধ্যা আইভান, বহুদিন দেখা নাই দেখোন? আপোনাৰ মাই সদায় আপোনাৰ কথাকে কৈ থাকে। আইদেউ, এতিয়াই উতলা পানী আনি দিছোঁ।' ডন্না পানী আনিবলৈ গ'ল আৰু মাক-পুতেকে দুয়ো দুয়োকে খুটিয়াই খুটিয়াই চাবলৈ ধৰিলে। সদায় দেখি থকা মানুহৰ চকুত সময়ে ঘটোৱা পৰিৱৰ্তনবোৰ চকুত নপৰে, কিন্তু বহুদিনৰ মূৰ দেখা সাক্ষাৎ হোৱা প্ৰিয়জনৰ চকুত সেইবোৰে

ৰূঢ়ভাৱে দেখা দিয়ে।

শুকান শোটোৱা হাতেৰে আইভানৰ হাতখন পিহি পিহি মাকে সুধিলে, 'সোনটো'হু তোৰ গা ভাল নহয় নেকি? বৰ শেঁতা আৰু ভাগৰ লগা লাগিছে দেখোন।'

'কামৰ হেঁচা বৰ বেছি আইহু মোক এতিয়া সকলোৱে চিনি পায়। চাকৰিটো সৰু যদিও গোটেই অফিচখনেৰে দায়িত্ব মোৰ কান্ধত। দিনে-নিশাই বটুৱা ঘোঁৰাৰ দৰে অসম্ভৱ খাটনি, কিন্তু ভৱিষ্যৎ গঢ়াৰ বাবে কষ্ট কৰিবতো লাগিবই, নহয়নে আই।'

'নিজৰ ফালেও চকু দিবি ভাইন্না।'

"চিন্তা নকৰিবা আই, মই বে'ছ টানে আছোঁ। ইমান কষ্টৰ পুৰস্কাৰ এটা অলপতে পাম বুলি শুনিছোঁ। ইষ্টাৰৰ সময়তে মোৰ দৰমহা বাঢ়িব আৰু বোনাচ এটাও পাম বুলি শুনিছোঁ। তেতিয়া মই এটা ঘৰ ভাড়া কৰি তোমাক লৈ যাম। মই বাহিৰত কাম কৰিম আৰু তুমি ঘৰখন চম্ভালিবা। বৰ ভাল হ'ব, নহয়নে আই।"

ভাইন্নাৰ কথা শুনি আৱেগত মাকৰ চকু দুটা চলচলীয়া হৈ পৰিল আৰু দুটোপাল আনন্দাশ্ৰু শোটোৱা গালখনলৈ বাগৰি আহিল।

"বৰ ভাল হ'ব ভাইন্না, সঁচাকৈয়ে বৰ ভাল পাম। ভগৱানে ভালে-কুশলে ৰাখক আৰু ধৈৰ্য দিয়ক। তোক কিন্তু দেখাত...।"

"চিন্তা নকৰিবা আই মই ঠিকে-ঠাকে চলি যাম।' স্বভাৱতে নিবোকা আইভানে সি অফিচত কাম কৰাৰ সময়ত বৰ বৰ কথাৰ মহলা মাৰি ফুৰা অকৰ্মণ্য সহকৰ্মী এজনৰ কথাৰ সুৰ অনুকৰণ কৰিলে। মাকক সি সাধাৰণতে মা বুলি মাতে (এতিয়াও মনৰ ভিতৰত সি মা বুলিয়ে মাতে), কিন্তু এতিয়া সি ভদ্ৰলোকৰ অনুকৰণত 'আই' সম্বোধন কৰিছে। এইটো সময়তে মাকৰ শোটোৱা পৰা মুখখনত চকু পৰি তাৰ বুকুখন মাকৰ প্ৰতি গভীৰ মৰম আৰু অনুকম্পাৰে উপচি পৰিল। এক ভয়ংকৰ অপৰাধবোধ আৰু ভীতিয়ে কলিজাত খামোচ মাৰি ধৰিলে।

ডন্নাই উতলা পানী আনি মেজত থৈ আকৌ এবাৰ অভিবাদন জনাই আঁতৰি গ'ল। মাকে উতলা পানীখিনিৰে দুকাপ চাহ বাকিলে। কোঠাটোৰ এগৰাকী বুঢ়ীয়ে ছেগ চাই তাহাঁতৰ ওচৰলৈ আহি হাত দুখন কচলিয়াই কচলিয়াই ক'বলৈ ধৰিলে, "ইয়ে ভাইন্না, চিনিকে পোৱা নাছিলোঁহু ইমান ডাঙৰ হ'লি।

সেই অকণমানটোৰ পৰা তোক দেখিছোঁ নহয়হু তই ইমান ছটফটীয়া চালাক-চতুৰ ল'ৰা আছিলি, সঁচাকৈয়ে তোক আমি জেনেৰেল স্কোবেলেভ (ৰুছিয়া আৰু তাৰ্কিৰ মাজত হোৱা যুঁজৰ সময়ত এওঁ এজন বিখ্যাত সেনাধ্যক্ষ আছিল। সাহসৰ বাবে সৈন্যসকলৰ মাজত এওঁ বৰ প্ৰিয় আছিল) বুলি মাতিছিলো আৰু তই মোক নেজ থকা বুঢ়ী ভুতুনী আইতা বুলি জোকাইছিলি। এই সিদিনাৰ কথা যেন লাগে অ'।"

কনকাৰ্ডিয়াই অধৈৰ্যভাৱে বুঢ়ীগৰাকীক ওচৰৰ পৰা খেদাই দিলে আৰু ক'লে, "বেয়া নাপাবা, এতিয়া যোৱাচোন, মই আৰু মোৰ ল'ৰাই কিছুমান দৰকাৰী কথা পাতিব লগা আছে।

'কেনে আছা আই?' দুচামুচমান চেনি সৰহকৈ গুলি লোৱা চাহকাপত শোহা মাৰি আইভানে সুধিলে।

'মই বৰ বুঢ়ী হ'লোঁ অ'। মৰিবৰে সময় হ'ল। মোৰ ছোৱালীকেইজনীৰ বহুতো সমস্যা। তই এতিয়া নিজৰ ভৰিত নিজে থিয় হ'ব পাৰিছ, ৰাইজে জনা হৈছে— বৰ ভাল হৈছে, কিন্তু ভনীয়েৰ কাইত্যাৰ দিন বৰ বেয়া। তাইৰ গিৰীয়েকটো এটা মদাহী আৰু জুৱাৰী। কাইত্যাৰ গাত লেঠা, কিন্তু পাযণ্ডটোৱে তাইক এতিয়াও পিটে। তাৰ ৰেলৰ চাকৰিটো অলপতে যাব। পাযণ্ডটো সন্তান জন্ম দিয়াৰ বাহিৰে আন একো কামৰে নহয়।"

'ঠিকে কৈছা আই, সি এটা পাযণ্ডইহু'

"এ... মনে মনেহু এনে কথা ডাঙৰকৈ নক'বি।" মাকে ফুচফুচাই ক'লে। "ইয়াৰ মানুহবোৰে দাঁতে-ওঁঠে লাগিলেও শুনে, কাৰ পিছত যে ক'ত ফুচফাচ গল্প চলিবহু এৰা, কি কৈছিলোঁ? জয়াৰ দিন-কালো বৰ ভাল নহয় বুলি শুনিছোঁ। গিৰীয়েকটো মৰমিয়াল আৰু শান্ত-শিষ্ট। পোলেণ্ডৰ মানুহবোৰ মৰমিয়ালেই, কিন্তু চব পইচা-পাতি বজৰুৱা তিৰোতাৰ লগতে উৰায় সি। জয়াই তাক কিন্তু এৰিব নোৱাৰে। জয়াই এদিন তাৰ মেজৰ ড্ৰয়াৰ এটাত নাঙঠ তিৰোতা এগৰাকীৰ ফটো দেখি দুখতে কানি খাই মৰিবলৈ ওলাইছিল। সিহঁতে কোনোমতে বচালে। এইবোৰ দুখৰ কথা বাৰু শুনাৰ দৰকাৰ নাই। এতিয়া তোৰ কথাকে ক' সোণটোহু কিন্তু লাহে লাহে, বেৰৰো কাণ আছে।"

আইভানে যিমান পাৰে সাজি সাজি নিজৰ বিষয়ে বহুতো কথা ক'বলৈ ধৰিলে। মাকে মন কৰিলে সি আগৰবাৰ কোৱা কথাৰ লগত বহুতো কথাৰ মিল নাই। আইভানৰ মনত নাথাকিলেও মাকৰ আছে। মাকে কিন্তু প্ৰতিবাদ

নকৰিলে, মাথোঁ মনে মনে শুনি গ'ল আৰু বেজাৰেৰে তেওঁৰ অন্তৰ ভৰি পৰিল। তেওঁ মাথোঁ আইভানৰ পিনে বেছি গভীৰ দৃষ্টিৰে চাবলৈ ধৰিলে।

আইভানে কৈ গ'ল যে তাৰ অফিচৰ কাম-কাজ ভালেই চলি আছে। ওপৰৱালাবিলাকে তাক বে'ছ মূল্য দিয়ে আৰু সহকৰ্মীবিলাকে তাক বৰ ভাল পায়। ট্ৰাকাটো আৰু প্ৰিয়োবাযেনস্কিয়ে তাক ঈৰ্ষাৰ চকুৰে চায় আৰু তাৰ অন্যায় কৰিবলৈ চেলু চাই ফুৰে, কিন্তু সিঁহতে একো ক্ষতি কৰিব পৰা নাই। সিহঁত মূৰ্খ, মূৰত সিহঁতৰ একো নোসোমায়। শিক্ষা-দীক্ষাৰতো কথাই নাই। সিহঁতৰ এটাই স্কুলৰ পৰা খেদা খাইছিল আৰু আনটো হ'ল ভীষণ ঠগ, কিন্তু আইভানৰ বিৰুদ্ধে কোনেও একো ক'ব নোৱাৰে। অফিচৰ প্ৰতিটো খুটি-নাটি সি জানি লৈছে। তাৰ বিভাগৰ মুৰব্বীজনে তাক বন্ধুৰ দৰে ব্যৱহাৰ কৰে। এনেকি কেইদিনমান আগতে ঘৰলৈ ৰাতিৰ আহাৰ খাবলৈকো নিমন্ত্ৰণ কৰিছিল। তাত নাচ-বাগো হৈছিল। ওপৰৱালাজনৰ জীয়েকে তাইৰ বন্ধু এজনীকো তালৈ লৈ আহিছিল আৰু আইভানক সুধিছিল, সি গোলাপ ভাল পায় নে ভেঁটফুল ভাল পায়? আইভানে ভেঁটফুল ভাল পাওঁ বুলি কোৱাত তাই লাজতে ৰঙা পৰি গৈছিল আৰু তাক সুধিছিল সি ভেঁটফুল মানে যে তাই, এইটো কেনেকৈ জানিলে। সি উত্তৰ দিছিল যে তাৰ হৃদয়ে কৈছে।

'তোৰ বিয়া পাতিবৰ সময় হৈছে, ভাইন্না।'

'কিছুদিন ৰোৱা আই। এতিয়াও বয়স হোৱা নাই। কিছুদিন উৰি ফুৰিবলৈ দিয়া। তাই কিন্তু ধুনীয়া দেই— বৰ মৰমলগা।'

'তই বৰ দুষ্ট হৈছ অ'হ্লু'

সত্যে সত্যে কৈছোঁ—এতিয়ালৈকে ভালেই চলিছে। ওজৰ-আপত্তি কৰিবলৈ একো নাই। অলপতে মোৰ মুৰব্বীজনে বাটতে মোক পাই কান্ধত থপৰিয়াই কৈছিল, চলাই থাকা। মই তোমাৰ ওপৰত চকু ৰাখিছোঁ। মোৰ সমৰ্থন পাবা। আচলতে তোমাৰ কাৰণে কিবা এটা চিন্তা কৰি আছোৱেই।

সি অনৰ্গল কৈ গৈছিল। কল্পনাতে সি যেন আকাশত উৰি ফুৰিছিল। কথাৰ মাজে মাজে কেতিয়াবা ইখন ভৰি আনখনৰ ওপৰত তুলি দিছিল, কেতিয়াবা গোঁফৰ আগতো পকাইছিল, মাকে তন্ময় হৈ তাৰ মুখখনলৈ চাই ৰৈছিল। আঁতৰত বজা এটা ঘণ্টাৰ শব্দতহে সেই তন্ময়তা ভাগিল। শব্দটো ক্ৰমে ওচৰ চাপি আহিল। লগে লগে ডম্নাই কোঠাই কোঠাই খবৰ দিলে যে গধূলিৰ আহাৰ খাবৰ হ'ল।

খাবলৈ যোৱাৰ আগতে মাকে ফুচফুচাই আইভানক কৈ গ'ল, "মই নহালৈকে নাযাবি দেই, তোৰ মুখখন আকৌ এবাৰ মই চাই ল'ম।"

কুৰি মিনিট পাছত এখন থালত নিমখত দিয়া সাগৰীয়া মাছ আৰু কেইচকলমান সুস্বাদু ৰুটিৰ চকল লৈ মাক উভতি আহিল। ইয়াৰ আগৰকেইবাৰ আহোতে মাকে তালৈ জেলি লগোৱা মাংস নাইবা সিজা আলুৰ চকল কেইটুকুৰামান আৰু হেৰিং মাছ আনিছিল।

'খা ভাইন্না খা', তাৰ লাজ ভাঙিবলৈ মাকে কোমল সুৰত ক'লে, 'আমাৰ বিধৱা আশ্রমৰ খোৱা বুলি ঘিণ নকৰিবি। সৰুতে তই সাগৰীয়া মাছ বৰ ভাল পাইছিলি।'

'কাবৌ কৰিছোঁ আই, মোৰ একেবাৰেই ভোক নাই। আমাৰ অফিচৰ এক্সিকিউটৰ (বিল সম্পত্তি তদাৰককাৰীৰ) সন্মানত প্রেগ ৰেস্তোৰাঁত দিয়া পাৰ্টিত ভালকৈ খাই আহিছোঁ। অ' পাহৰিছিলোৱেই, তাৰ পৰা তোমালৈ এটা কমলা আনিছিলো, এয়া লোৱা।'

কিন্তু মুখেৰে যিয়ে নকওক, থালখনত দিয়া বস্তুখিনি সি বৰ হেঁপাহেৰে খালে। লক্ষ্য কৰিলে সি দেখিলেহেঁতেন বুঢ়ীমাকৰ চকুৰেদি সৰ্‌সৰ্‌কৈ চকু পানী বৈ আহিছে।

এতিয়া উভতিবৰ সময় হ'ল। মাকে তাক বাহিৰৰ কোঠাটোলৈ আগবঢ়াই থ'ব খুজিছিল যদিও তাৰ ইস্ত্রি নথকা পুৰণি কোটটো আৰু আওপুৰণি টুপীটোৰ কথা মনত পৰাত মাকক সি নিৰস্ত্র কৰিলে।

'বিদায় পৰ্বটো যিমানে দীঘলীয়া হয় সিমানে বেছিকৈ কান্দোন ওলায় আই আৰু তোমাৰ ঠাণ্ডাও লাগিব পাৰে। নিজৰ যত্ন ল'ব লাগে।'

বাহিৰৰ কোঠাটোত আইভানে যেতিয়া তাৰ সোপসুপীয়া কোটটো আৰু ওলমি পৰা টুপীটো পিন্ধি ল'লে, নিকিতাই তালৈ এক উদ্ধত দৃষ্টি নিক্ষেপ কৰিলে।

'নিকিতা, এয়ে জীৱন আৰুহু দৰকাৰী কথাটো হ'ল, নিৰাশ হ'ব নালাগে। তোমাক মই দহ কোপেক বকছিছ দিব খুজিছিলোঁ, কিন্তু ভঙনীয়া নাই কি কৰিবা।'

লগুৱাটোৱে ঘৃণামিশ্রিত সুৰত ক'লে, 'ঠিকেই, তোমাৰ হাতত সদায় ডাঙৰ ডাঙৰ নোট থাকে, মই জানো। গৈ থকা, যাওঁতে দুৱাৰখন জপাই যাবা। মেলি থ'লে ঠাণ্ডা লাগি তোমাৰ হাততে মৰি থাকিম।'

আইভানৰ কপালত ভাগ্যৰ নিৰ্দয় যন্ত্ৰণা শেষ হৈ সুদিন বাৰু কেতিয়া আহিব? আহিবনে বাৰু? মই ভাবো আহিব।

নিয়তি নামৰ একাচেকা অস্থিৰ মহিলাগৰাকীয়ে যদি তেওঁ অনুগ্ৰহ কৰা ভাগ্যবান এজনক এৰি থৈ এই দুখীয়া গোলামজনৰ কপালত এবাৰ মৰমেৰে হাত বুলায়। তেওঁৰ বাৰু কি লোকচান হয়?

হয়তো সেই সৎ বৃদ্ধ চকীদাৰ অংকুদিনে ৰোগশয্যাত পৰি থাকি মৃত্যু ওচৰ চাপিছে যেন পাই নাতি গৃচাক অফিচলৈ কৈ পঠিয়াব পাৰে, 'প্ৰভু ঈশ্বৰক জনাবা যে মই মৰিবলৈ ওলাইছো আৰু তাৰ আগতে মই তেওঁক এটা গোপন কথা জনাব খোজো।'

হয়তো ডিৰেক্টৰজন অংকুদিনক চাবলৈ তাৰ ভগা পঁজালৈ আহিব আৰু মৃত্যুমুখী মানুহজনে কোনোমতে বিছনাৰ পৰা উঠি চুঁচৰি-বাগৰি ডিৰেক্টৰৰ ভৰিত পৰিব আৰু ক'ব, 'প্ৰভু ঈশ্বৰ, মই ইমানদিনে বিবেকৰ দংশন সহি থাকিলোঁ। এতিয়া মই মৰিবলৈ ওলাইছোঁ আৰু মই কৰা পাপ স্বীকাৰ কৰিব খুজিছোঁ। সেই টকা-পইচা আৰু টিকটবোৰ ময়ে আনিছিলোঁ, মোক লোভৰ পিশাচে পাইছিল। নিষ্পাপ মানুহ এটাক অন্যায় কৰা বাবে মোক ক্ষমা কৰক। পইচা আৰু টিকটখিনি সৌ মেজখনৰ সোঁহাতৰ ওপৰৰ ড্ৰয়াৰটোতে আছে।"

ডিৰেক্টৰে হয়তো পিছদিনা পুৱাই শ্বনকিন বা মাছাক আইভানৰ ওচৰলৈ পঠিয়াব আৰু আইভানৰ হাতত ধৰি গোটেই অফিচটোৰ সকলোকে দেখুৱাই ঘূৰি-ফুৰি অংকুদিনে চুৰি হোৱা টকা আৰু টিকটৰ বাবে দোষী বুলি নিজে স্বীকাৰ কৰা কথাৰ লগতে আইভানে অনাহকতে ইমানদিনে ভোগ কৰা যন্ত্ৰণাৰ কথা কৈ ফুৰিব। ডিৰেক্টৰে কিজানি সকলোৰে আগত আইভানৰ পৰা ক্ষমা-ভিক্ষা কৰিব আৰু চকুৰ পানীৰে আইভানৰ হাতত ধৰি তাক এটা চুমা খাব।

হয়তোবা আইভানে তেতিয়া সুন্দৰ আৰামী ঘৰ এটাত সুখে-স্বাচ্ছন্দ্যে থাকিব পাৰিব আৰু মাককো লগত লৈ আহিব। বেচেৰী মাকে হয়তো আইভানে দিয়া ফাকিৰ কথাটো ঠিকেই জানিছিল বুলি কেতিয়াও নজনাব আৰু সিও কেতিয়াও নক'ব যে তাৰ ফাকিৰ কথাটো মাকে জনা বুলি সি নিজেও জানিছিল। হৃদয়ৰ এই ঘাটুকুৰা সিহঁত দুয়ো সযত্নে ঢাকি ৰাখিব। এটা নিৰ্দোষ মিছা কথা কোমল ঠুনুকা ফুলৰ দৰে, স্পৰ্শ কৰিলেই তাৰ পাহিবোৰ সৰি যায়।

মানুহৰ জীৱনত আচৰিতজনক ঘটনা কেতিয়াও নঘটেনে? নে খ্ৰীষ্টমাচৰ সাধুতহে এনে ঘটনা ঘটে?

**(লেখকৰ চমু পৰিচিতি ঃ** ১৮৭০ চনত আলেকজেণ্ডাৰ কুপ্রিনৰ জন্ম হয় ৰুছিয়াৰ নৰোচটো নামৰ সৰু চহৰ এখনত। পৰিয়ালটো দুখীয়া আছিল আৰু দেউতাকে সৰু অফিচ এটাত কাম কৰিছিল। শিশুকালতে তেওঁৰ দেউতাকৰ মৃত্যু হয় আৰু কুপ্রিনে তেতিয়া মস্কোত বিধৱা আশ্রমত মাকৰ লগতে থাকিবলগীয়া হয়। ছবছৰ বয়সত তেওঁ অনাথ আশ্রমত থাকি পঢ়া-শুনা কৰিছিল আৰু পিছত সৈনিক স্কুলত পঢ়িছিল।

প্রচলিত সমাজ ব্যৱস্থাৰ তেওঁ তীব্র সমালোচক আছিল আৰু লেখাৰ জৰিয়তে এইটোকে জনাব খুজিছিল যে তেনে সমাজব্যৱস্থাত সৰ্বসাধাৰণে তেওঁলোকৰ জীৱিকা আৰু ভৱিষ্যৎ সম্পৰ্কে নিশ্চিত হোৱা সম্ভৱ নহয়।

জাৰৰ পতনৰ পিছত লেনিনৰ ওচৰলৈ গৈ গ্রামাঞ্চলৰ বাবে এখন বাতৰিকাকত প্রকাশ কৰাৰ প্রস্তাৱ তেওঁ দিয়ে আৰু মেক্সিম গৰ্কীৰ লগত পুথি প্রকাশনৰ কাম কৰিবলৈ লয়। কিন্তু জাৰৰ সৈন্যবাহিনীৰ ভয়ত পৰিয়ালৰ নিৰাপত্তাৰ বাবে তেওঁ ৰুছিয়া এৰি ইউৰোপলৈ পলাই যায়। ৰুছিয়া এৰি তেওঁ থাকিব নোৱাৰিলে। ১৯৩৭ চনত নতুন ৰুছিয়া চৰকাৰৰ অনুমতি পাই দেশক নতুন সাহিত্য উপহাৰ দিয়াৰ অংগীকাৰ লৈ তেওঁ ৰুছিয়ালৈ উভতি আহে। ১৯৩৮ চনত তেওঁৰ মৃত্যু হয়।)

# নৃশংস হত্যাকাণ্ড — নিৰীহৰ

## মূল গল্প ঃ মুৰিছ বানহাৰ্ড মেটাৰলিংক

## অনুবাদ ঃ এলিজা শৰ্মা

ডিচেম্বৰ মাহৰ ছাব্বিশ তাৰিখ শুকুৰবাৰে ৰাতিৰ আহাৰ খাবৰ সময় হৈছে, ঠিক এনে এটা সময়ত এটা সৰু ভেড়াৰখীয়াৰ ল'ৰাই আতংকত উদ্বাউল হৈ চিঞৰি চিঞৰি কান্দি নাজাৰেথলৈ দৌৰি সোমাই আহিল।

'ব্লু লায়ন' পান্থশালাত 'এল' খাই থকা কেইজনমান খেতিয়কে কোনে তেনেকৈ কান্দিছে চাবলৈ বুলি ফলৰ বাগানৰ ফালৰ দুৱাৰখন খোলাত ল'ৰাটোক বৰফৰ ওপৰেৰে দৌৰি আহি থকা দেখিলে। তেওঁলোকে তাক কৰ্নেলিৎজৰ পুতেক বুলি চিনি পাই খিৰিকীৰেই চিঞৰি মাতিলে, "হেই, কি হৈছে? এতিয়াতো তোৰ বিছনাত থকাৰ সময়, বিছনাত থাকিব লাগিছিল।"

তেতিয়াও ভয়তে কঁপি কঁপি উচুপি থকা ল'ৰাটোৱে কান্দি কান্দি ক'লে যে স্পেইন দেশীয় লোকবিলাক আহি সিহঁতৰ ফাৰ্মখনত জুই লগাই দিছে। বাদামৰ গছবিলাকৰ মাজত তাৰ মাকক ফাঁচীকাঠত ওলোমাই থৈছে আৰু তাৰ সৰু সৰু নজনী ভনীয়েকক ডাঙৰ গছজোপাত বান্ধি থৈছে। তাৰ কথা শুনি খেতিয়ককেইজন পান্থশালাৰ পৰা ওলাই তাৰ ওচৰ পালেহি আৰু আটাইবিলাকে একেলগে হুলস্থূল কৰি তাক কি হৈছে সকলো কথা ভালকৈ সুধিব ধৰিলে। ল'ৰাটোৱে উচুপি উচুপিয়েই ক'ব ধৰিলে যে সৈন্যবিলাক বৰ্ম-কৱচ পিন্ধি ঘোঁৰাত উঠি আহিছে। সিহঁতে তাৰ মোমায়েক পেট্ৰাছ ক্ৰেয়াৰৰ গৰু-ছাগলী-ভেড়া সকলো লৈ গৈছে আৰু সেইবিলাকৰ সৈতে এতিয়াই গৈ সিহঁত হাবি পাবগৈ। কৰ্নেলিৎজ আৰু তেওঁৰ খুলশালীয়েকেও তেতিয়া 'গল্ডেন শ্বোৱান'ত 'এল' খাই থকা বুলি জানিছিল কাৰণেই সকলো তালৈকে দৌৰিলে। পান্থশালাৰ ৰখীয়াজনে এই ভয়ংকৰ খবৰবোৰ জনাৰ লগে লগে 'স্পেনিয়াৰ্ডবিলাক নিচেই ওচৰ পাইছেহি' বুলি চিঞৰি-বাখৰি গাঁৱৰ ভিতৰলৈ দৌৰিলে।

নাজাৰেথত দৌৰাদৌৰি, চিঞৰ-বাখৰ, হুলস্থূল লাগি পৰিল। মাইকী

মানুহবিলাকে খিৰিকী খুলি চাব ধৰিলে আৰু মতা মানুহবিলাকে হাতত একোটা লেম লৈ ততাতৈয়াকৈ ঘৰ এৰি ফলৰ বাগানখনৰ ফালে ঢাপলি মেলিলে। পূৰ্ণিমাৰ জোনটোৰ বাবে সকলোৱে দিনৰ পোহৰত দেখাৰ দৰে সকলো ফটফটীয়াকৈ দেখা পাইছিল কাৰণেই ফলৰ বাগিচাখন পোৱাৰ লগে লগে তেওঁলোকে হাতৰ পোহৰটো নুমাই দিছিল। তেওঁলোকৰ বহুতেই হাতত জবকা-ওখোন আদি লৈ আহিছিল আৰু পান্থশালাখনলৈ মুখ কৰি থকা মুকলি ঠাইডোখৰত কৰ্নেলিৎজ আৰু ক্ৰেয়াৰক বেৰি লৈ সকলো গোট খাই ভয়তে সন্ত্ৰস্ত হৈ গছবিলাকৰ তলত থিয় হৈ সকলোৱে একেলগে আলোচনা কৰিব ধৰিলে।

কিন্তু কি কৰা উচিত হ'ব তেওঁলোকে যিহেতু একোৱেই নাজানে সেয়েহে তেওঁলোকৰে এজনে কৰ্নেলিৎজৰ ফাৰ্মখনৰ মালিক গাঁৱৰ যাজকজনক আনিবলৈ তেওঁৰ ওচৰলৈ দৌৰিলে। যাজকজনে গিৰ্জাৰ চাবিবিলাক লৈ ফুৰা সাতোলাজনক লগত লৈ ঘৰৰ পৰা ওলাই আহিল। সকলোৱে তেওঁৰ পিছে পিছে গৈ গিৰ্জাৰ চোতাল পালেগৈ। অলপ পিছতে গম্বুজৰ ওপৰৰ পৰা যাজকৰ কণ্ঠ আহি তেওঁলোকৰ কাণত পৰিলহি যে পথাৰবিলাকতেই হওক বা হাবিৰ ওচৰে-পাঁজৰেই হওক তেওঁ একো দেখা নাই। কিন্তু ফাৰ্মখনৰ চাৰিওফালে অমংগলীয়া ধৰণৰ ৰঙা ডাৱৰ কিছুমান দেখিছে। তাৰ বাহিৰে কিন্তু গোটেই সমতল অঞ্চলতে আকাশখন গভীৰ নীলা আৰু তৰাৰে জক্‌মকাই আছে।

গিৰ্জাৰ চোতালত ভালেখিনি সময় মন্ত্ৰণা কৰি তেওঁলোকে ঠিক কৰিলে যে, যিখন হাবিৰ মাজেৰে সেই স্পেনিছ মানুহখিনি ওলাই যাব লাগিব, সেই হাবিৰ মাজতে তেওঁলোকো লুকাই থাকিব আৰু সিহঁত যদি সংখ্যাত বহুত বেছি নহয়, তেতিয়া সিহঁতক আক্ৰমণ কৰি ফাৰ্মৰ পৰা ডকাইতি কৰি নিয়া পেট্ৰাছ ক্ৰেয়াৰৰ গৰু-ছাগলীবোৰ আৰু আন ফাৰ্মৰ পৰা লুট কৰি নিয়া সামগ্ৰীবোৰ উদ্ধাৰ কৰিব।

মাইকী মানুহখিনিক গিৰ্জাৰ বাহিৰতে যাজকজনৰ লগত থৈ, নিজকে ওখোন-কোৰ-বেল্‌চা আদিৰে সশস্ত্ৰ কৰি লৈ তেওঁলোকে অতৰ্কিতে আক্ৰমণ কৰিব পৰাকৈ সুবিধাজনক ঠাই এডোখৰৰ সন্ধান কৰিব ধৰিলে। হাবিখনৰ সীমাৰ ফালে ওখ ঠাইখিনিত থকা মিলটোৰ ওচৰ পাই তেওঁলোকে তিৰবিৰাই থকা তৰাবিলাকৰ তলত ফাৰ্মখনৰ জ্বলি থকা জুইৰ পোহৰ দেখা পালে। তাতে

তেওঁলোক বৰফত পৰিণত হোৱা জলাশয়খনৰ সমুখত থকা প্ৰকাণ্ড প্ৰকাণ্ড ওখ গছবিলাকৰ তলতে ৰৈ থাকিল।

দূৰ দিগন্তত জুইৰ শিখা দেখি মিলটো বন্ধ কৰিবলৈ ওলোৱা মিলৰ মালিকজনক সাৱধান কৰি দিয়াৰ উদ্দেশ্যে 'ৰেড ডোৱাৰ্ফ' বুলি খ্যাত ভেড়াৰখীয়া এজনে পাহাৰৰ ওপৰৰ পৰা নামি তেওঁৰ ওচৰলৈ আহিছিল। মিল মালিকৰ আহ্বানত দুয়ো ভিতৰলৈ গৈ আন্ধাৰত খিৰিকীৰে বাহিৰলৈ ভুমুকিয়াই চাইছিলগৈ।

জোনৰ পোহৰত তেওঁলোকৰ মুখত খেতিয়কজনৰ জ্বলি থকা ঘৰটো উদ্ভাসিত হৈ উঠিল আৰু সেই পোহৰতে তেওঁলোকে বৰফৰ ওপৰেৰে আঁকাই-পকাই গৈ থকা দীঘল সমদল এটা দেখা পালে। ভালকৈ নিৰীক্ষণ কৰি বাওনাজন নামি গৈ তেওঁৰ কমৰেডবিলাক ৰৈ থকা গছবিলাকৰ তল পালেগৈ। এতিয়া খেতিয়কবিলাকেও লাহে লাহে সমতলত চৰি ফুৰা ছাগলী আৰু ভেড়াৰ জাকটোৰ পিছফালে ঘোঁৰাত উঠি থকা মানুহ চাৰিটা লক্ষ্য কৰিলে।

আঁঠুৰ তলত চিপা মৰা নীলা পেণ্ট আৰু ৰঙা কোট পিন্ধা খেতিয়কবিলাকে বৰফে পোহৰাই থোৱা গছবিলাকৰ তলত জলাশয়টোৰ দাঁতিবিলাক বিচাৰি থাকোতে সাতোলাজনে সিহঁতে আঁৰ লৈ লুকাই থকা বক্চ গছৰ জোপোহাৰ সিফাললৈ আঙুলিয়াই দেখুৱালে।

স্পেনিছ মানুহখিনিয়ে আগে আগে ভেড়া আৰু গৰু-ছাগলীৰ জাকটো খেদি লৈ আহি আছিল আৰু জন্তুবোৰ বৰফৰ ওপৰেৰেই আগবাঢ়িছিল। হেজবিলাকৰ কাষ পোৱাত ভেড়াবিলাকে সেউজীয়া পাতবিলাক খোৱাত লাগিল আৰু লগে লগে কৰ্নেলিংজ জোপোহাৰ অন্ধকাৰ ভাঙি ওলাই আহিল। বাকীবিলাকেও তেওঁলোকৰ ওখোন আদিৰে কৰ্নেলিংজক অনুসৰণ কৰিলে। তেতিয়াই উচপ খাই উখল-মাখল লগোৱা ভেড়াবিলাক আৰু ভয়তে সন্ত্ৰস্ত হৈ উঠা গৰু-ছাগলীবিলাকক মাজত লৈয়েই ধুনীয়াকৈ গোটেইখন পোহৰাই তোলা জোনটোৰ তলতেই যুদ্ধখন সংঘটিত হ'ল আৰু এক নৃশংস হত্যাকাণ্ডৰ শেষত তাৰ সমাপ্তি ঘটিল।

তেওঁলোকে অকল স্পেনিছ মানুহখিনিকেই নহয়, তেওঁলোকৰ ঘোঁৰাবিলাকো মাৰি-কাটি শেষ কৰাৰ লগে লগে কৰ্নেলিংজে পথাৰখনৰ সিপাৰে দেখা জুইৰ শিখাবিলাকৰ ফালে দৌৰিলে আৰু আনবিলাকে শবিলাকৰ যি য'ত পালে লুটিলে আৰু কাপোৰ-কানি টানি উলিয়াই আনিলে। তাৰ পিছত

সকলোৱে তেওঁলোকৰ গৰু-ছাগলীবিলাক লৈ গাঁৱলৈ উলটিল। গির্জাৰ দেৱালৰ পিছফালৰ পৰা অন্ধকাৰ হাবিখনলৈ লক্ষ্য কৰি থকা মাইকী মানুহখিনিয়ে গছবিলাকৰ ফাঁকেৰে তেওঁলোকক আহি থকা দেখি ল'ৰা-ছোৱালীবিলাকৰ হাঁহি-খিকিন্দালি আৰু কুকুৰবিলাকৰ ভুক্‌ভুকনিৰ মাজেৰে যাজকজনক লগত লৈ আনন্দতে নাচি-বাগি তেওঁলোকক লগ পাবলৈ দৌৰিলে।

আনন্দোৎসৱ উপলক্ষেই 'ৰেড ডোৱার্ফে' লেম্পবিলাক আঁৰি দিয়া ফলৰ বাগিচাখনৰ নাচপতিৰ গছবিলাকৰ তলত আনন্দত আপোন-পাহৰা হৈ থকাৰ মাজতে, তেওঁলোকে উদগ্ৰীব হৈ যাজকজনক এতিয়া কি কৰিব লাগিব সুধিলে।

তেওঁৰ কথামতেই মানুহগৰাকী আৰু ছোৱালী নজনীৰ মৃতদেহকেইটা ফার্মৰ পৰা গাঁৱলৈ আনিবলৈ গাড়ী এখনত এটা ঘোঁৰা সংযোগ কৰা হ'ল। যাজকজন বৃদ্ধ আৰু বৰ শকত হেতুকে ইমানদূৰ খোজ কাঢ়িব নোৱাৰিব বুলিয়েই তেওঁৰ লগতে মৃত মহিলাগৰাকীৰ ভনীয়েককেইজনী আৰু আন সম্বন্ধীয় মানুহ কেইগৰাকীমানো গাড়ীখনত উঠি বহিল।

মৌনভাৱেই তেওঁলোক হাবিখনৰ মাজেৰে গৈ জোনাকে টৌৱাই থোৱা সমতলভূমিত ওলালগৈ। জোনাকৰ ৰূপালী পোহৰত তেওঁলোকে কাটি থোৱা ঘোঁৰাবিলাকৰ মাজত নিথৰ আৰু নগ্ন হৈ পৰি থকা মৃতদেহবিলাক দেখা পালে। লাহে লাহে তেওঁলোক সমতলভূমিখিনিৰ মাজত তেতিয়াও জ্বলি থকা ফার্মখনৰ ফালে আগুৱাই গ'ল।

তেতিয়ালৈকে জ্বলিয়েই থকা ঘৰটোৰ সমুখৰ ফলৰ বাগানখন পোৱাত তেওঁলোকে সমুখত কৃষকজনৰ বিধ্বংসিত দৈন্য দৃশ্য দেখি নির্বাক হৈ সকলো বাগানৰ গে'টৰ মুখতে ৰৈ গ'ল। কাৰণ তাত কর্নেলিৎজৰ ঘৈণীয়েক এজোপা প্ৰকাণ্ড বাদাম গছৰ ডালত নগ্নপ্ৰায় হৈ ওলমি আছে, যিবিলাকৰ মাজেৰে এডাল জখলাত উঠি এতিয়া তেৰোঁ বৰফ হৈ থকা ঘাঁহবিলাকৰ ওপৰত তেওঁৰ সৰু সৰু নজনীকৈ ছোৱালী পৰি আছে। শকত-ডাঙৰ ডালবিলাক বগাই ওপৰলৈ গৈ থকা কর্নেলিৎজে হঠাতে বৰফৰ পৰা বিচ্ছুৰিত হোৱা পোহৰত, আতংকত স্তব্ধ হৈ পৰা জনতাৰ দলে তেওঁৰ কাণ্ড-কাৰখানা চাই থকা দেখিলে। তেওঁ সজল চকুৰেই মানুহবিলাকক তেওঁক সহায় কৰাৰ কাৰণে ইংগিত দিলে। লগে লগে 'ব্লু লায়ন' আৰু “গ'ল্ডেন ছান” পান্থশালাৰ ৰখীয়াকেইজন, হাতত লেম্প এটা লৈ যাজকজন আৰু আন কেইবাজনো মানুহ মৃতদেহটোৰ গাঁথি খুলি নমাই

আনিবলৈ জোনাকৰ পোহৰতে বৰফেৰে ভৰি থকা ডালবিলাক বগাই উঠি গ'ল। ক্রছডালৰ তলত লর্ড জেছাছক মাইকী মানুহখিনিয়ে হাত পাতি ধৰাৰ নিচিনাকৈ গাঁৱৰ মাইকী মানুহখিনিয়েও গছজোপাৰ গুৰিত মহিলাগৰাকীৰ মৃতদেহটো তেওঁলোকৰ বাহুৰে সাৱটি ধৰিলে। পিছদিনাখন পুৱাই তেওঁলোকে মানুহগৰাকীক কবৰ দিলে। তাৰ পিছৰ সপ্তাহটোত নাজাৰেথত আৰু কোনো ধৰণৰ অপ্রীতিকৰ ঘটনা নঘটিল।

কিন্তু পিছৰ দেওবাৰৰ সামূহিক উপাসনাৰ পিছতে গাঁওখনৰ মাজেৰে ক্ষুধাতুৰ কুকুৰনেছিয়া বাঘবিলাক দৌৰিব ধৰিলে আৰু দুপৰীয়ালৈকে বৰফ পৰিয়েই থাকিল। তাৰ পিছত হঠাতে উজ্জ্বল ৰ'দে গোটেইখন পোহৰাই তুলিলে। কৃষকবিলাকে সদায় কৰাৰ দৰেই দুপৰীয়াৰ আহাৰ খাই শেষত কৰিবলগীয়া সমূহীয়া উপাসনাৰ বাবে পোছাক পৰিধান কৰিব ধৰিলে।

বাহিৰত তেতিয়া কোনো মানুহ নাছিল, কাৰণ অতি বেয়া ধৰণে বৰফবিলাক গোট মাৰি গৈছিল। মাত্র কুকুৰ আৰু কুকুৰাবিলাকহে গছবিলাকৰ তলে তলে ঘূৰি ফুৰিছিল আৰু ভেড়াবিলাকে তিনিকোণীয়া ঘাঁহনি এডৰাত ঘাঁহবিলাক কুটি কুটি খাই আছিল। আনহাতে যাজকজনৰ লগুৱাই তেওঁলোকৰ বাগানৰ পৰা বৰফবোৰ আঁতৰাই আছিল।

ঠিক সেই সময়তে এদল সশস্ত্র মানুহে গাঁওখনৰ এমূৰে থকা শিলৰ দলংখন পাৰ হৈ আহি ফলৰ বাগিচাখনত ৰৈছিল। কৃষকবিলাক দৌৰাদৌৰিকৈ ঘৰৰ পৰা ওলাই আহিছিল। কিন্তু নৰাগতখিনিক স্পেইন দেশীয় লোক বুলি ধৰিব পাৰি তেওঁলোক ভীতিগ্রস্ত হৈ পুনৰ ঘৰত সোমালগৈ আৰু কি ঘটে চাবলৈ বুলি খিৰিকীৰ ওচৰ পালেগৈ।

সম্পূর্ণৰূপে অস্ত্র-শস্ত্রেৰে সুসজ্জিত প্রায় ত্রিশজন সৈনিকে বগা দাড়িৰ বৃদ্ধ এজনক বেৰি ধৰি থিয় হ'ল। তেওঁলোকৰ পিছফালে বহি অহা ৰঙা আৰু হালধীয়া বল্লমধাৰী সেনাবিলাক জঁপিয়াই নামি গাৰ জড়তা নাশিবৰ বাবে বৰফৰ ওপৰেৰে দৌৰিলে। ইফালে ভালেমান সশস্ত্র সৈন্য একে ধৰণেই জঁপিয়াই নামি তেওঁলোকৰ ঘোঁৰাবিলাক গছবিলাকত বান্ধি থ'লে।

তাৰ পিছত তেওঁলোক "গল্ডেন ছান" পান্থশালাখনলৈ গৈ দুৱাৰত টুকৰিয়ালে। খুলি দিওঁ-নিদিওঁকৈহে খুলি দিয়া দুৱাৰখনেৰে সৈন্যবিলাক সোমাই পোনেই জুইশালাৰ ওচৰ পালেগৈ আৰু গা গৰম কৰি লৈ তেওঁলোকক 'এল' দিবলৈ আদেশ দিলে।

অতি সোনকালেই তেওঁলোক অসংখ্য বল্লমেৰে তৈয়াৰ কৰা হেজৰ আঁৰত থকা বগা দড়ীয়া দলপতিজনক বেৰি থকা তেওঁলোকৰ লগৰীয়াবিলাকলৈ খাদ্যভৰ্তি পাত্ৰ, জগ আৰু ৰাইৰ ব্ৰেডবিলাক লৈ পান্থশালাৰ পৰা ওলাই আহিল।

ৰাস্তাটো জনশূন্য হৈ পৰাৰ কাৰণে দলপতিজনে গাঁৱৰ ফালে পহৰা দিয়াৰ উদ্দেশ্যে কেইজনমান অশ্বাৰোহী সৈন্যক গাঁৱৰ ঘৰবিলাকৰ পিছফাললৈ পঠিয়ালে। তাৰ পিছত ছেইণ্ট মেথিউৰ শুভ সমাচাৰত লিখিত হোৱাৰ দৰে সংহাৰ কৰিবলৈ দুবছৰীয়া বা তাৰ তলৰ সকলো ল'ৰা-ছোৱালীকে তেওঁৰ ওচৰলৈ লৈ আহিবলৈ বল্লমধাৰী সেনাবিলাকক আদেশ দিলে।

সেনাবিলাকে প্ৰথমে ৰাস্তাটোৰ মাজভাগতে ওচৰা-ওচৰিকৈ থকা 'গ্ৰীন কেবেজ'ৰ সৰু পান্থশালাটো আৰু নাপিত এজনৰ সৰু ঘৰটোত সোমালগৈ। তাৰে এজনে এটা গাহৰিৰ গৰাল খুলি দিয়াত এবাহ পোৱালি গাঁওখনত পিয়াপি দিব ধৰিলে। পান্থশালাৰ ৰখীয়াজন আৰু নাপিতজন ওলাই আহি বিনম্ৰভাৱে তেওঁলোকে কি বিচাৰিছে সুধিলে, কিন্তু সিহঁতে ফ্লেমিছ ভাষা বুজি নাপাই ঘৰৰ ভিতৰলৈ সোমাই গৈ সৰু ল'ৰা-ছোৱালী বিচাৰিব ধৰিলে।

পান্থশালাৰ ৰখীয়াজনৰ এটা সন্তান আছিল আৰু সি তাৰ কাৰ্য সাধনৰ চিৰাচৰিত কৌশল অৱলম্বন কৰি এইমাত্ৰ তেওঁলোকে আহাৰ কৰি উঠা টেবুলখনৰ ওপৰত বহি কান্দি আছিল। এটা সৈন্যই তাক কান্ধত তুলি উলিয়াই আপেল গছৰ তললৈ লৈ গ'ল। তাকে দেখি মাক-দেউতাকহালেই কান্দি কান্দি সিহঁতৰ পিছ ল'লে।

তাৰ পিছত আন বল্লমধাৰী সেনাবিলাকে বাঢ়ৈ, কমাৰ, মুচিয়াৰ আদিৰ গোহালিৰ দুৱাৰবিলাক খুলি দিলে। সেইবিলাকত বন্ধ থকা গাই, দামুৰি, গাধ, গাহৰি, ছাগলী, ভেড়া আদি জন্তুবিলাক গোহালিৰ পৰা ওলাই চকটোৰ চাৰিওফালে ঘূৰি ফুৰিব ধৰিলে। সিহঁতে যেতিয়া কাঠমিস্ত্ৰীজনৰ ঘৰৰ খিৰিকীবিলাক ভাঙিলে, তেতিয়া গাঁৱৰ কেইজনমান আটাইতকৈ বয়সস্থ আৰু বিত্তশালী মানুহ ওলাই আহি ৰাস্তাত সমবেত হ'ল আৰু স্পেনিছসকলক লগ ধৰিবলৈ গ'ল। তেওঁলোকে গৈ ভেলভেটৰ জহৰকোট পিন্ধা নেতাজনৰ ওচৰত নিজৰ টুপী খুলি হাতত লৈ সন্মান প্ৰদৰ্শন কৰি সসম্ভ্ৰমে তেওঁ কি কৰিব খুজিছে সুধিলে। কিন্তু তেওঁ মানুহখিনিৰ কথা বুজি নোপোৱাত এজনে যাজকক মাতি আনিবলৈ দৌৰিলে।

যাজকজনে শেষৰ সমূহীয়া উপাসনাত আশীৰ্বাদ দিবলৈ বস্ত্ৰ কক্ষত সোণৰ এঙা চোলাটো পিন্ধি আছিল। কৃষকজনে চিঞৰি ক'ব ধৰিলে, 'স্পেনিছবিলাক আহি ফলৰ বাগিচা পাইছেহি।' আতংকিত হৈ যাজকজন গিৰ্জাৰ দুৱাৰমুখলৈ দৌৰিলে আৰু বৃন্দগীত গোৱা ল'ৰাকেইটায়ো ঢিমিক-ঢামাককৈ জ্বলি থকা মম আৰু ওলোমাই থোৱা ধূপদানি হাতত লৈয়েই তেওঁক অনুসৰণ কৰিলে।

তাত থিয় হোৱাৰ লগে লগে তেওঁ দেখিলে, গৰাল আৰু আস্তাবলৰ পৰা বৰফৰ ওপৰেৰে, ঘাঁহে-বনে পোহনীয়া জন্তুবিলাক ঘূৰি ফুৰিছে, গাঁওখনত অসংখ্য ঘোঁৰা চোৰাৰীক, ঘৰবিলাকৰ দুৱাৰ মুখে মুখে সৈন্যবিলাকক আৰু গোটেই ৰাস্তাটোৰে গছবিলাকত ঘোঁৰাবিলাক বান্ধি থোৱা দেখিলে। মতা-মাইকী সকলো মানুহে কান্দোনকে সাৰথি কৰা সৰু ল'ৰাটোক ধৰি অনা মানুহটোক কাবৌ-কোকালি কৰি থকাও তেওঁৰ চকুত পৰিল।

যাজকজনে দৌৰাদৌৰিকৈ গৈ গিৰ্জাৰ চোতাল পালেগৈ। খেতিয়কবিলাকে উদ্বিগ্ন হৈ নিজকে বগা আৰু সোণালী ৰঙৰ পোছাকেৰে সজাই স্বয়ং ভগৱান অহাৰ দৰে নাচপতি গছবিলাকৰ মাজেৰে আহি থকা যাজকজনৰ ফালে ঘূৰি বগা দড়ীয়া মানুহজনৰ মুখামুখি হৈ কথা কোৱা তেওঁক, চাৰিওফালৰ পৰা বেৰি ধৰিলে।

তেওঁ ফ্লেমিছ আৰু লেটিন ভাষাত কথা ক'লে, কিন্তু দলপতিজনে একো নুবুজাৰ নিচিনাকৈ কেৱল কান্ধহে জোকাৰিলে।

গাঁওবাসীয়ে অতি নিম্ন স্বৰেৰে তেওঁলোকৰ যাজকক 'সি কি কৈছে? কিনো কৰিব খুজিছে সি' সুধিছিল। আনবিলাকেও যাজকক ফলৰ বাগিচাত দেখি অতি সাৱধানে ঘৰৰ পৰা ওলাই আহিছিল। মাইকী মানুহবিলাকেও লৰালৰি কৰিছিল আৰু জুম বান্ধি কথা পতাত লাগিছিল। আনহাতে তেতিয়ালৈকে এটা পান্থশালা অৱৰোধ কৰি থকা সেনাবিলাকো দৌৰি আহি চকত মানুহ জমা হোৱা ঠাইখিনি পাইছিলহি।

সেই সময়তেই পান্থশালাৰ ৰখীয়াজনৰ ল'ৰাটোক ভৰিৰে হেঁচা মাৰি ধৰি ৰখা মানুহটোৱে তাৰ তৰোৱালখনেৰে ল'ৰাটোৰ মূৰটো কাটি পেলালে।

মানুহবিলাকে ল'ৰাটোৰ মূৰটো পৰি যোৱা আৰু লগে লগে গাটো তেজেৰে তুমৰলি হৈ ঘাঁহত বাগৰি পৰা দেখিলে। মাকজনীয়ে গাটো তুলি আঁতৰাই লৈ গ'ল, কিন্তু মূৰটোৰ কথা পাহৰি থাকিল। তেওঁ নিজৰ ঘৰৰ ফালে

দৌৰিলে। কিন্তু এজোপা গছত উজুটি খোৱাত বৰফৰ ওপৰতে উবুৰি খাই পৰি মূৰ্চ্ছা গ'ল। ইফালে দেউতাকে দুজন সেনাৰ মাজত সোমাই টনা-আঁজোৰা কৰিব ধৰিলে।

কিছুমান ডেকা কৃষকে স্পেনিছবিলাকৰ গালৈ শিল আৰু কাঠৰ টুকুৰা মাৰিব ধৰিলে। কিন্তু ঘোঁৰা চোৱাৰীবিলাকৰ সকলোৱে তেওঁলোকৰ বল্লমবিলাক তললৈ নমালে। মাইকী মানুহবিলাক পলাল আৰু যাজকজনে ভেড়াৰ বেবনি, হাঁহবিলাকৰ চি-চিৰনি আৰু কুকুৰৰ ভুকভুকনিৰ লগতে গাঁওবাসীৰে সৈতে আতংকত আৰ্তনাদ কৰিব ধৰিলে।

কিন্তু সৈন্যবিলাক পুনৰ ৰাস্তালৈ আঁতৰি যোৱা দেখি কি ঘটে চাবলৈ বুলি জনতা শান্ত হৈ ৰৈ থাকিল।

এদল সৈন্য গিৰ্জাৰ সাতোলাজনৰ ভনীয়েকহঁতে চলোৱা দোকান এখনত সোমালগৈ, কিন্তু দুৱাৰডলিতে সাতোলাৰ সাতোজনী ভনীয়েকে আঁঠু কাঢ়ি প্ৰাৰ্থনা কৰি থকা দেখি তেওঁলোকৰ একো অনিষ্ট নকৰাকৈ শান্তভাৱে সিহঁত ওলাই আহিল।

এইবাৰ সিহঁত গৈ ছেইন্ট নিকোলাছৰ পান্থশালাখনত সোমাল। সেই পান্থশালাখনৰ গৰাকী এজন কুঁজা মানুহ। ইয়াতো সেনাবিলাকৰ যাতে খং নুঠে সেই ভাবিয়েই তৎক্ষণাৎ দুৱাৰ খুলি দিছিল। কিন্তু সৈন্যবিলাক পুনৰ বাহিৰ ওলাই আহোঁতে দেখা গ'ল হাহাকাৰ-হুলস্থূলৰ মাজেৰেই সিহঁতে তিনিটা ল'ৰা-ছোৱালীক কান্ধত তুলি লৈ আহিছিল আৰু সিহঁতক চাৰিওফালৰ পৰা বেৰি ধৰি সেই কুঁজা মানুহজন, তেওঁৰ ঘৈণীয়েক আৰু জীয়েক সকলোৱে হাতযোৰকৈ সেই হত্যাকাৰী সেনাকেইটাৰ ওচৰত দয়া ভিক্ষা মাগিছিল।

সেনাকেইটা বগা দাড়ীয়া দলপতিজনৰ ওচৰলৈ আহি এজোপা দেৱদাৰু গছৰ গুৰিত ল'ৰা-ছোৱালীকেইটাক নমাই থ'লে। দেওবৰীয়া পোছাকেৰেই সিহঁত বৰফৰ ওপৰতে বহি থাকিল। কিন্তু হালধীয়া ফ্ৰকেৰে সিহঁতৰে এজনে উঠি সৰু ল'ৰা-ছোৱালীৰ অস্থিৰতাৰে এখোজ দুখোজকৈ ভেড়া এটাৰ ফালে আগুৱাইছিল। এটা সৈনিকে পিছ লৈ গৈ খোলা তৰোৱালেৰে কণমানিটোৰ মূৰটো কাটি পেলালে আৰু সি ঘাঁহতে মুখ থেকেচা খাই পৰি গ'ল। আনকেইটাক গছজোপাৰ গুৰিতে মাৰিলে।

খেতিয়কবিলাক আৰু পান্থশালাৰ মালিকৰ জীয়েকহঁতৰ সকলোৱে চিঞৰি-বাখৰি পলাই গৈ নিজকে ঘৰৰ ওপৰ মহলাত আবদ্ধ কৰি পেলালে।

ফলৰ বাগিচাখনত অকলে এৰি থৈ যোৱা যাজকজনে কৰযোৰে প্ৰথমে, এজনৰ তাৰ পিছত আনজনৰ ভৰিত আঁঠুকাঢ়ি পৰি স্পেনিছবিলাকক পুতৌ লগাকৈ কাকৃতি-মিনতি কৰিব ধৰিলে। আনহাতে বাহিৰত বৰফৰ ওপৰতে বহি মৰা সন্তানকেইটাক আঁঠুৰ ওপৰত তুলি লৈ সিহঁতৰ মাক-দেউতাকহঁতে কান্দোনত গছৰ পাত সৰুৱালে।

বল্লমধাৰীবিলাক ৰাস্তাৰে গৈ থাকোতে ফাৰ্ম এখনৰ এটা নীলা ৰঙৰ ডাঙৰ ঘৰত সিহঁতৰ চকু পৰিল। অসংখ্য গজালেৰে সুন্দৰকৈ গজালি থোৱা ওক কাঠৰ মজবুত দুৱাৰখন ভাঙিবলৈ অসমৰ্থ হৈ সিহঁতে দুৱাৰডলিৰ কাষতে বৰফেৰে আবৃত হৈ থকা টাববিলাকৰ ওপৰেৰে বগুৱা বাই উঠিবলৈ চেষ্টা কৰিলে। সেইদৰেই সিহঁতে ঘৰটোৰ ওপৰ মহলাৰ খিৰিকীৰে ভিতৰ সোমাল।

সেই ফাৰ্মখনত কিবা এটা আনন্দোৎসৱ চলি আছিল। খিৰিকীৰ আইনা ভঙা শব্দ শুনি যিবিলাক পৰিয়ালে তাত মচ্‌মচীয়া কেক, কাষ্টাৰ্ড, গাহৰিৰ মঙহ খাবলৈ লগ হৈছিল সকলো খালী জগ, খোৱা প্লেট আদি পৰি থকা টেবুলখনৰ পিছফালে গোট খালেহি। সেনাবিলাক খিৰিকীৰে পাকঘৰত সোমাল আৰু নৃশংসভাৱে আক্ৰমণ কৰিব ধৰিলে। সিহঁতৰ বৰ্বৰতাত বহুত মানুহ আহত হ'ল। সিহঁতে সকলো সৰু ল'ৰা-ছোৱালীক বন্দী কৰিলে আৰু লগতে সিহঁতৰে বল্লমধাৰী এজনক মৰিয়াই আঙুলিত আঘাত কৰা বাবে ল'ৰা-ছোৱালীবিলাকৰ সৈতে সেই পৰিচাৰকজনকো ধৰি লৈ গ'ল। সিহঁতে নিজে ওলাই গৈ দুৱাৰখন বাহিৰৰ পৰা এনেকৈ বন্ধ কৰি থৈ গ'ল, যাতে ভিতৰৰ পৰা কোনো পিতৃ-মাতৃ বাহিৰ ওলাই আহিব নোৱাৰে।

যিবিলাক মানুহৰ ঘৰত সৰু ল'ৰা-ছোৱালী নাছিল, তেওঁলোক লাহে লাহে ঘৰৰ পৰা ওলাই আহি কিছু দূৰে দূৰে থাকি সেনাবিলাকক অনুসৰণ কৰিব ধৰিলে। তেওঁলোকে বন্দীবিলাকক আনি সেই বগা দড়ীয়া মানুহজনৰ সমুখৰ ঘাঁহত দলিয়াই দিয়া আৰু বল্লম বা তৰোৱালেৰে নৃশংসভাৱে বধ কৰা দেখিলে। এই নৃশংস কাণ্ড চলি থকাৰ সময়ত নীলা ঘৰটোত থকা মতা-মাইকী সকলোৱে যেতিয়া গছবিলাকৰ মাজত ঘাঁহৰ ওপৰত নিঃসাৰ হৈ পৰি থকা ল'ৰা-ছোৱালীবিলাকৰ ৰঙা-বগা আৰু বেঙুনীয়া কাপোৰবোৰ দেখিলে তেতিয়া তেওঁলোকে ঘৰটোৰ আৰু ভঁৰালটোৰ সকলো খিৰিকীৰে বাহিৰলৈ হালি সৰগৰ ফালে হাত জোকাৰি জোকাৰি ঈশ্বৰকে দোষাৰোপ কৰিব ধৰিলে। ইয়াৰ পিছত সেনাবিলাকে ৰাস্তাটোৰ সিটো পাৰে থকা অৰ্ধচন্দ্ৰাকৃতিৰ চিনটোতে ফাৰ্মখনৰ

পৰিচাৰকজনক চিপ লগাই ওলোমাই থ'লে। গাঁওখন কাঁহ পৰি জীণ গ'ল।

এইবাৰ এই নৃশংস হত্যাকাণ্ড সৰ্বসাধাৰণৰ মাজত চলিব ধৰিলে। মাকবিলাকে তেওঁলোকৰ ঘৰৰ পিছফালৰ শাক-পাছলিৰ বাগানবিলাকৰ মাজেৰে ওলাই গাঁওখনৰ পৰা পলাই যাবলৈ চেষ্টা কৰিলে। কিন্তু অশ্বাৰোহী সেনাবিলাকে তেওঁলোকক খেদি গৈ ৰাস্তালৈ ওভতাই আনিলে। কৃষকবিলাকে টুপী খুলি হাতত লৈ তেওঁলোকৰ সন্তানবিলাকক কাঢ়ি নিয়া মানুহবিলাকৰ আগত আঁঠুকাঢ়ি কৰযোৰে মিনতি কৰিব ধৰিলে। এইবিলাকৰ মাজত কুকুৰবিলাক বিভ্ৰান্ত হৈ আনন্দতে ভুকিব ধৰিলে। যাজকজনে হাত আকাশৰ ফালে তুলি উন্মত্তভাৱে প্ৰাৰ্থনা কৰি ঘৰবিলাক আৰু গছবিলাকৰ মাজত দৌৰাদৌৰি কৰিব ধৰিলে। সেনাবিলাকে জাৰতে কঁপি কঁপি আঙুলিবিলাক মুখেৰে ফুৰাই ফুৰাই ৰাস্তাত টহল দি থাকিল বা তৰোৱালবিলাক কাষলতিৰ তলত লৈ চিপা মৰা পেণ্টবিলাকৰ পকেটত হাত সুমুৱাই অৱৰোধ কৰা ঘৰবিলাকৰ খিৰিকীৰ সমুখত পহৰা দি ৰৈ থাকিল।

চাৰিওফালে দুই বা তিনিজনীয়া গোট হৈ সিহঁতে এই নৃশংস দৃশ্যবিলাক সংঘটিত হোৱা ঠাইৰ ৰাস্তাবিলাকত টহল দি ফুৰিছিল আৰু ঘৰৰ ভিতৰ সোমাই কৃষকবিলাকৰ পুতৌ লগা ধৰণে অতিশয় দুখজনক অৱস্থাবিলাক চাই ফুৰিছিল। গিৰ্জাৰ ওচৰতে এটা ৰঙা ইটাৰ ঘৰত বাস কৰা বজাৰত শাক-পাচলি বিক্ৰী কৰি খোৱা মানুহ এজনৰ ঘৈণীয়েকে তেওঁৰ সন্তানকেইটিক এচকীয়া ঠেলা গাড়ী এখনত তুলি লৈ যোৱা দেখি হাতত লৈ থকা টুলখন হাতত লৈয়েই তেওঁ সেনা দুটাৰ পিছ লৈছিল। যেতিয়াই তেওঁ সন্তানকেইটিক মাৰি পেলোৱা দেখিলে, ভয়ানক ধৰণে আতংকিত হৈ মানুহজনীয়ে জ্ঞান হেৰুৱাই পেলালে। ৰাস্তাৰ কাষৰ গছ এজোপাৰ তলতে সিহঁতে তেওঁক সেই টুলখনৰ ভিতৰতে হানি-খুঁচি ভৰাই থ'লে।

আন কিছুমান সেনাই আলিৰ দাঁতিতে থকা পাতল বেঙুনীয়া ৰঙেৰে বেৰবিলাক বোলোৱা ফাৰ্মৰ ঘৰ এটা দেখি টেঙাৰ গছবিলাকেৰে বগাই গৈ ঘৰৰ ওপৰত উঠি টাইল্‌ছ কেইটুকুৰামান এৰুৱাই ভিতৰ সোমাল। সিহঁতে যেতিয়া ল'ৰা-ছোৱালীকেইটাক লৈ পুনৰ চালৰ ওপৰ পালে মাক-বাপেকহালেও সেই বাটেৰেই সিহঁতৰ পিছ ল'বলৈ চেষ্টা কৰিছিল। কিন্তু সেনাকেইটাই বাৰে বাৰে তেওঁলোকক হেঁচুকি ওভতাই পঠিয়াবলৈ চেষ্টা কৰিলে। তথাপি তেওঁলোক ক্ষান্ত নোহোৱাত সৈন্যকেইটাই তেওঁলোকৰ পৰা

নিজকে বচাবলৈ অৱশেষত তৰোৱালাৰে তেওঁলোকৰ মূৰত আঘাত কৰি অহা বাটেৰেই ওলাই গ'ল।

প্ৰকাণ্ড ঘৰ এটাৰ মাটিৰ তলৰ ভঁৰালত বন্দী কৰি থোৱা পৰিয়াল এটাই চাৰিচুকীয়া গ্ৰীলখনৰ কাষত থিয় হৈ চিঞৰি চিঞৰি কান্দিছিল। সেইখনৰ মাজেৰেই দেউতাকজনে ওখোন এখনকে বন্য হিংস্ৰতাৰে মূৰৰ ওপৰত ঘূৰাইছিল। বাহিৰত গোবৰৰ দ'ম এটাৰ কাষত বহি মূৰত চুলি নোহোৱা বুঢ়া মানুহ এজনে অকলে অকলে উচুপিছিল। চাৰিআলিটোত হালধীয়া ৰঙৰ পোছাক পৰিহিত এগৰাকী মহিলা মূৰ্চ্ছা গৈছিল আৰু তেওঁৰ ক্ৰন্দনৰত স্বামীয়ে নাচপতি গছ এজোপাত হেলান দি তেওঁক দুহাতেৰে সাবটি ধৰি আছিল। ৰঙা পোছাক পৰিহিতা আন এগৰাকী মহিলাই তেওঁৰ হাত দুখন কাটি পেলোৱা কণমানি ছোৱালীজনীক মৰমেৰে ওপচাই পেলাই তাইৰ অকণি অকণি বাহু দুটাৰ এবাৰ ইটো আৰু এবাৰ সিটো বাহু লৰাই চাইছিল, কিজানিবা লৰচৰ কৰেই। আন এগৰাকী মাইকী মানুহ আকৌ গাঁও এৰি নগৰৰ ফালে পলাইছিল, কিন্তু সেনাবিলাকে বগা হৈ থকা বৰফৰ পথাৰখনত ক'লা ক'লা হৈ কোনোমতে মাথোঁ দেখা দি থকা খেৰৰ পুঁজিবিলাকৰ মাজত দেখি খেদি গৈ ধৰিলে।

"ফ'ৰ ছন্স অৱ আইমন" নামৰ পান্থশালাখনৰ তলত হুলস্থূল-গণ্ডগোলৰ জোৱাৰ উঠিছিল। তাৰ বাসিন্দাসকলে এনে এটা প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছিল যে সেনাবিলাকে ঘৰটোৰ চাৰিওফালে ঘুৰ্মুটিয়াই ফুৰিও ভিতৰ সোমাব পৰা নাছিল। তেতিয়া সিহঁতে লতাবিলাক বগাই ছাইনবোৰ্ডখনৰ কাষলৈ উঠিব চেষ্টা কৰোঁতেই বাগানৰ দুৱাৰখনৰ পিছফালেই থকা জখলাখনত সিহঁতৰ চকু পৰিল। সেইখন তুলি বেৰাত ভেজা দি থিয় কৰাই সিহঁত আটাইবিলাকে সেইখনত বগাব ধৰিলে, কিন্তু পান্থশালাৰ মালিক আৰু তেওঁৰ পৰিয়ালৰ সকলোৱেই টেবুল, চকী, টুল, প্লেট আৰু কেঁচুৱাৰ খাট, ছেলফ্ আদি যিয়ে য'ত যি পালে খিৰিকীৰে সিহঁতলৈ দলিয়াব ধৰিলে, ফলত জখলাখন বাগৰি গ'ল আৰু সেনাবিলাক গৈ মাটিত পৰিল।

গাঁওখনৰ এমূৰে থকা এটা কাঠৰ পঁজাত, আন এটা সেনাৰ গোটে গৈ দেখিলে যে এগৰাকী মহিলাই জুহালৰ কাষতে বহি এটা গা ধোৱা টাবত ল'ৰা-ছোৱালীকেইটাক বহুৱাই লৈ গা ধুৱাব ধৰিছে। যথেষ্ট বয়সস্থ আৰু কাণেৰেও একেবাৰে কম শুনাৰ বাবে তেওঁ সেনাবিলাক সোমাই অহা গমেই পোৱা নাছিল। দুটা সেনাই টাবটো লৈ ওলাই গৈছিল আৰু মানুহগৰাকীয়ে কি হৈছে

একো ধৰিবই নোৱাৰি ল'ৰা-ছোৱালীকেইটাক পিন্ধাবলৈ বুলি হাতত লোৱা কাপোৰখিনি লৈয়েই সিহঁতৰ পিছ লৈছিল। কিন্তু যেতিয়া তেওঁ গাঁওখনৰ সকলোফালে তেজৰ চেকুৰা, বাগিচাখনত অসংখ্য তৰোৱাল, ৰাস্তাত উলটি পৰি থকা কেঁচুৰাৰ দোলনাবিলাক, আঁঠুকাঢ়ি থকা মাইকী মানুহ আৰু শবিলাকক হাতেৰে আঁজুৰি থকা মতা মানুহবিলাকক দেখিলে, তেওঁ ভয়তে আৰ্তনাদ কৰিবলৈ আৰম্ভ কৰি সেনাবিলাকক কোবাব ধৰিলে। বাধা দি নিজকে বচাবৰ বাবে সেনাকেইটাই টাবটো মাটিত থ'লে। যাজকজনো দৌৰি আহিছিল আৰু নিজৰ এঙা চোলাটোৰ ওপৰত হাতযোৰ কৰি টাবটোৰ পানীত চিঞৰি থকা নগ্ন ল'ৰা-ছোৱালীকেইটাৰ সমুখত থকা স্পেনিছকেইটাক কাকূতি-মিনতি কৰিব ধৰিছিল। কিন্তু আন কেইটামান সেনাই আহি পগলা হৈ যোৱা মহিলাগৰাকীক গছ এজোপাত বান্ধি থৈ ল'ৰা-ছোৱালীকেইটাক লৈ গুচি গ'ল।

নিজৰ কণমানি ছোৱালীজনীক লুকুৱাই থৈ কচাইজনে নিজৰ দোকানখনৰে বেৰাত আঁউজি নিস্পৃহভাৱে চাই আছিল। এটা বল্লমধাৰী আৰু এটা সশস্ত্ৰ মানুহ তেওঁৰ ঘৰত সোমালহি আৰু তামৰ পানী গৰম কৰা পাত্ৰ এটাত লুকুৱাই থোৱা ছোৱালীজনীক দেখিলে। তেতিয়া কচাইজনে ভগ্ন মনোৰথ হৈ তেওঁৰ জন্তু কাটা ছুৰীবিলাকৰে এখন লৈ ৰাস্তাত সিহঁতৰ পিছে পিছে খেদি গ'ল। কিন্তু কাযেৰে পাৰ হৈ যোৱা সেনাবিলাকে তেওঁৰ হাতৰ পৰা ছুৰীখন কাঢ়ি লৈ তেওঁৰ হাত দুখন বান্ধি বেৰত লাগি থকা হাকোটাত ওলোমাই থ'লে—তাতেই সেই ছাল গুচাই আৰি থোৱা জন্তুবিলাকৰ মাজতে তেওঁৰ ভৰি জোকাৰি, নানা ধৰণে যুদ্ধ কৰি, চিঞৰি-বাখৰি ঈশ্বৰকে দোষ দি থাকিল।

গিৰ্জাৰ চোতালখনৰ কাষতে সেউজীয়া ৰং দিয়া এটা দীঘলীয়া ঘৰৰ আগত বহুত মানুহ খোট খাইছিল। ঘৰৰ গৰাকীয়ে নিজৰ ঘৰৰ দুৱাৰডলিতে থিয় হৈ হুৱাওৱাৰে কান্দিছিল। মানুহজনৰ হৃষ্ট-পুষ্ট হাস্যকৰ চেহেৰাটোৱে বেৰতে আঁউজি কুকুৰ এটাৰ লগত খেলি ৰ'দ লৈ বহি থকা সেনা কেইটামানৰ মনত পুতৌৰ ভাব এটা জন্মাইছিল। তেওঁৰ সন্তানটোক নিজ হাতেৰে কাঢ়ি লৈ যোৱা সেনাটোৱেও অংগি-ভংগিৰে যেন বুজাব খুজিছিল "মই কি কৰিব পাৰোঁ? এইটোতো মোৰ দোষ নহয়।"

পিছে পিছে সেনাই খেদি অহা এজন কৃষকে শিলৰ দলংখনৰ কাষত বান্ধি থোৱা নাও এখনত জাঁপ মাৰি উঠিল আৰু ঘৈণীয়েক আৰু ল'ৰা-

ছোৱালীৰে সৈতে তেতিয়াও গোট নমৰা ঠেক লেগুনটো পাৰ হৈ সিপাৰে গুচি গ'ল। পিছে পিছে যাবলৈ সাহ নকৰি সেনাবিলাকে উলুবনৰ মাজে মাজে বেঙা মেলি যিমান পাৰে প্ৰাণপণে খেদিলে। পাৰত থকা উইল' গছবিলাকত উঠি বল্লমেৰে পলৰীয়াকেইজনক ঢুকি পাই নেকিও চালে, সফল হ'ব নোৱাৰি ক'লা পানীবোৰত ওপঙি ফুৰা ভীতত্ৰস্ত পৰিয়ালটোক আৰু বেছি ভয় খুৱাবলৈ বহুত সময়লৈ সিহঁতে তেনেকৈয়ে চেষ্টা কৰি থাকিল।

প্ৰায় সকলো শিশুকেই মাৰিব লাগিব বুলি আদেশ দিয়া বগা দড়ীয়া মানুহজনৰ সমুখতে ফলৰ বাগিচাখন আছিল বাবে তেতিয়াও বাগিচাখনত মানুহ ভৰি আছিল। নিচেই কণ কণ ল'ৰা-ছোৱালীহঁতে, যিবিলাকে অকলে খোজ দিব পৰা হৈছে মাথোন, সিহঁতৰ ভাগৰ জেম সনা ৰুটিৰ টুকুৰা চোবাই চোবাই ইজন সিজনৰ কাষে কাষে থাকি আচৰিত হৈ সিহঁতৰ খেলাৰ সংগীবিলাকক বধ কৰা চাই আছিল নাইবা ঘাঁহত বহি বাঁহী বজাই থকা গাঁৱৰ বুৰ্বকটোৰ চাৰিওফালে গোট খাইছিল।

তাৰ পিছত হঠাতে গাঁৱত একে ধৰণৰ আন এটা দৌৰাদৌৰি আৰম্ভ হ'ল। ৰাস্তাটোৰ মূৰৰ ফালে গেৰুৱা ৰঙৰ ওখ টিলাটোৰ ওপৰত থকা অট্টালিকাটোৰ ফালে কৃষকবিলাক দৌৰিব ধৰিলে। তেওঁলোকে তেওঁলোকৰ জমিদাৰক, তেওঁৰ অট্টালিকাৰ সুৰক্ষিত স্থানৰ পৰা হাউলি সেই নৃশংস হত্যাকাণ্ড নিৰীক্ষণ কৰা দেখিছিল। পুৰুষ, মহিলা, বৃদ্ধ সকলোৰেই হাত দাঙি দাঙি সৰগৰ ঈশ্বৰক মিনতি কৰাৰ দৰে ভেলভেটৰ জহৰকোট আৰু সোণৰ টুপী পিন্ধা তেওঁকো মিনতি কৰিব ধৰিলে। কিন্তু তেওঁ হাত দাঙি কান্ধ জোকাৰি তেওঁৰ অপাৰগতাৰ কথা কৃষকবিলাকক বুজাই দিলে আৰু তথাপিও যেতিয়া তেওঁলোকে বৰফৰ ওপৰতে আঁঠু কাঢ়ি, টুপীহীন মূৰেৰে অতি দুখলগাকৈ বিলাপ কৰি কৰি উপৰ্যুপৰি মিনতি কৰিয়েই থাকিল তেতিয়া তেওঁ লাহে লাহে তাৰ পৰা ভিতৰলৈ সোমাই গ'ল। লগে লগে কৃষকবিলাকৰ শেষ আশাও মাৰ গ'ল।

সকলো ল'ৰা-ছোৱালী বধ কৰা শেষ হ'লত ভাগৰি পৰা সেনাবিলাকে সিহঁতৰ তৰোৱালবিলাক ঘাঁহতে মচি চাফা কৰিব ধৰিলে আৰু নাচপতি গছবিলাকৰ তলতে ৰাতিৰ আহাৰ খালে। তাৰ পিছত ঘোঁৰাত এটাৰ পিছফালে আনটো বহি যি বাটেৰে আহিছিল সেই বাটেৰেই শিলৰ দলংখনৰ ওপৰেৰে নাজাৰথ এৰি গুচি গ'ল।

হাবিখনৰ পিছফালে অস্তগামী সূৰ্যৰ ৰঙা পোহৰে কাঠনিখন দীপ্তিমান কৰি তুলি গোটেই গাঁওখনকে তেজৰঙী কৰি তুলিলে। ইফালৰ পৰা সিফাললৈ দৌৰি কাবৌ-কোকালি কৰি ফুৰা যাজকজন ভাগৰত অৱশ হৈ গির্জাৰ সমুখত বৰফৰ ওপৰতে বাগৰি পৰিল আৰু অনুচৰসকল তেওঁৰ কাষতে থিয় হৈ থাকি ভালৰো ভাল কাপোৰ পৰিহিত কৃষকসকলেৰে ঠাহ খাই পৰা ৰাস্তাটো আৰু ফলৰ বাগিচাখনলৈ একেথৰে চাই থাকিল। বেছিভাগ ঘৰৰ দুৱাৰডলিতে পিতৃ-মাতৃসকলে তেওঁলোকৰ মৃত সন্তানক কোলাত লৈ তিক্ত বেদনাসমূহ এই মুহূৰ্তত ঘটা সজীৱ লোমহৰ্ষক ঘটনাৰ দৰে বৰ্ণাই বিলাপ কৰিছিল। আন কিছুমানে পিপাবিলাকৰ কাষত, এখন হাতেৰে ঠেলা এচকীয়া গাড়ীৰ তলত নাইবা খালটোৰ পাৰত, য'তেই ল'ৰা-ছোৱালীবিলাকক মাৰিছিল তাতেই মৃতদেহৰ ওপৰত পৰি তেতিয়াও কান্দি আছিল। কিছুমানে আকৌ নিঃশব্দ মৃতদেহবিলাক তুলি লৈ গৈছিল। এনে কিছুমানো আছিল, যিবিলাকে আকৌ বেঞ্চ, টুল, টেবুল, তেজ লাগি থকা কাপোৰ-কানিবোৰ ধুবলৈ আৰম্ভ কৰিছিল আৰু ৰাস্তাত দলিয়াই পেলোৱা ল'ৰা-ছোৱালীৰ খাটিয়াবোৰ তুলি নিব ধৰিছিল। ইগৰাকীৰ পিছত সিগৰাকীকৈ অসংখ্য মাকে গছবিলাকৰ তলত ঘাঁহতে পৰি থকা আৰু পিন্ধি থকা উলৰ পোছাকৰ জৰিয়তেহে চিনাক্ত কৰিব পৰা কণ কণ বিকৃত মুখৰ সন্তানবিলাকৰ মৃতদেহবোৰৰ ওপৰত পৰি বিলাপ কৰিছিল। যিবিলাক নিঃসন্তান আছিল তেওঁলোকে উদ্দেশ্যহীনভাৱে চাৰিআলিটোৰ মাজত ঘূৰি ফুৰিছিল, মাজে মাজে দুখতে কান্দি বা উচুপি থকা শোকসন্তপ্তসকলৰ কাষত ৰৈছিল। যিবিলাক মানুহে এবাৰো কন্দা নাছিল তেওঁলোকে গোমোঠা মুখেৰে তেওঁলোকৰ যেনিতেনি ঘূৰি ফুৰা পোহনীয়া জন্তুবিলাকক বিচাৰি ফুৰিছিল, যাৰ কাষে কাষে ভুকি থকা কুকুৰবিলাকো ঘূৰি ফুৰিছিল। নাইবা নিমাতে ভগা আইনা বা গুলীয়াই ফুটা কৰা ছালবিলাক মেৰামতি কৰিছিল। আকাশখনৰ নিৰ্লিপ্ততাৰ মাজেৰে বিষণ্ণ জোনটো উঠি অহাৰ লগে লগে নিদ্ৰাৰ বেশেৰে গভীৰ নিস্তব্ধতা নামি আহিছিল গাঁওখনৰ মাজলৈ, য'ত নেকি তেতিয়া জীৱন্ত প্ৰাণীৰ ছাঁটোৱেও লৰচৰ কৰা নাছিল।◆

**(লেখকৰ পৰিচয়** ঃ বেলজিয়ামৰ প্ৰথিতযশা সাহিত্যিক বানহাৰ্ড মেটাৰলিংকে তেওঁৰ বিভিন্ন সাহিত্যকৰ্মৰ বাবে ১৯১১ চনত সাহিত্যত নোবেল বঁটা লাভ কৰিছিল। তেওঁ একাধাৰে এজন গল্পকাৰ, নাট্যকাৰ, প্ৰবন্ধকাৰ তথা

কবি আছিল। কিন্তু নাট্যকাৰ হিচাপে তেওঁ অধিক ঐশ্বৰ্যশালী আছিল আৰু তেওঁৰ বিশেষ বৈশিষ্ট্যপূৰ্ণ নাট্য সাহিত্যৰ বাবে তেওঁ 'ট্ৰেনিয়েল' পুৰস্কাৰো লাভ কৰিছিল। কাব্যৰ ৰসঘন মানসচিত্ৰ অংকনত তেওঁ সিদ্ধহস্ত আছিল। প্ৰতীকধৰ্মী সাহিত্য ৰচনা কৰি তেওঁ 'ছিম্বলিজ্‌ম' নামেৰে খ্যাত ফ্ৰান্সৰ 'লিটাৰেৰী মুভমেণ্ট'ৰ লগতো জড়িত হৈ পৰিছল।)

# জীৱনৰ আহ্বান

## মূল গল্প ঃ নাট হামচন

## অনুবাদ ঃ ড° স্বাতী কিৰণ

মই ক'ব খোজা কাহিনীটোৰ পটভূমি হ'ল কোপেনহেগেনৰ ৰাস্তাৰৰন্ড নামৰ এটা বহল অথচ নিৰ্জন পথ। আঁতৰে আঁতৰে থকা কেইটামান ঘৰ আৰু ধিমিক-ধামাককৈ জ্বলি থকা কেইটামান গেছ লেম্পহে মাথোঁ পথটোত দেখা পোৱা যায়। পথটোত কোনো মানুহ সাধাৰণতেই দেখা নাযায়। আনকি এই গ্ৰীষ্মকালতো মুকলি বতাহত দেহা জুৰ পেলাব খোজা কোনো পথচাৰীক তাত পোৱা নাযায়।

পিছে কালি সন্ধিয়া সেই পথটোতে মোৰ এটা আশ্চৰ্যকৰ অভিজ্ঞতা হ'ল।

কালি সন্ধিয়া পথটোত খোজকাঢ়ি ফুৰোঁতেই মই বিপৰীত দিশৰ পৰা আহি থকা এগৰাকী নাৰীৰ সৈতে মুখামুখি হ'লোঁ। পথটোত সেই সময়ত আমাৰ দুগৰাকীৰ বাদে অন্য কোনো মানুহ নাছিল। আন্ধাৰৰ বাবে নাৰীগৰাকীৰ মুখখন ভালকৈ মনিব নোৱাৰিলোঁ।

কেঁকুৰিটো পাই মই ঘূৰি আহিলোঁ আৰু আচৰিত ধৰণে পুনৰ নাৰীগৰাকীৰ সৈতে মুখামুখি হ'লোঁ। মই ভাবিলোঁ নাৰীগৰাকীয়ে নিশ্চয় কাৰোবাৰ বাবে অপেক্ষা কৰিছে আৰু তাইনো আচলতে কাৰ বাবে অপেক্ষা কৰিছে তাকে জানিবলৈ কৌতূহলী হৈ পৰিলোঁ। তথাপি দ্বিতীয়বাৰৰ মুখামুখিতো মই নীৰৱে পাৰ হৈ গ'লোঁ।

কিন্তু তৃতীয়বাৰ যেতিয়া তাইক আকৌ একেটুকুৰা ঠাইতেই লগ পালোঁ তেতিয়া মই মোৰ কৌতূহল দমাব নোৱাৰিলোঁ আৰু সুধিয়েই পেলালোঁ— 'শুভ সন্ধ্যা, তুমি কাৰোবাৰ বাবে অপেক্ষা কৰি আছা নেকি?'

মোৰ প্ৰশ্নত তাইক কিছু সচকিত হৈ পৰা যেন লাগিলেও তাই মোৰ প্ৰশ্নত হয়ভৰ দিলে। মই আকৌ ক'লোঁ, 'তুমি অপেক্ষা কৰি থকা মানুহজন আহি নোপোৱালৈকে মই তোমাক সংগ দিব খোজোঁ। তোমাৰ আপত্তি আছে

নেকি?'

তাই মোৰ প্ৰস্তাৱত আপত্তি নকৰিলে আৰু মোক ধন্যবাদ জনাই ক'লে যে তাই আচলতে কাৰো বাবে অপেক্ষা কৰা নাই। মাত্ৰ বতাহ ল'বৰ বাবেহে তাত ৰৈ আছে।

এইবাৰ আমি দুয়ো একেলগে খোজকাঢ়িবলৈ আৰম্ভ কৰিলোঁ আৰু বিভিন্ন বিষয়ৰ কথা পাতিলোঁ। মোৰ তাইৰ মুখখন চাবলৈ মন গ'ল। জুইশলা কাঠিটো জ্বলাই মই ঘড়ীটো চোৱাৰ ছলেৰে তাইৰ মুখখনলৈকো চালোঁ।

'চাৰে ৭ বাজিছে।' মই নিজকে কোৱাদি ক'লোঁ।

আচৰিত হৈ মই মন কৰিছোঁ তাই ঠক্‌ঠক্‌কৈ কঁপি আছে। মই তাইৰ অৱস্থাৰ সুযোগ গ্ৰহণ কৰিব খুজি ক'লোঁ— 'তুমি দেখোন কঁপি আছা। তুমি মোৰ বাহুটোত ধৰা, কিছু আৰাম পাবা। কিছু উত্তাপ অনুভৱ কৰিবা।'

তাই মোৰ বাহুত হাতেৰে মেৰিয়াই ধৰিলে। আমি কিছুপৰ খোজকঢ়াৰ পাছত তাই এইবাৰ মোক সময় কিমান হ'ল সুধিলে।

'দহ বাজিছে।' মই ক'লোঁ, "পিছে তুমি থাকা ক'ত?"

'মই গেম্‌লে কোংগেৱেইত থাকোঁ।'

"ব'লা, মই তোমাক থৈ আহোঁ।"

"নালাগে দিয়ক, আপোনাৰ পলম হ'ব। আপুনি ব্ৰিডগেডত নাথাকে জানো?"

মই তাইৰ কথা শুনি আচৰিত হৈ ক'লোঁ, 'তুমি কেনেকৈ জানিলা?'

উত্তৰত তাই এটা ৰহস্যময় হাঁহি মাৰি ক'লে, 'তুমি কোন মই জানো।'

কিছুপৰ নীৰৱতা। বাহুত বাহু থৈ আমি আগবাঢ়িলোঁ।

"আমি খৰকৈ খোজ দিলে ভাল হ'ব।"— তাই ক'লে।

গেম্‌লে কোংগেৱেইত নিজৰ ঘৰৰ সমুখ পাই তাই ধন্যবাদসূচক চাৱনিৰে মোলৈ ঘূৰি চালে। মই তাইৰ কাৰণে দুৱাৰখন খুলি দিলোঁ, তাই মন্থৰ গতিৰে ভিতৰত প্ৰৱেশ কৰিলে। ভিতৰলৈ সোমাই মই দুৱাৰখন বন্ধ কৰি দিলোঁ আৰু নীৰৱে তাইৰ পিছে পিছে খটখটি বগাই ওপৰলৈ উঠি গ'লোঁ। তৃতীয় মহলা পাই তাই দুৱাৰ এখন খুলিলে আৰু মোক হাতত ধৰি ভিতৰলৈ টানি নিলে।

আন্ধাৰতে মই অনুমান কৰিলোঁ এইটো এটা 'ড্ৰয়িং ৰুম'। মই এটা দেৱালঘড়ীৰ 'টিক্ টিক্' শব্দ শুনিবলৈ পালোঁ। আচম্বিতে নাৰীগৰাকীয়ে মোক সাবটি ধৰিলে আৰু মোৰ ওঁঠত নিবিড়ভাৱে এটা চুমা খালে।

হতভম্ব হৈ পৰা মোক তাই ক'লে— "আপুনি ছোফাখনতে অলপ বহি লওক। ৰ'ব, মই লাইটটো জ্বলাই দিছোঁ।"

লাইটৰ পোহৰত ৰুমটোৰ সাজসজ্জাই মোক অভিভূত কৰিলে। ৰুমটো আছিল পৰিপাটিকৈ সজোৱা, আটকধুনীয়া আৰু বে'ছ আহল-বহল। দামী আৰু চৌখিন সামগ্ৰীৰে ভৰি থকা ৰুমটোৱে গৰাকীৰ আভিজাত্যকেই প্ৰতিনিধিত্ব কৰিছে। ৰুমটোৰ আধাখোলা এখন দুৱাৰৰ মাজেৰে মই আৰু কেইবাটাও সু-সজ্জিত ৰুমৰ কিছু অংশ দেখিবলৈ পালোঁ।

'বাঃ ইমান ধুনীয়া ঘৰ।' মই ক'লোঁ; 'তুমি ইয়াতেই থাকা নেকি?'

'হয়, এইটো মোৰেই ঘৰ'— তাই উত্তৰ দিলে।

'তোমাৰ ঘৰ মানে তোমাৰ মা-দেউতাৰ ঘৰ নেকি?'

'মা-দেউতাৰ ঘৰ নহয় দিয়া।' তাই হাঁহি হাঁহি ক'লে আৰু মূৰত মাৰি থোৱা ক'লা দীঘল স্কাৰ্ফজাতীয় কাপোৰ টুকুৰা খুলি পেলালে। এইবাৰহে মই তাইক সম্পূৰ্ণকৈ দেখা পালোঁ।

তাইৰ বয়স বাইছ বা তেইছ বছৰমান হ'ব বুলি অনুমান কৰিলোঁ। তাইৰ সোঁ হাতত থকা আঙুঠিটোৰ পৰা তাই বিবাহিতা বুলি বুজি পালোঁ। তাইৰ গোটেই মুখখন আছিল ফুটফুটীয়া দাগেৰে ভৰা আৰু চেলাউৰিত নোম প্ৰায় নাছিল বুলিয়েই ক'ব পাৰি। কিন্তু নাৰীগৰাকীৰ চেহেৰাত এটা সজীৱতা আৰু প্ৰাণোচ্ছলতা আছিল আৰু তাইৰ ওঁঠযোৰত আচৰিতজনক মোহনীয়তা আছিল।

মই তাইক তাইৰ স্বামীৰ কথা সুধিব খোজোঁতেই তাই আকৌ মোক সাবটি ধৰিলে আৰু ক'লে, "শুনা, মোৰ নাম এলেন। ৰ'বা, তোমাক কিবা এটা খাবলৈ দিওঁ। মই বেলটো বজাও ৰ'বা। তুমি শোৱনি কোঠালৈকে আহাচোন।"

এইবাৰ তাই মোক এটা সু-সজ্জিত শোৱনি কোঠালৈ লৈ গ'ল। ড্ৰয়িং ৰুমৰ লাইটৰ পোহৰে এইটো কোঠাকো সামান্যভাৱে পোহৰাইছিল। এলেনে ড্ৰয়িং ৰুমলৈ গৈ বেল বজাই লিগিৰী এজনীক মাতিলে। আৰু তাইক সুৰা আনিবলৈ ক'লে। অলপ পাছতে এলেনক লিগিৰীজনীয়ে এখন ট্ৰেত বৰফ, গিলাচ আৰু মদৰ বটল দি গ'ল। বস্তুখিনি লৈ এলেন শোৱনি কোঠালৈ সোমাই আহি দুৱাৰখন বন্ধ কৰি দিলে আৰু আমি দুয়ো নিবিড় হৈ পৰিলোঁ। কামনাসিক্ত এটা ৰঙীন নিশা পাৰ হৈ গ'ল।

এইটো আছিল কালি ৰাতিৰ কথা। আজি ৰাতিপুৱা মই যেতিয়া সাৰ পালোঁ তেতিয়া পৰ্দাৰ ফাঁকেৰে অহা বেলিৰ পোহৰে শোৱনি কোঠাটো পোহৰাই পেলোৱা দেখা পালোঁ। এলেন সাৰ পাই আছিল। তাই মোলৈ চাই হাঁহিলে। তাইৰ কান্ধ দুটা আছিল বগা আৰু ভেলভেটৰ দৰে কোমল। স্তনযুগল আছিল সুগঠিত। মই তাইৰ কাণত ফুচফুচাই প্ৰেম নিবেদন কৰিলোঁ আৰু তাই কোমল, মোহনীয় ওঁঠযোৰেৰে মোৰ মুখখন বন্ধ কৰি দিলে। সময় বাগৰি গ'ল। খিৰিকীৰ সিপাৰে দিনটোৰ পোহৰ আৰু উত্তাপ বাঢ়ি আহিল।

দুঘণ্টাৰ পাছত মই বিছনাৰ পৰা উঠিলোঁ। এলেনে নিজৰ কাপোৰ আৰু হাইহিলযোৰ পিন্ধি ৰুমটোৰ পৰা ওলাই গ'ল। (ঠিক সেই সময়তেই মোৰ এটা অদ্ভুত, অসহনীয় অভিজ্ঞতা হ'ল, এটা দুঃস্বপ্নৰ দৰে সেই অভিজ্ঞতাই মোক খেদি ফুৰিছে।) এলেন ওলাই যোৱাৰ লগে লগে মই মোৰ স্বাভাৱিক অনুসন্ধিৎসাৰে চৌপাশৰ জগতখন সূক্ষ্মভাৱে নিৰীক্ষণ কৰাত ব্যস্ত হৈ পৰিলোঁ। এলেন সোমাই যোৱা কাষৰ ৰুমটোলৈ মই জুমি চালোঁ আৰু দেখা পালোঁ এটা মৃতদেহ। এজন বৃদ্ধৰ মৃতদেহ। মৃতদেহটো আছিল এটা দুৱাৰ খুলি থোৱা কফিনৰ ভিতৰত। মৃতদেহটো এখন বগা কাপোৰেৰে ঢাকি থোৱা আছিল। কফিনটো আছিল ৰুমটোৰ ঠিক সোঁমাজৰ টেবুলখনত। মৃতদেহটোৰ মুখখন আছিল শুকুলা দাড়িৰে ভৰা আৰু হনু ওলোৱা। চকুহাল আছিল কোটৰগত। মৃতদেহটোৰ গাল দুখন আছিল নিস্তেজ আৰু বিবৰ্ণ। বগা কাপোৰখনেৰে ঢাকি থোৱা শৰীৰটো যে হাড়ে-ছালে লগা আছিল সেয়া দেখিয়েই বুজিব পৰা গৈছিল। দীৰ্ঘদিনীয়া ৰোগ যন্ত্ৰণাই মৃতদেহটোৰ মুখখন বিকৃত কৰি পেলাইছিল। খিৰিকীৰে সোমাই অহা দিনৰ ফটফটীয়া পোহৰত মই সকলো স্পষ্টকৈ দেখা পাইছিলোঁ। মই বিস্ময়ত মুক হৈ পৰিলোঁ। এইটো আছিল এক ভয়ংকৰ অভিজ্ঞতা।

এলেন যেতিয়া শোৱনি কোঠালৈ আকৌ সোমাই আহিল তেতিয়ালৈ মই সম্পূৰ্ণকৈ কাপোৰ-কানি পিন্ধি বাহিৰলৈ যাব পৰাকৈ সাজু হৈ উঠিছিলোঁ। এলেন মোক ঘৰটোৰ সন্মুখৰ দুৱাৰখনলৈকে আগবঢ়াই দিলে।

'বিদায়।'— তাই ফুচফুচাই ক'লে।

'কাইলৈ সন্ধিয়া' এলেনক জুখি চাবলৈ মই প্ৰস্তাৱ দিলোঁ।

'ওহোঁ কাইলৈ নহয়।'

'কাইলৈ কিয় নহয়?'

"ইমান প্ৰশ্ন নুসুধিবাচোন মোৰ জান। কাইলৈ মই এটা অন্ত্যেষ্টিক্ৰিয়াৰ অনুষ্ঠানত ভাগ ল'ব লাগিব। মোৰ এজন আত্মীয়ৰ মৃত্যু হৈছে।"

'তেন্তে পৰহিলৈ' মই আকৌ প্ৰস্তাৱ দিলোঁ।

"হ'ব বাৰু দিয়া। পৰহিলৈ আমি আকৌ লগ পাম। ঠিক এইখিনি ঠাইতেই। এতিয়া বিদায়।" এলেনে আকৌ ক'লে আৰু ঘৰৰ মূল দুৱাৰখন বন্ধ কৰি দিলে।

মোৰ মনত অজস্ৰ প্ৰশ্নৰ উদয় হ'ল। এই ৰহস্যময়ী নাৰীগৰাকী, সেই বিকৃত মৃতদেহটো— আহ কত যে অন্তহীন প্ৰশ্ন সোমাই আছে ইয়াৰ মাজত। পৰহিলৈ বাৰু মই তাইক আকৌ লগ কৰা উচিত হ'বনে— মই নিজকে সুধিলোঁ।

মই বাৰ্নিয়া কাফেত বহি টেলিফোন ডাইৰেক্টৰীখন বিচাৰিলোঁ আৰু গেম্‌লে কোংগেৰেইৰ নম্বৰবোৰৰ মাজত এলেনৰ টেলিফোন নম্বৰটো বিচাৰি উলিয়ালোঁ। এইবাৰ মই পুৱাৰ বাতৰি কাকতখন বাৰ্নিয়া কাফে আহি পোৱালৈকে কিছু সময় অপেক্ষা কৰিলোঁ। হকাৰজনে কাফেত বাতৰি কাকতখন দি যোৱাৰ লগে লগে মই মৃত্যুৰ ঘোষণা থকা পৃষ্ঠাটোত চকু ফুৰালোঁ। পৃষ্ঠাটোৰ একেবাৰে ওপৰতেই আছিল ডাঙৰ আখৰেৰে ছপা হোৱা এলেনৰ ঘোষণাটো— "দীৰ্ঘদিনীয়া অসুস্থতাৰ অন্তত মোৰ তেপন্ন বছৰ বয়সীয়া স্বামীৰ আজি মৃত্যু হ'ল।" ঘোষণাৰ তাৰিখটো আছিল আগদিনাৰ।

সুদীৰ্ঘ সময় কাফেত বহি মই গোটেই কথাবোৰ বিশ্লেষণ কৰিলোঁ।

এজন ধনী, আদহীয়া মানুহে নিজতকৈ ত্ৰিছ বছৰে সৰু এজনী যুৱতীক বিয়া কৰাইছিল। মানুহজন বিয়াৰ পাছৰে পৰা দীৰ্ঘদিন ধৰি অসুস্থতাত ভুগিলে আৰু এদিন তেওঁৰ মৃত্যু হ'ল।

তেওঁৰ কম বয়সীয়া বিধৱা পত্নীয়ে স্বস্তিৰ নিশ্বাস কাঢ়িলে আৰু জীৱনৰ আকুল আহ্বানক সঁহাৰি জনালে।◆

**(লেখক পৰিচিতি** ঃ নৰৱেৰ লেখক নাট হামচনে 1920 চনত 'গ্ৰউথ অব্ দা ছইল' গ্ৰন্থৰ বাবে সাহিত্যৰ নোবেল বঁটা লাভ কৰিছিল। 1859 চনৰ চাৰি আগষ্টত জন্ম লাভ কৰা নাট হামচনৰ সম্পূৰ্ণ নাম আছিল নাট পেডেৰছেন হামচন। তেওঁৰ আছিল একাধাৰে কবি, প্ৰবন্ধকাৰ, নাট্যকাৰ, গল্পকাৰ আৰু ঔপন্যাসিক। হামচনৰ সাহিত্যৰ মাজত মানৱ মনৰ গোপন কন্দৰ মূৰ্ত হৈ উঠা

দেখা যায়। 'ষ্ট্ৰিম অব্ কনচিয়াছনেছ' আৰু "ইণ্টেৰিঅ'ৰ মনলগ" ৰীতিৰে সমৃদ্ধ নাট নামচনৰ সাহিত্যই থমাছ মান, ফ্ৰান্জ কাফ্‌কা, মেক্সিম গৰ্কী, হেনৰি মিলাৰ, আৰ্নেষ্ট হেমিংৱে আদি প্ৰথিতযশা সাহিত্যিকক প্ৰভাৱান্বিত কৰিছিল। আইজাক বাছেভিছ ছিংগাৰৰ মতে নাট হামচন হ'ল বিশ্ব সাহিত্যৰ আধুনিক যুগৰ অন্যতম ধ্বজাধাৰী। হামচনৰ বিষয়বাছনি, আংগিক অভিনৱ। হামচনৰ ৰচনাৰাজিৰ মাজত অন্তঃসলিলাৰ ৰূপত প্ৰৱহমান হৈ আছে আধুনিক মানুহৰ যুগজনিত নিঃসংগতা। জীৱনৰ মৌলিক প্ৰয়োজনবোৰ নৈতিকতাতকৈ অধিক গুৰুত্বপূৰ্ণ। এই কথাক তেওঁ শিল্পসন্মত, নিটোল ৰূপত শক্তিশালীভাৱে প্ৰকাশ কৰিছিল। হামচনৰ নিৰীশ্বৰবাদী দৰ্শন আৰু বাস্তৱৰ ভ্ৰূকুটিভৰা উপস্থাপনে সাহিত্য জগতত আলোড়নৰ সৃষ্টি কৰিছিল। হামচনৰ ৰচনাৰ গীতিধৰ্মিতাই পাঠকক মুগ্ধ কৰে। জীৱনৰ নিষ্ঠুৰ সত্যৰ কলাত্মক উপস্থাপনে হামচনক আধুনিক সাহিত্যৰ অন্যতম শ্ৰেষ্ঠ লেখকত পৰিণত কৰিছে। ১৯৫২ চনৰ ১৯ ফেব্ৰুৱাৰিত ৯২ বছৰ বয়সত নাট হামচনৰ মৃত্যু হয়।)